# হিতেশ্বৰ শইকীয়া



প্ৰসন্ন ৰাম দাস


বীণা লাইব্ৰেৰী

পানবজাৰ ঃ কলেজ হোষ্টেল ৰোড

গুৱাহাটী

# মুখবন্ধ

সুদক্ষ প্ৰশাসকৰূপে, ঐক্য আৰু সংহতিৰ দূত ৰূপে, অসমৰ জনসাধাৰণৰ জীৱনৰ লগত সুদীৰ্ঘ দিন ঘনিষ্ঠ ভাৱে জড়িত থকা এগৰাকী দৰদী আৰু অতুলনীয় ব্যৱহাৰৰ অপৰাজেয় পুৰুষ হিচাপে শ্ৰীহিতেশ্বৰ শইকীয়াৰ এখন নিজস্ব আসন আছে। মধুৰ আৰু শান্ত ব্যক্তিত্বৰ অধিকাৰী শ্ৰীশইকীয়া ডাঙৰীয়াৰ পৰা আজি আমি পাইছোঁ দৃঢ়, বলিষ্ঠ আৰু সংহতিপূৰ্ণ নেতৃত্ব আৰু শান্তিৰ সমীৰণে কঢ়িয়াই অনা এক প্ৰত্যয় ভৰা আশা। বহু জটিল সমস্যাই গ্ৰাস কৰি থকা অসমলৈ শান্তি আৰু নিৰাপত্তা ঘূৰাই অনাৰ প্ৰচেষ্টাত তেখেতৰ কীৰ্তি আৰু দান নিঃসন্দেহে সকলোতকৈ শ্ৰেয়। অথচ শ্ৰীশইকীয়া ডাঙৰীয়াৰ ঘটনা-সংকুল জীৱনৰ সজীৱ তথ্যৰ শুদ্ধ ধাৰণা আমাৰ বহুতৰে স্পষ্ট নহয়। সেই হেতুকে তেখেতৰ জীৱন আৰু কৰ্ম সম্পৰ্কে যথাযথ আৰু নিৰ্ভৰযোগ্য আলোচনাৰ প্ৰয়োজন হৈছে বুলি আমাৰ উপলব্ধি হৈছে। শ্ৰীশইকীয়াৰ জীৱনত আমি যি নিঃস্বাৰ্থ কৰ্মৰ ঐকান্তিক হেপাহ আৰু আত্মত্যাগ দেখিছোঁ, সি আমাৰ জাতীয় জীৱনৰ বাবে অনুপ্ৰেৰণাৰ সাৰ্থক সম্বল হ'ব বুলিও আশা কৰিব পাৰি। প্ৰশাসনীয় দক্ষতা, কৰ্মনিপুণতা আৰু সকলোতকৈ তেখেতৰ চৰিত্ৰৰ আকৰ্ষণীয় বিশেষত্ব বিমল মধুৰ ব্যৱহাৰ আদিয়ে ৰাইজক ভৱিষ্যতে নিশ্চয় অনুপ্ৰাণিত কৰিব।

এটা কথা আজি বিশ্বাস কৰাটো বহুতৰে কষ্টকৰ হৈ পৰিছে যে অসমীয়া যুৱ-সমাজত শ্ৰীশইকীয়াৰ অনন্য ব্যক্তিত্বৰ প্ৰভাৱ এটা সময়ত বৰ ব্যাপক আছিল। স্কুলীয়া অৱস্থাৰ পৰা ৰাজনৈতিক জীৱন আৰম্ভ কৰালৈকে শ্ৰীশইকীয়া যুৱ-সমাজৰ অবিসংবাদিত নেতা হিচাপে পৰিগণিত আছিল। নিজ গুণ আৰু প্ৰতিভাৰ বলত ৰাজনীতিত নিজকে তৈয়াৰ কৰি লব পাৰিছিল। দলৰ ভিতৰতো

তেখেতৰ ভূমিকা আছিল প্ৰশংসনীয়। অতীতৰ এইবোৰ সত্য সম্পূৰ্ণৰূপে বৰ্জন কৰাৰ এটি ভ্ৰান্ত প্ৰয়াস আজি আমাৰ মাজত গা-কৰি উঠা দেখা গৈছে। অতীতক ওপঙাই ৰখাটো যিদৰে অন্ধতা, অতীতক অস্বীকাৰ কৰাও সেইদৰে মূঢ়তা। কাৰণ অতীতৰ ওপৰতে বৰ্তমান আৰু ভৱিষ্যতে গঢ়লৈ উঠে। অতীতৰ যিবোৰ শ্ৰেষ্ঠ আৰু শ্ৰেয়, যিবোৰ মহান আৰু মহনীয়, সেই বোৰেই আমালোকৰ উত্তৰাধিকাৰ। মানুহৰ ভ্ৰান্ত প্ৰয়াসক দূৰ কৰিবৰ কাৰণে অতীতক সজীৱ আৰু সতেজ কৰি ৰখাৰ প্ৰয়োজন অনিবাৰ্য হৈ পৰিছে।

অসমৰ সংকটময় পৰিস্থিতিৰ দুৰ্লভ মুহূৰ্তত ৰাইজৰ স্নেহ ভাজনৰ কাৰণে ১৯৯১ চনত শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াই দ্বিতীয়বাৰৰ কাৰণে অসমৰ নেতৃত্বৰ উত্তৰাধিকাৰ বৰণ কৰে। তেখেতৰ কণ্ঠক স্তব্ধ কৰাৰ উদ্দেশ্যে আগৰ দৰে এইবাৰো কিছুমান শক্তিয়ে নিন্দা বাণীৰে শ্ৰীশইকীয়াক অনাদৃত কৰিবলৈ নেৰানেপেৰা চেষ্টা কৰি অহা দেখা গৈছে। আনকি তেখেতৰ বিৰুদ্ধে এনে কিছুমান আকাশত চাংপতা কথাও উলিওৱা হৈছে, যিবোৰে সাধাৰণ মানুহৰ দৃষ্টিত তেখেতক—"A legendary figure" হিচাপে চিহ্নিত কৰিছে। এনে ধৰণৰ ইতি-কাহিনীয়ে শ্ৰীশইকীয়াৰ প্ৰকৃত মানুহজনক সৰ্ব-সাধাৰণৰ দৃষ্টিত আবৃত কৰি ৰাখিছে বুলি ক'লেও সত্যৰ অপলাপ নহয়।

কোনো ব্যক্তিৰ জীৱিত কালত ৰচনা কৰা তেওঁৰ জীৱনী গ্ৰন্থক ইতিহাসৰ মৰ্যাদা দিবলৈ কিছুমান অসুবিধা আছে। জীৱনীকাৰৰ ব্যক্তিগত পছন্দ-অপছন্দ, প্ৰয়োজনীয় মূল্যবান উপাদানৰ অভাৱ, বিভিন্ন ব্যক্তি আৰু ঘটনাৰ লগত প্ৰত্যক্ষ আৰু পৰোক্ষ ভাৱে খুব বেছি জড়িত আৰু প্ৰভাৱিত হোৱাৰ কাৰণে দৃষ্টি আৰু বিচাৰ-বুদ্ধি প্ৰায় অনিবাৰ্যভাৱে আচ্ছন্ন থাকে। যি কোনো ব্যক্তিৰ জীৱনী লেখা সম্বন্ধে এই কথা প্ৰযোজ্য। শ্ৰীহিতেশ্বৰ শইকীয়াৰ জীৱনী লেখাৰ ক্ষেত্ৰতো এই বাধা বিলাক প্ৰায় দুৰতিক্ৰম। তেখেতৰ জীৱন অসমৰ সামাজিক, শৈক্ষিক, আৰু ৰাজনৈতিক ঘটনাৰ লগত অঙ্গাঙ্গিভাৱে জড়িত। তদুপৰি সাম্প্ৰতিক কালত তেখেত এগৰাকী সৰ্বাধিক আলোচিত ব্যক্তি। তেখেতৰ বিষয়ে কৌতূহলৰ শেষ নাই।

সমকালিন সমাজত তেখেতৰ পিতৃ-মাতৃৰ ভূমিকাও কম গুৰুত্বপূৰ্ণ নাছিল। তেখেতৰ পত্নী ডক্টৰ হেমপ্ৰভা শইকীয়াৰ খ্যাতি আৰু ব্যক্তিত্বও প্ৰশংসনীয় আৰু উজ্বল। শ্ৰীশইকীয়া আৰু ডক্টৰ শইকীয়া —এজনৰ অবিহনে আনজনৰ জীৱন-গাঁথা আধৰুৱা হব বুলিয়েই কব পাৰি। বিশেষকৈ শ্ৰীশইকীয়াৰ পাৰিবাৰিক আৰু ৰাজনৈতিক তথা সামাজিক জীৱনত ডক্টৰ হেমপ্ৰভা শইকীয়াৰ ভূমিকা সম্পৰ্কে আলোচনা হ'লে শ্ৰীশইকীয়াৰ জীৱনৰ বহু কথা পোহৰলৈ আহিব বুলি আশা কৰিব পাৰি। এইবোৰৰ সামগ্ৰীক ৰূপায়ণৰ দ্বাৰা তেখেতৰ জীৱনৰ প্ৰকৃত মূল্যায়ণ সম্ভৱ হব। আমাৰ এই গ্ৰন্থত এইবোৰৰ আলোচনা দাঙি ধৰাৰ ইচ্ছা আছিল যদিও, নানা অসুবিধাৰ কাৰণে প্ৰসঙ্গক্ৰমেহে ছেগা-চোৰোকাকৈ অৱতাৰণা কৰা হৈছে, পুংখানুপুংখভাৱে বিশ্লেষণ কৰিব পৰা নহ'ল। তাৰ বাবে সকলোৰে ওচৰত ক্ষমা বিচাৰিছোঁ।

আমাৰ মাজত ইতিমধ্যে এটি বহুল-প্ৰচলিত ধাৰণা বিয়পি পৰিছে যে শ্ৰীহিতেশ্বৰ শইকীয়াই গণ-তন্ত্ৰৰ বিপৰীতে স্বেচ্ছাচাৰীভাৱে নিজৰ ক্ষমতা হাতত ৰাখিবলৈ নানা চতুৰীৰে ৰাজ্য শাসনত নিবিষ্ট হৈ পৰিছে, নিজৰ স্থিতি অধিক শক্তিশালী কৰিবলৈ নানান অনুষ্ঠান প্ৰতিষ্ঠানত প্ৰৱেশ কৰাৰ সুৰুঙা বিচাৰি সেই অনুষ্ঠানবোৰত নিজৰ প্ৰভাৱ নিকপ-কপীয়া কৰিবলৈ সস্তীয়া ৰাজনৈতিক কৌশল খেলিছে, নিজৰ দুনীৰ্তি আৰু অসমৰ্থক ঢাকিবলৈ প্ৰয়াস কৰিছে। এইবোৰৰ সঠিক নিৰ্ণয় অতীৱ প্ৰয়োজন। শ্ৰীশইকীয়াৰ লগত আমাৰ গভীৰ আৰু অন্তৰঙ্গ পৰিচয় ঘটাৰ কাৰণে আমি কব পাৰোঁ যে এইবোৰৰ ভুল ব্যাখ্যা ঘটিছে। তেখেতৰ সততা আৰু ঐকান্তিকতাৰ লগত তেখেত সম্পৰ্কে বহু প্ৰচলিত কথাবোৰৰ সামঞ্জস্য মুঠেই বিচাৰি পোৱা নাযায়।

আনহাতে অসমৰ বাহিৰত তেখেতৰ গুণগ্ৰাহী লোকৰ সংখ্যাই সৰহ যে এই কথা দোহৰাৰ প্ৰয়োজন নিশ্চয় নাই। তেখেতলৈ 'ৰাষ্ট্ৰ-মানৱ' সম্মান প্ৰদানেই এই কথা প্ৰমাণ কৰে।

শ্ৰীশইকীয়া কেনেকৈ, কি পৰিস্থিতিত কংগ্ৰেছৰ সভাপতি আৰু তাৰ পিছত কংগ্ৰেছ বিধায়নী দলৰ নেতা নিৰ্বাচিত হ'ল, সেই লৈ কিছু পৰস্পৰ বিৰোধী কথাও শুনা যায়। কৰ্ম ব্যস্ত এই মানুহজন

নানান উদ্বেগ আৰু বিপদৰ বৌকাত পোত গৈ থাকিও কাৰো সহায় নোলোৱাকৈ বুদ্ধি আৰু দক্ষতাৰ কাৰণে তাৰ পৰা ওলাই আহিব পৰাটো জানো কম কৃতিত্ব। এনে কীৰ্তিৱন্ত লোকেইহে নেতৃত্বৰ অধিকাৰী হব পাৰে, শ্ৰীহিতেশ্বৰ শইকীয়া ইয়াৰ অলপো ব্যতিক্ৰম নহয়। শ্ৰীশইকীয়া মুখ্যমন্ত্ৰী হোৱাৰ যোগ্যতা যে আছে তাৰ প্ৰমাণ ইতিমধ্যে তেখেতে হাইজেক দিবলৈ সমৰ্থ হৈছে।

এনে এজন অসামান্য নেতাৰ ৰাজনৈতিক সত্তাৰ সঠিক ৰূপায়ণ আজিও আমাৰ মাজত একেবাৰে কম। আমি আমাৰ গ্ৰন্থত নিৰপেক্ষ দৃষ্টি ভঙ্গীৰে তেখেতক বুজিবলৈ চেষ্টা কৰিছোঁ। ভুল-ত্ৰুটি হলে সদাশয় পঢ়ুৱৈ সমাজে মাৰ্জনা কৰে যেন।

২০, এপ্ৰিল, ১৯৯৩ — প্ৰসন্ন ৰাম দাস
গুৱাহাটী

## কৃতজ্ঞতা স্বীকাৰ

'কৰ্মশ্ৰী হিতেশ্বৰ শইকীয়া' পুথিখন লেখাৰ পিছতে আছে আমাৰ স্ত্ৰী অহল্যাৰ তাগিদা। কিন্তু তাগিদা থাকিলেও ইমান কম সময়ৰ ভিতৰতে এই কামত হাত দিবলৈ আৰু কামটো শেষ কৰিব পাৰিম বুলি আশা কৰিব নোৱাৰিলোঁহেঁতেন যদি বন্ধু-বান্ধৱ আৰু স্নেহভাজন কেই গৰাকী মানৰ সকলো ধৰণৰ সাহায্য নাপালোঁহেঁতেন। সেই সকলৰ ভিতৰত আছে শ্ৰদ্ধাভাজন শ্ৰীবিশ্বনাথ দুৱৰী, শ্ৰীদীনেশ শৰ্মা, শ্ৰীমহেন্দ্ৰ পাটৰ, শ্ৰীহেমেন্দ্ৰ নাথ সনোৱাল, শ্ৰীলক্ষ্মী বৰগোহাই আৰু স্নেহভাজন শ্ৰীডিম্বেশ্বৰ তালুকদাৰ, শ্ৰীআবুল কালাজ মজুমদাৰ আৰু শ্ৰীমাখন বৰুৱা। এই সকল ব্যক্তিৰ অকুণ্ঠ সহযোগিতাৰ মূলতে আছে শ্ৰীহিতেশ্বৰ শইকীয়াৰ প্ৰতি তেওঁলোকৰ গভীৰ শ্ৰদ্ধা আৰু ভালপোৱা। এই সকল ব্যক্তিৰ প্ৰতি আমি আমাৰ কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ।

অৱশেষত ধন্যবাদ জনালো গ্ৰন্থখনৰ প্ৰকাশক শ্ৰীশান্তি ৰঞ্জন দে আৰু তেখেতৰ বন্ধু শ্ৰীৰমনী ৰমন বসাক ডাঙৰীয়াক। শ্ৰীশান্তিৰঞ্জন দেই এই গ্ৰন্থখন সৰ্বাঙ্গসুন্দৰ কৰি ইমান কম দিনৰ ভিতৰতে প্ৰকাশৰ বাবে যি উদ্যোগ লৈছে, সিয়ে শ্ৰীশইকীয়াৰ প্ৰতি তেওঁৰ গভীৰ শ্ৰদ্ধাকে প্ৰতিফলিত কৰিছে।

প্ৰসন্ন ৰাম দাস

২০, এপ্ৰিল ১৯৯৩
গুৱাহাটী

# বিষয়সূচী


| | | | |
|---|---|---|---|
| ১। | হিতেশ্বৰ শইকীয়া ঃ চিন্তা আৰু কৰ্ম্মধাৰা | .... | ১ |
| ২। | উপাৰি বংশৰ কথা | .... | ৮ |
| ৩। | পিতৃদেৱ | .... | ১৩ |
| ৪। | মাতৃদেৱী | .... | ১৯ |
| ৫। | বংশৰ প্ৰদীপ | .... | ২২ |
| ৬। | বাল্যকাল আৰু শিক্ষা | .... | ২৪ |
| ৭। | ৰাজনীতিৰ ব'দকাঁচলিত | .... | ৩৩ |
| ৮। | শিক্ষা বিস্তাৰত আত্মনিয়োগ ঃ শিক্ষকতা | .... | ৩৭ |
| ৯। | বিবাহ বন্ধন | .... | ৪৪ |
| ১০। | বৰণীয় জীৱনৰ ৰমণীয় চানেকী | .... | ৪৬ |
| ১১। | ৰাজনীতিত প্ৰৱেশ | .... | ৫৩ |
| ১২। | কংগ্ৰেছৰ বিভাজন আৰু শ্ৰীশইকীয়া | .... | ৫৯ |
| ১৩। | কংগ্ৰেছৰ পটভূমিকা ঃ বিধান সভাৰ সদস্য | .... | ৬৪ |
| ১৪। | গৃহমন্ত্ৰী শ্ৰীশইকীয়া | .... | ৬৯ |
| ১৫। | শিক্ষামন্ত্ৰী শ্ৰীশইকীয়া | .... | ৭৩ |
| ১৬। | উদাৰ জাতীয়তাবাদী শ্ৰীশইকীয়া | .... | ৭৭ |
| ১৭। | অসম আন্দোলনৰ পটভূমি ঃ ৰাজনৈতিক অস্থিৰতা | | ৮০ |
| ১৮। | নিৰ্বাচন প্ৰসঙ্গ | .... | ৮৯ |
| ১৯। | মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়া ১৯৮৩ | .... | ৯৩ |
| ২০। | ৰাজনৈতিক আবৰ্ত | .... | ১০০ |
| ২১। | জীৱনাদৰ্শৰ সংঘাতৰ মাজত | .... | ১০৬ |
| ২২। | মৃত্যুভয় মোৰ নাই | .... | ১১১ |
| ২৩। | পতি-পৰায়ণা সহধৰ্মিণী | .... | ১১৩ |
| ২৪। | মিজোৰামৰ ৰাজ্যপাল | .... | ১২১ |
| ২৫। | সংকট-কালীন মুহূৰ্তত কংগ্ৰেছদলৰ গুৰি ধৰোঁতা | | ১২৫ |
| ২৬। | পূৰ্বাঞ্চল আৰু শ্ৰীশইকীয়া | .... | ১২৯ |
| ২৭। | হিতেশ্বৰ শইকীয়া আৰু যুৱকৰ সমস্যা | .... | ১৩৩ |

২৮। নিন্দা আৰু প্ৰশংসা .... ১৩৯
২৯। বিশ্বাস আৰু প্ৰতীতিৰ জন্ম .... ১৫৩
৩০। এখন বহল হৃদয়ৰ অধিকাৰী .... ১৬০
৩১। কৰ্মশ্ৰী শইকীয়া .... ১৭১
৩২। এটি মহত সিদ্ধান্ত .... ১৮১
৩৩। শ্ৰীশইকীয়াৰ ৰাজনীতি .... ১৮৯
৩৪। এক বিৰল পৰম্পৰা .... ১৯৭

## পৰিশিষ্ট

১। হিতেশ্বৰ শইকীয়াৰ বংশাৱলী .... ২০০
২। থোৰতে শ্ৰীশইকীয়াৰ জীৱনৰ বৰ্তমানলৈকে উল্লেখযোগ্য ঘটনা সমূহ .... ২০১
৩। সহায় লোৱা গ্ৰন্থসমূহ .... ২০৩
৪। অভিনন্দন পত্ৰাৱলী ... ২০৪
৫। ভাষণাৱলী .... ২১৮



কংগ্ৰেছ কৰ্মীৰ কৰ্মশালাত শ্ৰীশইকীয়া ভাষণ দিয়া অৱস্থাত।

# হিতেশ্বৰ শইকীয়া : চিন্তা আৰু কৰ্ম-ধাৰা

অসম আৰু অসমীয়া সমাজৰ বৰ্তমান আৰু ভৱিষ্যত সম্পৰ্কে যথেষ্ট চিন্তা খৰচ কৰোঁতা, অসমত শান্তি স্থাপনৰ কাৰণে বিৰোধ সমাধানৰ অৰ্থে আল্‌ফাৰ লগত সৰ্বান্তঃকৰণে অপোচ মিমাংসাৰ পথত অগ্ৰসৰ হওঁতা, ব্যক্তিৰ স্থান আৰু মান স্বীকাৰ কৰি শ্ৰদ্ধা আৰু সহানুভূতি প্ৰদান কৰোঁতা, উদাৰ মনোভাব আৰু সৌহাৰ্দ-পূৰ্ণ শিষ্টাচাৰ লৈ জন্মগ্ৰহণ কৰোঁতা, অহঙ্কাৰক দুৰ্বলতাৰ প্ৰতীক আৰু অভিমানক পৰম শত্ৰু বুলি জ্ঞান কৰোঁতা, আদৰ্শ আৰু ন্যায়ৰ কাৰণে অদম্য আৰু নিৰলস সংগ্ৰাম কৰোঁতা, সংকট কালতো ধৈৰ্য্য অটুট ৰাখোঁতা আৰু লোৰ সদৃশ দৃঢ়তা আৰু অবিচল মনোবল দেখুৱাওঁতা, বাৰকুৰি আলৈ-আহুকাল আৰু জেঙা-জঞ্জালকো নগণি ভাগ্যত পদুম ফুল ফুলাওঁতা জনেই হ'ল অসমৰ মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়া। শইকীয়া ডাঙৰীয়াৰ জীৱনৰ পৰা আমি এটা সত্য উপলব্ধি কৰিব পাৰোঁ যে মানুহৰ জীৱনৰ পৰীক্ষাত উত্তীৰ্ণ হবলৈ বীৰত্বপূৰ্ণ অসীম ত্যাগ আৰু সাধনাৰ প্ৰয়োজন। এই প্ৰসঙ্গত কথাশিল্পী শৰৎচন্দ্ৰৰ 'পথেৰ দাবী'ৰ নায়ক সব্যসাচীৰ কথা উল্লেখ কৰিব পাৰি। অপৰাজেয় কথাশিল্পী গৰাকীৰ সব্যসাচীৰ বিপ্লবী চৰিত্ৰই বীৰত্বপূৰ্ণ অসীম ত্যাগ আৰু সাধনাৰ বলতেই জীৱন যুদ্ধত জয়ী হব পাৰিছিল। জীৱনৰ গভীৰ আৰু নিষ্ঠুৰ সত্যৰ সম্মুখীন হৈয়ো এই দুটি গুণৰ অধিকাৰী হোৱা কাৰণে শইকীয়া ডাঙৰীয়াই অসম গণ-পৰিষদ চৰকাৰক পতন কৰি ১৯৯১ চনত কংগ্ৰেছ (ই) চৰকাৰ গঠন কৰিবলৈ ক্ষমতা অৰ্জন কৰে। ই আমাৰ জাতিৰ কাৰণে সময়োপযোগী বিশেষত্ব আৰু গৌৰৱ। দৰাচলতে শইকীয়া ডাঙৰীয়া এই যুগৰ অগ্ৰনায়ক, জন-গণৰ মুক্তিদাতা, সন্ত্ৰাস

দমন কৰোঁতা; শান্তি-সম্প্ৰীতিৰ বাৰ্তা দিওঁতা এগৰাকী শক্তিমন্ত পুৰুষ। দুনীৰ্তি আৰু স্বজনপ্ৰীতিৰ সোঁতত উটিযোৱা অসম গণ-পৰিষদ চৰকাৰৰ পতন ঘটাই, জটিল পৰিস্থিতিৰ মাজতো ধৈৰ্য্য, সহিষ্ণুতা আৰু কৰ্মশক্তিৰ পৰিচয় দি ভাৰতবৰ্ষৰ ভিতৰতে এগৰাকী শ্ৰেষ্ঠ ৰাজনীতিবিদ নেতা হিচাপে নিজকে প্ৰতিষ্ঠিত কৰাৰ গৌৰৱ অৰ্জন কৰিবলৈ সক্ষম হোৱা শইকীয়া ডাঙৰীয়া আজি প্ৰতিজন শান্তি-প্ৰিয় অসমীয়াৰো আস্থাভাজন নেতা।

অসম-কংগ্ৰেছৰ দলীয় সংগঠন সুদৃঢ় কৰণত শইকীয়া ডাঙৰীয়া এগৰাকী মহান উদ্যোক্তা। নিজ জাতি যেতিয়া বিপন্না, তেতিয়া ব্যক্তিগত সমুদায় চিন্তা আৰু অভ্যাস পৰিত্যাগ কৰি তেখেতে কৰ্মত অৱতীৰ্ণ হৈ পৰিল। সন্ত্ৰাসবাদী সকলৰ কাৰ্যকলাপত জাতিৰ উন্নতি স্থবিৰ হৈ পৰাত, তাৰ মূল উঘালিবলৈ আৰু অসমৰ সাৰ্মগ্ৰিক উন্নয়নৰ চিন্তাত শইকীয়া ডাঙৰীয়া ব্যস্ত হৈ পৰিল। কেন্দ্ৰীয় নেতা সকলক অসমৰ উদং হৈ থকা ৰাজকোষৰ কথা কৈ অৰ্থ সাহাৰ্য আনিবলৈ সক্ষম হ'ল। ইয়াতকৈ তেখেতৰ জাতি-প্ৰেমৰ পৰিচয় আৰু কি হব পাৰে? তেখেতে অসমীয়া মানুহৰ মাজত উদ্ভৱ হোৱা সন্ত্ৰাসৰ ভাৱ নাইকিয়া কৰি শান্তি ঘূৰাই আনিবলৈকে যে শাসনৰ গাদীত বহিছে, ব্যক্তিগত ক্ষমতা লাভৰ কাৰণে নহয়, তাৰ ভুঁৰি ভুঁৰি প্ৰমাণ আছে। তাৰে এটা মাত্ৰ উদাহৰণ আমি ইয়াত দাঙি ধৰিলোঁ। এবাৰ তেখেতে বিধান সভাৰ মজিয়াত কৈছিল—"প্ৰমোদ গগৈ ডাঙৰীয়া, আপোনাক মই মুখ্য-মন্ত্ৰীৰ দায়িত্ব এৰি দিছোঁ, আপনি কথা দিয়ক অসমৰ পৰা হত্যাকাণ্ড বন্ধ কৰাৰ'। বিৰোধী দলৰ নেতা সকলৰ আগতো সেই একেদৰে তেখেতে কৈছিল—"সৈন্যবাহিনী মই এতিয়াই উঠাই নিম—আপোনালোকে মোক প্ৰতিশ্ৰুতি দিয়ক অসমত শান্তি বাহাল থাকিব, অসমত হত্যাকাণ্ড, অপহৰণ, লুণ্ঠন নহ'ব"। গাদীৰ কাৰণে তেওঁৰ যে অলপো লালসা নাই—এই কথা তেও ৰাজীৱ গান্ধীৰ মৃত্যু দিৱস উপলক্ষে আয়োজিত সভাৰ কংগ্ৰেছ কৰ্মী সকলৰ আগত দৃঢ়তাৰে কৈছে—"মই ইয়াতে লিখি দিম মুখ্যমন্ত্ৰিত্ব নালাগে, তাৰ বাবে মোৰ কোনো খেদ নাই। মোৰ কোনো লালসা নাই। মই এবাৰ মুখ্যমন্ত্ৰী হলো, ৰাজ্যপাল হলোঁ, মোক আৰু এতিয়া

একো নালাগে''। দেশ মাতৃকাৰ প্ৰতি তেখেতৰ আন্তৰিক প্ৰীতি এইষকথাৰ মাজত নিজৰি থকা নাই জানো !

অসমৰ ৰাজনৈতিক বাতাৱৰণৰ পৃষ্ঠভূমিত ইয়াৰ আঞ্চলিক দলৰ দ্বাৰা সুষ্ঠ আৰু স্থায়ী চৰকাৰ গঠন আৰু তাৰ দ্বাৰা ৰাজ্যৰ উন্নয়ন আশা কৰিব নোৱাৰি। কাৰণ ৰাষ্ট্ৰযন্ত্ৰ আজি কেৱল আইন শৃংখলাৰ ধাৰক বা বাহকেই নহয়, ই মানুহৰ জীৱনৰ প্ৰতিটো দিশ বা বিষয়ত ব্যাপকভাৱে আৰু দকৈ শিপাইছে। সেয়ে ৰাষ্ট্ৰযন্ত্ৰ সুষ্ঠভাৱে পৰিচালনা কৰিবলৈ কিছুমান বিশিষ্ট নীতিৰ ভেটিত, বিশেষকৈ উদাৰ জাতীয়তাবাদৰ ভেটিত প্ৰতিষ্ঠিত হোৱা গণ-ভিত্তিক ৰাজনৈতিক দলৰ প্ৰয়োজনীয়তা ৰাইজে স্পষ্ট ভাৱে উপলব্ধি কৰিছে। বুদ্ধিমান শইকীয়া ডাঙৰীয়াই, সেইকাৰণে ৰাষ্ট্ৰীয় কংগ্ৰেস (ই) দলক অসমত সুদৃঢ় কৰিবলৈ দেহে-কেহে উঠি-পৰি লাগিল আৰু এই উদ্দেশ্যে তেখেতে মিজোৰামৰ ৰাজ্যপালৰ পদো ইস্তাফা দি কংগ্ৰেছ (ই)ৰ অসম প্ৰাদেশিক সমিতিৰ সভাপতিৰ গুৰুদায়িত্ব বহন কৰি কংগ্ৰেছৰ কাম কৰিলে। নিজৰ কৰ্মনিষ্ঠাৰ কাৰণে চেণ্ট্ৰেল ইলেক্চন কমিতিৰ সদস্যও মনোনীত হ'ল। এইদৰে তেখেতে কষ্ট আৰু পৰিশ্ৰম কৰিলে দেশখনক শক্তিশলী কৰি গঢ় দিবলৈ।

অসম গণ-পৰিষদ চৰকাৰৰ দিনত তেতিয়াৰ প্ৰধানমন্ত্ৰী ভি, পি, সিঙে অসমৰ মুখ্যমন্ত্ৰীক উজনি অসমৰ তিনিখন জিলাক অশান্ত অঞ্চল বুলি ঘোষণা কৰিবলৈ কৈছিল, লগতে সশস্ত্ৰ বাহিনী নিয়োগ কৰিবলৈকেও কৈছিল। এই কথা ভি, পি, চিঙে প্ৰধানমন্ত্ৰিত্বৰ পৰা পদত্যাগ কৰাৰ পিছত কলিকতাৰ এখন বাতৰি মেলত কৈছিল। কিন্তু অসম চৰকাৰে সেই নিৰ্দেশ পালন কৰা প্ৰত্যক্ষ নহল। তেতিয়া কিন্তু কিছুমান শক্তিয়ে নিৰীহ লোকক হত্যা কৰিলে, কিছুমানক অপহৰণ কৰিলে আৰু কিছুমানক লুণ্ঠন কৰিলে। এনে এক উত্তেজনাময় পৰিস্থিতিতো আত্ম-পক্ষক ৰক্ষা কৰিবলৈ শইকীয়া ডাঙৰীয়া কেতিয়াও পৰাঙ্মুখ হোৱা নাই। এনেকুৱা মনোবল ক'ৰ পৰা গোটাইছিল বুলি আমি তেখেতক প্ৰশ্ন কৰিছিলোঁ। তাৰ উত্তৰত শইকীয়া ডাঙৰীয়াই কৈছিল—"জাতিটোক সদায় সাতডাল টাঙোনৰ তলত থাকিব দিব নোৱাৰি। প্ৰয়োজন

হলে অশেষ কষ্ট আৰু ত্যাগ কৰিবই লাগিব। সাগৰ মন্থন কৰোঁতে বিষ ওলাইছিল, আৰু সেই বিষ কোনোবাই পান কৰিবই লাগিব। তাৰ পিছতহে অমৃত। শইকীয়া ডাঙৰীয়াৰ এই ত্যাগ আৰু আত্মদানৰ শক্তিৰ বলতে বৰ্তমান অসমীয়াৰ মাজত সন্ত্ৰাসৰ ভাৱ বহু পৰিমাণে পাতল হৈছে।

এটি মধ্যবিত্ত পৰিয়ালত গড়গাওঁ নগৰৰ পৰা মাত্ৰ ৪০ কিলোমিটাৰ আঁতৰত সাপেখাতিৰ ওচৰৰ এখন চাহবাগিচাত জন্মগ্ৰহণ কৰি সৰ্বসাধাৰণ জনগণৰ জীৱনৰ প্ৰত্যক্ষ অভিজ্ঞতাকে সমল কৰি লৈ শইকীয়া ডাঙৰীয়াই ৰাজনীতিত সাফল্য লাভ কৰাৰ মূলতে হ'ল তেখেতৰ সৰ্বব্যাপী সহানুভূতিশীল অন্তৰ। সাধাৰণ মানুহৰ দুখ তেখেতৰ অন্তৰে উপলব্ধি কৰিব পাৰিছে কাৰণেই আজি তেখেতে উচ্চ ব্যক্তিত্ব আৰু বিকাশৰ জয় ঘোষণা কৰি এক নতুন পৰম্পৰা সৃষ্টি কৰিছে।

হিতেশ্বৰ শইকীয়া আতাল-ভঙা বক্তৃতা দি ফুৰা নেতা নহয়, তেখেতৰ মানৱতাবোধ আৰু কৰ্মনিপুণতাই চুম্বকৰ দৰে ৰাইজক আজি আকৰ্ষণ কৰিব ধৰিছে। আজি অসমৰ ইমূৰৰ পৰা সিমূৰলৈ জন-সমাগমত, ছাত্ৰ-সমাজত, বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানত শান্তি আৰু প্ৰগতিৰ ধ্বজা উৰুৱাই ফুৰিছে, আবাল-বৃদ্ধ-বনিতা সকলোৰে আনুগত্য লাভ কৰিছে, প্ৰচণ্ড হিংসা-বিদ্বেষৰ প্ৰভাৱত গঢ়লৈ উঠা এটাৰ পিছত এটাকৈ নানান আলৈ-আহুকালকো ঠেলি ৰাইজৰ মনত পুণৰ সাহপিত ঘূৰাই আনিব পাৰিছে। এইবোৰে শইকীয়া ডাঙৰীয়াৰ ব্যক্তিত্বৰ অসাধাৰণ নৈপুণ্যৰ পৰিচয়কে দাঙি ধৰে।

ৰাজনীতিক শইকীয়া ডাঙৰীয়াই কেতিয়াও ব্যৱসায় হিচাপে বিবেচনা কৰা নাই। ১৯৮৩ চনত অসমৰ মুখ্যমন্ত্ৰীৰ দায়িত্বভাৰ গ্ৰহণ কৰিয়েই সাংবাদিক মেল এখনত তেখেতে কৈছিল—"সাম্প্ৰতিক পৰিস্থিতিত আটাইতকৈ প্ৰয়োজনীয় কাম হল ৰাজ্যখনলৈ স্বাভাৱিক শান্তিপূৰ্ণ পৰিবেশ ঘূৰাই অনা আৰু দুৰ্গত সকলক অনতিপলমে পুনৰ সংস্থাপন কৰা"। কথা আৰু কামৰ মাজত সংহতি ৰক্ষাৰ চেষ্টাত শইকীয়া ডাঙৰীয়াই কোনো দিনে ত্ৰুটি কৰা নাই। সেয়ে সাংবাদিক মেলত কোৱাৰ পিছতে তেখেতে প্ৰথম কাম হিচাপে দুৰ্গত সকলৰ পুনৰ সংস্থাপনৰ কাম হাতত ললে আৰু যুদ্ধকালীন

ক্ষিপ্ৰতাৰে পুনৰ সংস্থাপনৰ কাৰ্যসূচী সম্পূৰ্ণ কৰি তুলিলে। তাৰ পিছত ৰাজ্যখনলৈ স্বাভাৱিক অৱস্থা ঘূৰাই আনিবলৈ আৰক্ষী বাহিনীক পুনৰ নিৰ্মাণ কৰিলে। গতিকে দেখা যায় শইকীয়া ডাঙৰীয়াই একাগ্ৰতাৰে ৰাজনীতি কৰিছে। অমায়িক, কষ্টসহিষ্ণু আৰু পৰিশ্ৰমী শইকীয়া ডাঙৰীয়াৰ এনে ব্যক্তিত্বৰ বিকাশত তেখেতৰ শিক্ষাগুৰু শ্ৰীপবনাথ শৰ্মাৰ প্ৰভাৱ আৰু অৱদানৰ কথা আজিও তেখেতে শ্ৰদ্ধাৰে সুঁৱৰে।

শইকীয়া ডাঙৰীয়াৰ চৰিত্ৰৰ আন এটি দুৰ্লভ গুণ হল তেখেতৰ স্বাভাৱিক সামাজিক প্ৰৱণতা যিয়ে তেওঁক অসামান্য জনপ্ৰিয় কৰিছে। এই গুণৰ অধিকাৰী হোৱা কাৰণে লগ-সমনীয়া সকলৰ মন আৰু অন্তৰ জয় কৰিব পাৰিছে। ছাত্ৰ তথা যুৱসমাজক সহজে সংগঠন কৰিবলৈ সক্ষম হৈছে। ১৯৫১ চনত তেখেত নাজিৰা হাইস্কুলৰ পুথিভৰাল শাখাৰ সম্পাদক নিৰ্বাচিত হয়। ইয়াৰ আগতে নাজিৰা অঞ্চলৰ ছাত্ৰ-ছাত্ৰী সকলৰ মাজত পুথি অধ্যয়নৰ ধাউতি সিমান বেছি নাছিল। শইকীয়া ডাঙৰীয়া পুথি ভৰাল শাখাৰ সম্পাদক নিৰ্বাচিত হৈ পুথি ভৰালৰ মান উন্নত কৰিলে আৰু ছাত্ৰ-ছাত্ৰী সকলৰ মাজত-অধ্যয়নস্পৃহা জগাই তুলিলে। এনেবোৰ কামৰ জৰিয়তে তেখেতৰ ভৱিষ্যত জীৱনৰ উজ্জ্বল সম্ভাৱনাৰ ৰেঙনি শিক্ষক ছাত্ৰ সকলোৱে দেখিবলৈ পাইছিল।

শইকীয়া ডাঙৰীয়া বৈচিত্ৰহীন জীৱনৰ মাজত হেৰাই যোৱা বিধৰ লোক নহয়। তেখেতৰ চৰিত্ৰ আৰু জীৱন নানান বৈচিত্ৰৰে সমুজ্জ্বল। তেখেতৰ সমসাময়িক কোনো নেতাৰেই ইমান বৈচিত্ৰ্য-পূৰ্ণ জীৱন আমি দেখা নাই। তেখেতৰ কৰ্মময় জীৱনৰ কাৰণেই জীৱনো বৈচিত্ৰ্যৰে ভৰা।

ন্যায়ৰ প্ৰতিও আছিল তেখেতৰ অটল বিশ্বাস। খৃষ্টান ধৰ্মত এষাৰ কথা আছে—"The man of honour desires justice and will seek after it in all his action."* শইকীয়া দেৱৰ জীৱনত এই কথাৰ সম্পূৰ্ণ ৰূপায়ণ আমি দেখা পাইছোঁ।

"Taming the Tempest" গ্ৰন্থৰ লেখিকা শ্ৰীমতী ৰেখা

* O.P.Ghai—Unity in Diversity.

বাক্চিৰ এটি প্ৰশ্নৰ উত্তৰত হিতেশ্বৰ শইকীয়া ডাঙৰীয়াই কৈছিল —"Nobody can predict death. So I do not think about it. Even after the attempts on my life, I did not get nervous. I would just shrug off the incident and continue with my work." জুয়ে কাঠহে ধ্বংশ কৰে, লো সৰল কৰে। হাজাৰ ধুমুহাৰ কোৱেও শইকীয়া ডাঙৰীয়াৰ মনকো লোৰ দৰে সৰল কৰি তুলিছে। সেই কাৰণে ধুমুহা-ঢেৰেকনীৰ দিনতো তেখেতৰ খুটি নৰলিল। এনে স্থিত প্ৰজ্ঞ গুণৰ অধিকাৰী কেনেকৈ হব পাৰিলে বুলি সোধা আমাৰ এটা প্ৰশ্নৰ উত্তৰত শইকীয়া ডাঙৰীয়াই কৈছিল—"মোৰ চিন্তাৰাজ্যৰ বিকাশত দেউতাই যথেষ্ট প্ৰভাবান্বিত কৰিছিল। তেখেতে মোক বাৰে বাৰে কৈছিল—বিপদত সহনশীল হবা। তেতিয়া দেখিবা পথভ্ৰষ্ট পথিকৰ দৰে মাজ-বাটত খপ্জপাই থাকিব নালাগে, সীমাত থিয় হব পাৰিবা। চিন্তাৰ পথ অনুসৰণ কৰোঁতে দেউতাৰ এই কথা বোৰকেই মই সততে মনলৈ আনোঁ।"

মানসিক উদাৰতা আৰু ৰাজনৈতিক চেতনাৰ উপৰিও হিতেশ্বৰ শইকীয়াৰ প্ৰশাসনীয় দক্ষতাও অপৰিসীম। প্ৰশাসনীয় পৱিত্ৰতা ৰক্ষাৰ ওপৰত গুৰুত্ব দি তেখেতে বিষয়াসকলৰ প্ৰতি এবাৰ কৈছিল—"যি কোনো সময়তে নাইবা যি কোনো পৰিস্থিতিতে আমি আমাৰ কৰ্তব্যৰ প্ৰতি নিষ্ঠাবান হব লাগিব। নিষ্ঠাবান লোকৰ কাৰণেহে দেশ উন্নতিৰ শিখৰত উপবিষ্ট হব পাৰে। আমাৰ দেশ লাচিতৰ দেশ, লাচিতৰ আদৰ্শৰে আমি কৰ্তব্য পালন কৰিলে অসমে গৌৰৱ অৰ্জন কৰিবলৈ সক্ষম হব পাৰিব। লাচিতে "দেশতকৈ মোমাই ডাঙৰ নহয়" বুলি কৈ যি আদৰ্শ দাঙি ধৰি দেশপ্ৰেমৰ উজ্জ্বল চানেকি আমাক দি গৈছে, সেই আদৰ্শত অনুপ্ৰাণিত হৈ আমিও কৰ্তব্য পালন কৰিব পাৰিলেহে নিজকে দেশপ্ৰেমিক বুলি গৌৰৱ কৰিব পাৰিম আৰু তেতিয়াহে আমাৰ দেশে উন্নতিৰ বুনিয়াদ ৰচনা কৰিব পাৰিব।" তেখেতে নিজেও এনে আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত কাৰণে নিজৰ সুখস্বাচ্ছন্দ্য সকলো ত্যাগ কৰি দুপৰ নিশালৈকে বুগীয়া শৰীৰেৰে ফাইলৰ কাম-কাজ চোৱা-চিতা কৰে।

শইকীয়া ডাঙৰীয়াৰ অন্তৰ বৰ কোমল। শ্ৰীমতী ৰেখা

বাক্‌চিয়ে এবাৰ তেখেতক তেখেতৰ দুৰ্বলতাৰ বিন্দু ক'ত বুলি প্ৰশ্ন কৰাত শইকীয়া ডাঙৰীয়াই কৈছিল—"If a wrongdoer comes to me and confesses, I become soft and lenient. I think this is my weakness.".* তেখেতৰ এখন মমতাভৰা অন্তৰ থকা কাৰণেই কিছুমান তোষামোদকাৰীয়ে তেখেতক সময়ে সময়ে বিব্ৰত কৰি যে নোতোলে তেনে নহয়। যদিও শইকীয়া ডাঙৰীয়া নিজৰ সীমাবদ্ধতাৰ সম্পৰ্কে সচেতন, কিছুমান তোষামোদকাৰী আৰু অপাত্ৰই তেখেতৰ উদাৰতা আৰু বদান্যতাৰ অন্যায় সুযোগ গ্ৰহণ কৰিবলৈ সক্ষম হয়। এই অন্যায় সুযোগ গ্ৰহণকাৰী সকলৰ কাৰণে তেখেতে সময়ে সময়ে লোক নিন্দা সহ্য কৰিব লগাত পৰিছে। অৱশ্যে নিজে শুদ্ধাত্মা কাৰণে এই নিন্দায়ো তেখেতৰ অন্তৰত কোনো প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰা দেখা নাযায়।

অসম আৰু ভাৰতৰ বা প্ৰকৃত অৰ্থত মানৱৰ শান্তিৰ কথা কোৱা আৰু মানৱ জীৱনৰ সৌন্দৰ্য ৰক্ষাৰ অভিযানত বাট বুলি সমতা আৰু অহিংসাৰ কথা কোৱা হিতেশ্বৰ শইকীয়াক এটি বিমূৰ্ত ধাৰণালৈ পৰ্যবসিত কৰাৰ চেষ্টা অহৰহ চলি থকা সত্ত্বেও, উদাৰতা আৰু চিন্তাৰ স্বাধীনতাক তেখেতে সদায় পূজা কৰি আহিছে। সেয়ে তেখেতৰ ওচৰলৈ অহা কোনোৱে তেখেতৰ ব্যৱহাৰত ক্ষুণ্ণ হব নোৱাৰে, বৰং তেখেতৰ স্নেহ-সান্নিধ্যই নিঃসন্দেহে সকলোৰে অন্তৰ জয় কৰে।

* Taming the Tempest.

# উপৰি-বংশৰ কথা

আহোম ৰাজত্বৰ কালছোৱা অসম বুৰঞ্জীৰ যৌৱন অবস্থা। সেই কালছোৱাত অসম ৰাজ্যৰ আকাশত গৌৰৱৰ নিচান নিৰন্তৰে উৰি আছিল। সামৰিক শক্তিত আহোম সকল আছিল অপৰাজেয়। পোনতে সৌমাৰ পীঠত তেওঁলোকে ৰাজ্য স্থাপনৰ প্ৰেৰণা লাভ কৰে। এই সৌমাৰ পীঠ আছিল কামৰূপৰ চাৰিপীঠৰ ভিতৰতে অন্যতম। বহু ঐতিহ্যমণ্ডিত এই সৌমাৰ পীঠতে অসমে কলা-সংস্কৃতি, একতা-সংহতি আৰু বলবিক্ৰমৰ ক্ষেত্ৰত বুনিয়াদী গৌৰৱ অৰ্জন কৰিব পাৰিছিল।

নদ-নদী সমাকুল এই সৌমাৰ পীঠ। ভৈৰবী বা ভৰলীয়ে ইয়াৰ পশ্চিম প্ৰান্ত, আৰু দিক্কৰ বাসিনীয়ে ৰচনা কৰিছে ইয়াৰ পূৰসীমা। ইয়াৰ মাজতে আছে দিখৌ নৈৰ স্ৰোতধাৰা। বুৰঞ্জীয়ে ৰিণি ৰিণি আভাস দিয়া আহোম সকলৰ ভৌতিক ঠাই চৰাইদেওৰ প্ৰাকৃতিক সৌন্দৰ্য অতি মনোৰম। ইয়াৰ প্ৰাচীন নাম বিহগাদ্ৰী*। দিখৌ নৈখন ইয়াৰ ওচৰেদি এতিয়াও প্ৰৱাহমান। এই নৈৰ কাষৰ পৰ্বতৰ নামনিত এখনি আশ্ৰমৰ চিন-মোকাম এতিয়াও পোৱা যায়। দেওধাই বুৰঞ্জীৰ পাতনিত উল্লেখ থকা মতে ঋষিৰাজ বশিষ্ঠই এই আশ্ৰম প্ৰতিষ্ঠা কৰি যজ্ঞৰ নিমিত্তে পূজা-অৰ্চনা কৰিছিল। ইয়াৰ বায়ুকোণত কামেশ্বৰী দেৱীৰ মন্দিৰ, উত্তৰ কোণত পৱিত্ৰ মানস-সৰোবৰৰ কল্লোল নিৰন্তৰ তৰঙ্গিত হৈ আছে। বহু-শতাব্দী ধৰি পুৰাণ প্ৰসিদ্ধ ভীষ্মকৰ ৰাজধানী কুণ্ডিল নগৰ সৌমাৰ পীঠৰ মুকুটমণি হৈ আছে। তাহানি প্ৰাচীন কালতে ভীষ্মক নন্দিনী ৰুক্মিনীৰ উদ্দেশ্যে দ্বাৰকা পুৰীৰ শ্ৰীকৃষ্ণ ইয়ালৈ ঢাপলি মেলিছিল। সময়ে মচিব নোৱাৰা অসম বুৰঞ্জীৰ শত শত গাথা, যি বোৰ

* Deo Dhai Assam Buranji—Introduction XXXI

অসমীয়া জাতীয়-জীৱন ধাৰাৰ সতে বিয়পি পৰিছে, এতিয়াও সেইবোৰ ইয়াত জনমুখৰ হৈ আছে।

সৌমাৰ পীঠ বিভিন্ন জাতি উপ-জাতিবো মিলন ক্ষেত্ৰ। বুৰঞ্জীৰ ভেটিত যুগমীয়া স্মৃতিৰ দোল এতিয়াও এই পীঠত জিলিকি আছে।

প্ৰাক্ ঐতিহাসিক কালতে শোণিতপুৰ আছিল বলিৰ বৰপুত্ৰ বানৰ ৰাজধানী। সেইদৰে আৰিমত্ত ৰজাৰ ৰাজধানী আছিল জোঙালবলহু, আৰু মহাকাব্যত উল্লেখিত বীৰ ঘটোৎকচৰ হিড়িম্বাপুৰ। চুটিয়া আৰু কছাৰী ৰজাসকলৰ কীৰ্ত্তিচিহ্নৰ ভগ্নাৱশেষ এতিয়াও ইয়াত সিচৰিত হৈ আছে। ইয়াৰ মাজতে জক্‌মকাই আছে ভূমিপুত্ৰ সকলৰ অতীত গৌৰৱৰ ঘোষণা।

বুৰঞ্জীৰ এই লীলা যে প্ৰাচীন যুগতে অন্ত পৰিল এনে নহয়, ত্ৰয়োদশ শতিকাত শান দেশৰ টাই জাতিৰ এটা দলে সৌমাৰ পীঠত ৰাজ্য স্থাপন কৰি অসমৰ স্থিতি অধিক নিটোল কৰি তুলিলে। এওঁবিলাকৰ যুদ্ধনীতি আৰু ৰাজনীতি দেশৰ সকলোতকৈ শ্ৰেষ্ঠ আছিল বাবেই, তেতিয়া এই দেশৰ জাতি বিলাকে তেওঁবিলাকক কাৰো লগত সম বা সমান নহয়, অৰ্থাৎ 'অসম' জাতি বা 'অহম' জাতি বুলি আখ্যা দিয়ে। এই 'অহম' বিলাকেই পিছলৈ 'আহোম' হৈ পৰিল, আৰু তেওঁবিলাকে শাসন কৰা দেশখনৰ নামো 'অসম' বুলি জনাজাত হৈ পৰিল।

'টাই' শব্দটো এটা উত্তৰাধিকাৰ সম্পন্ন ৰাজকীয় বিষয়াৰ উপাধি আছিল বুলি জনা যায়। কালক্ৰমত এই উপাধি জাতিগত উপাধিত অৱস্থান্তৰ প্ৰাপ্ত হয়। শ্যাম, য়ুনান বা দক্ষিণচীন, কোৱাংচি আৰু ব্ৰহ্মাদেশ জুৰি টাই জাতিৰ মানুহৰ বসতিস্থান আছিল। সময়ৰ সোঁতত এওঁলোকে য়ুনান এৰি দিক্-বিদিকৰ ফালে আগ বাঢ়িব ধৰিলে, আৰু তাৰে এটা ঠাল বাৰ্মালৈকে প্ৰৱেশ কৰিলে। খৃষ্টীয় ত্ৰয়োদশ শতিকাৰ আগভাগত এই টাইজাতিৰে আন এটা ঠাল উত্তৰ বাৰ্মাৰ পৰা চুকাফা নামৰ এজন স্বৰ্গদেৱৰ অধীনত পাটকাই পৰ্বতেদি সৌমাৰত প্ৰৱেশ কৰেহি।

শকাব্দ ১১৫০ শকৰ ১৫ আঘোণত চুকাফা ৰজাদেউ আহোঁতে লগত ৯০০০ মানুহেৰে গঠিত প্ৰবল শক্তিশালী সামৰিক বাহিনী

এটা, দাঁতাল হাতী আৰু মাখুন্দী হাতী দুটা, ঘোঁৰা তিনিশ, থাওমুংক্লিং হুনমাংৰাই বুঢ়াগোহাঁই আৰু থাওমুংকানঙ্কুন বৰগোহাঁই—এই দুই জন মন্ত্ৰী সমন্বিতে পোন্ধৰজন উচ্চবংশীয় লোক, তিনি গৰাকী কুঁৱৰী আৰু চোমদেউ দেৱতা লগত লৈ আহিছিল। তিপাম, শলগুৰি, হাবুং আৰু শিমলুগুৰি—এইবোৰ স্থানত দুই তিনি বছৰকৈ থাকি পিছত সৰু পাহাৰ এখনৰ দাঁতিত 'চৰাইদেউ' নামে ঠাইত সমাৰোহেৰে নগৰ নিৰ্মাণ কৰে। এওঁ লোক বুধিত বিচক্ষণ আৰু কথাত পগাপোৰা আছিল। গতিকে থলৰ মানুহখিনিক হাত কৰি লব নোবাৰিলে পুৰাতে নাওঁ মেলিব লাগিব,—এই কথা বুজি লৈ বৰাহী মৰাণৰ ছোৱালী বিয়া কৰাই সিবিলাকক মিতিৰ কৰি ললে। এইদৰে সৌমাৰ খণ্ডত তেওঁলোক নিগাজি হৈ পৰিল। আহোম সকলৰ অতুলনীয় বাহুবল আৰু কৰ্তব্যপৰায়নতাৰ বাবেও ভূমিপুত্ৰ সফল মুগ্ধ হৈ পৰিছিল; আৰু নানা উপহাৰেৰে চুকাফাক দৰ্শন কৰিবলৈ প্ৰাৰ্থনা কৰিছিল। স্বৰ্গদেৱেও ইয়াৰ প্ৰতিদান হিচাবে মৰাণ বিলাকক খৰিভাৰী আৰু বৰাহী বিলাকক বাৰীচোবাৰ বাব দিলে। এইদৰে সৌমাৰখণ্ডত আহোমৰ স্থিতি নিকপ্‌কপীয়া হৈ পৰিল।

"দল টানিলেহে মাগুৰ খাবলৈ পায়।" টাই জাতিৰ আহোম সকলে এই কথা উপলব্ধি কৰিব পাৰিছিল। অধ্যবসায় আছিল তেওঁবিলাকৰ জীৱনৰ সাধনা। প্ৰশাসনীয় পটুতাও তেওঁবিলাকৰ কম নাছিল। অধ্যবসায় আৰু প্ৰশাসনীয় পটুতা আদি গুণৰ কাৰণে আহোমৰ দিনত কোনো বিদেশীয়ে অসমভূমিত খোজ পেলাব পৰা নাছিল। তেওঁলোকৰ গভীৰ দেশাত্মবোধ আৰু হাড়ে-হিমজুৰে অসমীয়া হৈ থাকিবলৈ প্ৰৱল হেপাহে সেই সময়ত অসমৰ ভূমিপুত্ৰ সকলক যে নিঠৰুৱা অৱস্থাৰ পৰা ৰক্ষা কৰিছিল, তাত ধনিষ্ঠামানো সন্দেহৰ অৱকাশ নাই।

চৰাইদেৱৰ পিছত আহোম স্বৰ্গদেউ সকলৰ লীলাভূমি হৈ পৰিল "কথা শুনি তল' যোৱা গড়গাওঁ। এটা যুগ আছিল, গড়গাওঁ দলদোপ্-হেন্দোলদোপ্, যাৰ পয়োভৰ দেখি পেটতে হাতভৰি লুকাইছিল, আনকি গড়গাওঁৰ কটাৰীৰ ডাবেও কাটিছিল।

অতীতৰ অভিনৱ স্মৃতি বিজড়িত স্ৰোতস্বিনী দিখৌ নৈৰ কিছু

দুবৈত পবিত্ৰ শিৱ আৰু বিষ্ণু দৌল শোভিত শিৱসাগৰ। অসমৰ শিক্ষা-সংস্কৃতি, ৰাজনীতি অৰ্থনীতি সকলো ক্ষেত্ৰতেই শিৱসাগৰ স্বৰ্ণমণ্ডিত হৈ আছে। আহোম স্বৰ্গদেউ সকলৰ অমৰ স্মৃতি আজিও ইয়াত ওলমি আছে। স্বৰ্গদেউ সকলৰ ৰাজপ্ৰসাদ আৰু কাৰেংঘৰৰ বৰ্ণনা দি মুছমান সেনাপতি মিৰজুমলাৰ লগত অহা চাহাবুদ্দিন নামে লেখক এজনে অত্যুৎসাহেৰে কৈছে—"Probably nowhere else in the world can wooden houses be built with such decorations and figure carvings as by the people of this country." ইয়াতকৈ আৰু অধিক গৌৰৱৰ কথা কি হব পাৰে!

## পুৰ্বপুৰুষ

এই স্বনামধন্য শিৱসাগৰৰ জোকতলী মৌজাৰ এখন গাওঁ— লক্ষীমপুখুৰী। এই গাৱতেই শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰ পূৰ্বপুৰুষ সকলে বাস কৰিছিল। এই পৰিয়ালৰ কোনোবা এজন বৰ সাহীয়াল পুৰুষ আছিল। সমাজত প্ৰচলিত আছে যে আহোম স্বৰ্গদেৱে তেওঁৰ বাহুবলত মুগ্ধ হৈ শইকীয়া বিষয় বাব দিয়ে আৰু তেতিয়াৰ পৰাই এই পৰিয়ালৰ বংশধৰ সকলে শইকীয়াৰ ফৈদ বুলি জনাজাত হৈ আহিছে। এই বংশধৰ সকলৰ লোক সকল নানা যুদ্ধ-বিগ্ৰহাদিৰ দ্বাৰা ওতঃপ্ৰোতঃভাবে জড়িত থাকিব লগাত পৰিছিল। চামুৱাই সকলৰ দৰে এওঁলোকেও দেশৰ স্বাধীনতা ৰক্ষাৰ কাৰণে জীৱন পণ কৰিছিল।

শ্ৰীহিতেশ্বৰ শইকীয়াৰ চতুৰ্থজন উপাৰি পুৰুষ ৺ললধৰ শইকীয়াই নিজ পিতৃভেটি এৰি ধোপাবৰ মৌজাৰ ৰাজগড় গাৱঁত নিগাজিকৈ বসতি কৰিবলৈ লৈছিল। ৰাজগড় গাৱঁৰ বিশেষ ঐতিহাসিক সমাজ আৰু তাৰ জীৱনধাৰণৰ পৰম্পৰাই এনে কেতবোৰ প্ৰমূল্যৰ বিকাশ সাধন ঘটাইছিল, যিবোৰে ললধৰ শইকীয়াৰ মন আকৃষ্ট কৰিব পাৰিছিল। এইবোৰ প্ৰমূল্যৰ উপলব্ধিয়ে তেওঁৰ জীৱনৰ আধ্যাত্মিক দিশটো আৰু বেছি সজাগ হৈ পৰিছিল। অৰ্থাৎ সেই গাৱঁৰ বাতাৱৰণে ললধৰ শইকীয়াৰ জীৱনীশক্তি আৰু

নৈতিক চেতনা সুদৃঢ় কৰি তোলাত হৈ পৰিছিল প্ৰেৰণাদায়ক। সেয়ে এক কৰ্মময় জীৱনেৰে কৃষক হিচাপে নিজকে প্ৰতিষ্ঠা কৰাত নতুন ঠাইখনত তেওঁ যথেষ্ট শক্তি আহৰণ কৰিবলৈ সক্ষম হৈছিল।

ললধৰৰ পুত্ৰ নাহৰ শইকীয়া হিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰ আজুককা আছিল এগৰাকী বিত্তশালী আদ্যৱন্ত লোক। নাহৰ শইকীয়াই সমাজত সুনাম অৰ্জন কৰিব পাৰিছিল ন্যায়ৰ অনুশীলনকাৰী হিচাপে। ঐশ্বৰ্য সম্পদৰ অধিকাৰী হৈয়ো তেওঁ আছিল কথা-বতৰাত সংযত। নিশ্চিত জ্ঞানৰ অন্বেষণ আৰু তাক নাপায় যি এক মানসিক অনিশ্চয়তা আৰু ব্যৰ্থতাৰ সম্ভৱনাই দেখা দিছিল, সিয়ে হয়তো তেওঁক নিৰুৎসা কৰি পেলাব পাৰিলেহেঁতেন; কিন্তু ন্যায়ৰ প্ৰতি তেওঁৰ যি একাগ্ৰতা, তাৰেই প্ৰেৰণাত সমাজ সেৱাৰ কামত নিজকে আত্মনিয়োগ কৰি মনলৈ প্ৰশান্তি ঘুৰাই আনিবলৈ দৃঢ় মনৰ নাহৰ শইকীয়াই শক্তি লাভ কৰিছিল। ব্যক্তিগত দুখ-বেজাৰলৈ পাহৰি ওচৰ-চুবুৰীয়াৰ অভাৱ-অনাটনৰ, সুখ-দুখৰ প্ৰতি নিষ্ঠাৰে কাম কৰিবলৈ ব্ৰতী হোৱাকে ন্যায় বুলি বিবেচনা কৰিছিল। জীৱনৰ শেষৰ ফালে সেইকাৰণেই তেওঁৰ স্বচ্ছল আৰ্থিক অৱস্থাৰ যথেষ্ট পৰিবৰ্তন ঘটিছিল। কিন্তু ইমানতো ধীৰ আৰু বিশ্লেষণশীল নাহৰ শইকীয়াই সমাজ সেৱাৰ কামত কোনোদিনে বিন্দুমাত্ৰ উদাসীন মনোভাৱ পোষণ কৰা দেখা নগ'ল। বৰং স্বেচ্ছাই নিজৰ বুলি যি অলপ আছিল, তাকো নিঃসংকোচে সেৱাৰ নামত খৰছ কৰিছিল। মুঠতে সকলো সময়তে সতেজ মন আৰু সমাজ সেৱাৰ প্ৰবৃত্তি—নাহৰ শইকীয়াৰ চৰিত্ৰৰ এক জলন্ত চানেকি।

# পিতৃদেৱ

ন্যায়পৰায়ণ নাহৰ শইকীয়াৰ পত্নীৰ নাম আছিল বজো শইকীয়ানী। নাহৰ শইকীয়াই পথাৰৰ বোকা-পানী গছকি থাকিব লগীয়া হোৱাত আৰু সমাজ-সেৱাৰ যাবতীয় কামত নিজকে ব্যস্ত ৰাখিব লগাত ঘৰখনৰ সকলো কাম-কাজ চম্ভালিব লাগিছিল বজো শইকীয়ানীয়ে। ঘৰখন পৰিপাটিকৈ ৰখা, বহু আত্মীয় আৰু অনাত্মীয় লোকক সোধ-পোচ কৰা ইত্যাদি কাম-কাজত অলপ দিনৰ ভিতৰতে তেওঁ হৈ পৰিছিল অভ্যস্ত। নাহৰ শইকীয়াৰ ঘৰখনৰ উপযুক্ত হোৱাৰ কাৰণে বজো শইকীয়ানীৰ প্ৰয়োজন আছিল। এওঁলোকৰে সন্তান হলধৰ শইকীয়া। সৰু কালৰে পৰা পঢ়াশুনা, খেলাধুলা, হাঁহি-কান্দোন, ঠেঁহ-পেছ আদি উত্তেজনাৰ মাজত হলধৰৰ মনৰ ভিতৰত লুকাই থকা প্ৰতিক্ৰিয়াৰ বুৰবুৰণি স্পষ্ট হৈ দেখা দিছিল। অন্তৰৰ নিৰ্দেশ বা আবেগৰ প্ৰাধন্য মানি চলাটোহে যুগুত বুলি যি সকলে ভাৱে, সেই সকল ভিতৰত ভাৱবিলাসী হলধৰ আছিল অগ্ৰণী।

হলধৰে তেওঁৰ পিতৃৰ পৰা উত্তৰাধিকাৰসূত্ৰে বহু অনন্যসাধাৰণ গুণ পালেও, তেওঁৰ চৰিত্ৰক মাতৃ বজো শইকীয়ানীয়ে বিশেষভাৱে যে প্ৰভাৱিত কৰিছিল, সেইটো নিঃসন্দেহ। বজো শইকীয়ানী আছিল এক অসামান্যা মহিলা। তেওঁ আত্মীয়-অনাত্মীয় সকলোকে সমান চকুৰে চাইছিল। মাতৃ বজো শইকীয়ানীৰ এনে উদাৰ অন্তৰৰ অধিকাৰী হৈ পৰিল হলধৰ। সৰু কালৰে পৰা ধৰ্ম আৰু সমাজৰ প্ৰতি ঐকান্তিক শ্ৰদ্ধা আৰু ভক্তিত একান্ত হৈ পৰিছিল হলধৰ। তেওঁৰ চৰিত্ৰৰ এনে বৈশিষ্ট্যৰ মূলতে আছিল তেওঁৰ পিতৃ আৰু মাতৃয়ে সাত্বিকভাৱে কৰা জীৱনযাপন। হলধৰৰ মাতৃ বজো শইকীয়ানীয়ে তেওঁৰ বিয়াৰ আগতেও খ্যাতি অৰ্জিবলৈ সক্ষম হোৱা এগৰাকী গাভৰু ছোৱালী আছিল। শিপিনী হিচাপে তেওঁৰ

দক্ষতা আছিল অপৰিসীম। বৈৱাহিক জীৱনৰ পাতনি মেলাৰ পিছতো নিজৰ আত্ম সন্মানৰ কথা পাহৰিব পৰা নাছিল। ভৱিষ্যৎ-লৰা-ছোৱালীৰে পৰিয়ালৰ বুনিয়াদ কেনেকৈ গঢ়িব পাৰে তাৰ প্ৰতি তেওঁৰ দৃষ্টি আছিল সচেতন। সেই কাৰণে তেওঁ সন্তানৰ ওপৰত চোকা প্ৰহৰীৰ দৰে নজৰ ৰাখিছিল। মাতৃৰ এনে লালন-পালনৰ মাজত ডাঙৰ হোৱা কাৰণে হলধৰৰ কৰ্মময় জীৱনত দুটা বিশিষ্ট গুণ পৰিস্ফুটভাৱে আত্মপ্ৰকাশ কৰা দেখিবলৈ পোৱা যায়—প্ৰথমতঃ নিষ্ঠাবান আৰু দ্বিতীয়তঃ অধ্যৱসায়ী। পঢ়াশুনাত তেওঁ আছিল পৰম উৎসাহী, অনলসভাৱে বিদ্যাশিক্ষা কৰা আছিল তেওঁৰ ধৰ্ম। নিজৰ অহোপুৰুষাৰ্থৰ কাৰণেই হলধৰে শিমলুগুৰি প্ৰাথমিক বিদ্যালয়ৰ পৰা তিনিটকীয়া জলপানী লাভ কৰি প্ৰাথমিক পৰীক্ষাত উত্তীৰ্ণ হয়। নাজিৰা হাইস্কুলতো অতি কৃতিত্বৰে অধ্যয়ন কৰি দুবাৰকৈ ডবল প্ৰমোচন লাভ কৰিবলৈ সমৰ্থ হয়, আৰু দশম শ্ৰেণীলৈকে সুখ্যাতিৰে পঢ়াশুনা কৰে। কিন্তু সেই সময়তে ঘৰখন চম্ভালিব লগা হোৱাত তেওঁৰ অসামান্য বুদ্ধিমত্তাৰ বিকাশৰ পথ ৰুদ্ধ হৈ পৰে, তেতিয়াৰ পৰাই পঢ়াশুনা এৰি জীৱিকাৰ উপায় হিচাপে কৰ্মময় জীৱনৰ পাতনি মেলিবলৈ বাধ্য হয়।

প্ৰথম অৱস্থাত হলধৰ শইকীয়া ৰেল বিভাগত নিয়োজিত হয়। তেতিয়াৰ দিনত অসমৰ ৰেল-পৰিবহনৰ সেৱা পৰিচালনা কৰিছিল 'আসাম-বেঙ্গল ৰেলৱে'ই। 'আসাম-বেঙ্গল ৰেলৱে'ৰ শিমলুগুৰিৰ কাৰ্যালয়ত হলধৰ শইকীয়াই চাকৰি জীৱনৰ পাতনি মেলে। এই ৰেলৱেৰ অধিকাংশ কৰ্মচাৰীয়ে অসমৰ বাহিৰৰ লোক আছিল। সি-সকলৰ কুচক্ৰান্তৰ বলি হলধৰ শইকীয়াও হব লগাত পৰিল আৰু স্বাধীনচেতা হলধৰ শইকীয়াই অনতিপলমে ৰেলৱেৰ চাকৰি ইস্তাফা দি বগাবাঘ চাহ-বাগিচাৰ কাৰ্যালয় সহায়ক হিচাপে আত্মনিয়োগ কৰিলে। দৰাচলতে চাহ-বাগিচাত নিয়োজিত হোৱাৰ পিছৰ পৰাহে শইকীয়া ডাঙৰীয়াই আত্মশক্তিৰ পৰিপূৰ্ণ বিকাশ সাধনৰ সুযোগ লাভ কৰে।

শিশু অৱস্থাত প্ৰকৃতিৰ লীলাভূমি ধোপাবৰ মৌজাৰ ৰাজগড় গাৰ্ত উমলি-জামলি কিশোৰ পাৰ কৰি দিয়া হলধৰ শইকীয়াই চাহ-বাগিচাকহে নিজৰ আত্ম-সংস্থাপনৰ উপযুক্ত কৰ্মস্থান বুলি গ্ৰহণ

কৰিলে ; আৰু বাগিচাৰ কামত নিজৰ কৰ্মশক্তিৰ যথাযথ পৰিচয় দি সকলোৰে মনত বিশ্বাস আৰু আস্থা বজাই ৰাখিবলৈ সক্ষম হল। চাহ-বাগিচাৰ কামত নিজকে বুৰাই দি শইকীয়া ডাঙৰীয়াৰ মন উস্মাৰে ভৰি পৰিছিল। অসমৰ কেবাজনো কৃতি পুৰুষে চাহ-বাগিচাত কাম কৰি চাহ-শিল্পৰ বিকাশ সাধনত অনবদ্য অবদান আগবঢ়াই গৈছে। সেই সকলৰ ভিতৰত সিংহ পুৰুষ মণিৰাম দেৱানে দায়িত্বশীল দেৱানৰ পদত থাকি অসমীয়া জাতিক চাহ- শিল্পত মনোনিবেশ কৰিবলৈ প্ৰেৰণা দি গৈছিল। এনে স্বনামধন্য ব্যক্তি চাহ-শিল্পৰ লগত জড়িত থাকি চাহ-শিল্পৰ অভিজাত্য বৃদ্ধি কৰি গৈছে। সেয়ে চাহ-বাগিচাত কাম কৰাটো হলধৰ শইকীয়াই গৌৰৱৰ কথা বুলি অনুভৱ কৰিছিল। এনে অনুভৱৰ কাৰণেই তেওঁ বগাবাঘ চাহ-বাগিচাত নিষ্ঠাৰে কাম কৰি অতি কম সময়ৰ ভিতৰতে সকলোকে মুগ্ধ কৰিব পাৰিছিল।

অসমীয়া মানুহৰ বিৰুদ্ধে কিছুমান অভিযোগ আছে— এওঁলোক ঢোধ, সোঁৰোপা, অকামিলা। অভিযোগৰ আংশিক সত্যৰ সপক্ষে প্ৰমাণ কৰাৰ যুক্তি আছে যদিও কথাষাৰৰ ব্যতিক্ৰম নোহোৱাঁও নহয়। এই ব্যতিক্ৰমৰ বাবেই বহু জাতিৰ বুৰঞ্জী অনবদ্য হোৱা দেখা যায়। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ, মাধৱদেৱ প্ৰমুখ্যে কন্দলি সকলৰ কথালৈ নগৈও, নৰনাৰায়ণ, চিলাৰায় দেৱান, মোমাই তামুলীবৰফুকন, লাচিত বৰফুকন প্ৰভৃতিৰ জীৱন আলেখ্যই অসম বুৰঞ্জীৰ কেকুৰী সলনি কৰি গৈছে। এইবোৰ বুৰঞ্জী প্ৰসিদ্ধ লোকৰ কথা এৰিও অসমীয়া মানুহৰ যে বিদ্যাবুদ্ধি, আত্মবিশ্বাস, চৰিত্ৰবল আছে তাৰো ভূঁৰি ভূঁৰি প্ৰমাণ আছে। আনন্দৰাম বৰুৱাৰ বিদ্যাবুদ্ধি, গোপীনাথ বৰদলৈৰ আত্ম-বিশ্বাস, বিমলাপ্ৰসাদ চলিহাৰ চৰিত্ৰবলৰ কথা কোনে নাজানে। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, দেশভক্ত তৰুণৰাম ফুকন, ঋষিতুল্য কৃষ্ণকান্ত সন্দিকৈ প্ৰভৃতি মহান ব্যক্তি সকলৰ জন্ম অসমতে হৈছিল। দৰাচলতে সত্যবাদী, পৰিশ্ৰমী, সাহসী, আত্মনিৰ্ভৰশীল আৰু চৰিত্ৰবান লোকৰ পৰিচয় আমাৰ মাজত বহুতো পোৱা যায়। এনেবোৰ লোকেই অসমীয়া জাতিৰ শিৰোমণি স্বৰূপ, অসমীয়া জাতীয় জীৱনৰ ক্ৰমিক শৃংখলাবদ্ধ প্ৰগতিত এই ব্যক্তি সকলৰ

বৰগুনি অনবদ্য। এওঁলোকৰ জীৱন আদৰ্শত আজিও অসমীয়া জাতীয় প্ৰতিচ্ছৱি জিলিকি আছে।

"মহা মহা পুৰুষৰ চানেকিৰে" উদ্বুদ্ধ হৈ হলধৰ শইকীয়াই জীৱনক গঢ় দিবলৈ শিকিলে, সমাজ সেৱা, আৰু সমাজ সংগঠনৰ কামত নিজক এৰি দিলে। কেবাখনো প্ৰাইমাৰী স্কুল, চাৰিআলি মধ্য ইংৰাজী বিদ্যালয়, সাপেখাতি উচ্চ ইংৰাজী বিদ্যালয় আদি প্ৰতিষ্ঠা কৰাত তেওঁ আগৰনুৱা হৈ পৰিল। চাৰিআলিৰ মধ্য ইংৰাজী বিদ্যালয়ৰ প্ৰতিষ্ঠাপক শ্ৰীযুত মদন শৰ্মা কাকতী আৰু সাপেখাতি উচ্চ ইংৰাজী বিদ্যালয়ৰ প্ৰতিষ্ঠাপক শ্ৰীযুত শিৱপ্ৰসাদ বৰুৱাৰ ( বৰদৈ-চিলাৰ সম্পাদক ) লগত স্কুল দুখনৰ উন্নয়নমূলক কামত নিৰলসভাৱে সহায়-সহযোগ কৰি অঞ্চলটোৰ শিক্ষা বিকাশৰ ক্ষেত্ৰত এক বিপ্লৱ গঢ়ি তুলিছিল।

হলধৰ শইকীয়াৰ চৰিত্ৰত বহুতো বিশেষত্ব বিচাৰি পোৱা যায়। সবাতোকৈ তেওঁৰ চৰিত্ৰৰ বাস্তৱ দিশটো হ'ল—আনক জীয়াই থাকিবলৈ সুবিধা দিয়া আৰু আনক জীয়াই থাকিবলৈ সহায় কৰা। শইকীয়া পৰিয়ালৰ এটা বৈশিষ্ট্য আৰু গুণ হ'ল এই পৰিয়ালৰ লোকসকলৰ সহৃদয় 'অতিথিপৰায়ণতা আৰু অকৃপণ বদ্যান্যতা। হলধৰৰ পিতৃ নাহৰ শইকীয়া সম্পৰ্কে জানা যায় যে তেওঁ অত্যন্ত অতিথিপৰায়ণ আছিল। অতিথি সেৱাকেই তেওঁ পৰম ধৰ্ম বুলি জ্ঞান কৰিছিল। তেওঁ তেওঁৰ পত্নী বজো শইকীয়ানীক নিৰ্দেশ দিছিল, যে কেতিয়াও কোনো অতিথি যেন বিমুখ হৈ নাযায়। বজো শইকীয়ানীয়েও সেই নিৰ্দেশ কঠোৰ ভাৱে পালন কৰিছিল। নাহৰ শইকীয়াৰ এই অতিথি পৰায়ণতা, মহানুভৱতা হলধৰৰ চৰিত্ৰত পূৰ্ণ পৰিণতি লাভ কৰা দেখা যায়।

এখন দেশৰ শিক্ষা আৰু ভাষাৰ শ্ৰীবৃদ্ধি, দেশখনৰ ভাষাভাষী, জনসংখ্যা আৰু অধিবাসী সকলৰ ওপৰত যথেষ্ট নিৰ্ভৰশীল। আমাৰ ৰাজ্যৰ প্ৰত্যেক জন অধিবাসীয়েই অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি অনুৰক্ত বুলি কোনেও বুকুত হাত থৈ কব নোৱাৰে। এইটো বৰ দুখ আৰু পৰিতাপৰ বিষয় যে আন আন ৰাজ্যৰ পৰা আহি আমাৰ ৰাজ্যত কেইবা পুৰুষো বসবাস কৰা বহুতো লোককে আমি আমাৰ

কৰি লব পৰা নাই। তেখেতে সকলক আমাৰ ভাষা সংস্কৃতিৰ প্ৰতি আগ্ৰহশীল কৰি লোৱা কাৰ্যত আমাৰ কোনোবা ফালে ত্ৰুটি আছে। এনে এক সূক্ষ্ম আৰু জটিল চেতনাৰ বিষয় বিচাৰ-বিশ্লেষণৰ প্ৰতি হলধৰ শইকীয়াৰ অনুসন্ধিৎসু মন হৈ উঠিছিল সচেতন। তেওঁ সংগঠনৰ কামত জড়িত হৈ পৰিল, ই আছিল তেওঁৰ মানসিক সঁহাৰিৰ সংগঠন।

শিক্ষাক তেওঁ প্ৰগতিৰ প্ৰথম সোপান বুলি গণ্য কৰিছিল। সেই কাৰণে বগাবাঘ চাহ-বাগিচাৰ বনুৱা আৰু কৰ্মচাৰী সকলৰ ল'ৰা-ছোৱালীৰ শিক্ষাৰ কাৰণে তেওঁ নাজিৰা আৰু ইয়াৰ আশে-পাশে বিদ্যালয় স্থাপন কৰি জনকল্যাণমূলক কামত আত্মনিয়োগ কৰিছিল। বগাবাঘ চাহ-বাগিচাৰ অঞ্চলটো অতি পিছপৰা অঞ্চল, যাতায়তৰ সুচল ব্যৱস্থা থকা দূৰৈৰ কথা ৰাস্তা-ঘাট প্ৰায় নথকাৰ দৰেই আছিল। অতব্য অৰণ্যৰ মাজত দিনতে বাঘ আদি হিংস্ৰ জন্তুৰ অবাধ চলাচল আছিল। হলধৰ শইকীয়াই বাঁহৰ দলং আদি সাজি ৰাস্তা-ঘাট নিৰ্মাণ কৰা কাৰ্যত ৰাইজৰ সতে আগবাঢ়ি আহিল। বনুৱাৰ ল'ৰা-ছোৱালী সকলৰ মাজত অসমীয়া ভাষা প্ৰচাৰৰ কাৰণে প্ৰাথমিক স্কুল স্থাপন কৰি অনুন্নত অঞ্চলটোৰ উন্নয়নৰ বাবে সামাজিক স্বাধীনতা বা সমতাৰ ওপৰত গুৰুত্ব প্ৰদান কৰি তেওঁ অন্তৰৰ নিৰ্দেশক সমীহ কৰিছিল।

কৰ্মই যিজনৰ জীৱনৰ তপস্যা আছিল, সেইজন হলধৰ শইকীয়াৰ অন্তৰত সৰ্বব্যাপী উদৰতাব স্বাক্ষৰো জিলিকি আছিল। উদৰতাৰ আতিশয্যত বহু সময়ত তেওঁ সীমা পাৰ হৈ যোৱাৰ দৃষ্টান্তও নোহোৱা নহয়। নিজৰ নিঃস্ব অৱস্থা সত্ত্বেও তেওঁ বহু দুখীয়া ল'ৰাক মাচুল দি পঢ়া-শুনাত সহায় কৰাৰ প্ৰমাণ পোৱা যায়। কেৱল সংকল্পৰ দ্বাৰা কাৰ্য সিদ্ধি কৰিব নোৱাৰি, তাৰ বাবে উদ্যমৰো প্ৰয়োজন। হলধৰ শইকীয়া এগৰাকী উদ্যমী পুৰুষ হোৱা কাৰণেই তেওঁ বগাবাঘ চাহ-বাগিচাৰ প্ৰধান কাৰ্যালৰ সহায়ক পদ লাভ কৰিবলৈ সক্ষম হয়। তাৰ পিছত ১৯৪৮ চনত তেওঁ "অসম টি কোম্পানী"-ৰ অধীনস্থ দেহপানী চাহ-বাগিচালৈ বদলি হৈ আহে। অৱশেষত তেওঁক তেওঁৰ কৰ্তব্যনিষ্ঠ গুণৰ কাৰণে "অসম টি

কোম্পানী'-ৰ প্ৰধান কাৰ্যালয়লৈ অনা হয়। এই কোম্পানীটো ১৮৩৯ চনতে প্ৰতিষ্ঠা কৰা হৈছিল। উল্লেখযোগ্য যে "অসম টি কোম্পানী-" ত অসমৰ প্ৰথম স্বাধীনতা সংগ্ৰামৰ অগ্ৰণী নেতা মণিৰাম দেৱানে দেৱানৰ পদত থাকি কাৰ্যনিৰ্বাহ কৰিছিল।

# মাতৃদেৱী

বৰবাম পহুচিঙি ভলোকাগুৰি গাওঁৰ এটি আদ্যৰস্ত আহোম পৰিয়ালৰ জীয়ৰী খগেশ্বৰী আইদেউৰ সৈতে বগাবাঘ বাগিচাৰ কৰ্মচাৰী হলধৰ শইকীয়াৰ বিবাহ সম্পন্ন হয়। খগেশ্বৰী আইদেউ শইকীয়া পৰিয়ালত মাত্ৰ কুৰি বছৰ বয়সতে নৱবধুৰূপে প্ৰৱেশ কৰিছিল। পৰবৰ্ত্তী কালত খগেশ্বৰী আইদেৱে আত্ম-তৃপ্তিৰ মনোভাৱৰে কৈছিল,—"এই মহান পৰিয়ালৰ উপযুক্ত হোৱাৰ কাৰণেই মোৰ প্ৰয়োজন আছে।"

খগেশ্বৰী আইদেউ এগৰাকী অসামান্য মহিলা। তেওঁ এটা সুবিন্যস্ত পৰিয়ালত লালিত-পালিত হোৱা এগৰাকী নীতি-পৰায়ণা স্ত্ৰী। এখন ঘৰৰ পৰিৱেশেই সকলোতকৈ ডাঙৰ বস্তু। ঘৰৰ সুবিন্যস্ত পৰিৱেশ, ল'ৰা-ছোৱালীৰ পুষ্টিকৰ খাদ্য, আদৰ্শ শিক্ষা আদিত বিশেষ চকু দিয়াতো মাতৃ সকলৰ অপৰিহাৰ্য কৰ্তব্য বুলি খগেশ্বৰী আইদেৱে পিতৃ গৃহতেই শিক্ষা লাভ কৰিছিল। স্বামী হলধৰ শইকীয়াই বন্ধু-বান্ধৱ, আত্মীয়-অনাত্মীয় সকলক অকৃপণ ভাৱে সাহায্য কৰিছিল ; আৰু তাৰ কাৰণে তেওঁ আনকি ঋণ কৰিবলৈকো কুণ্ঠিত নহৈছিল। খগেশ্বৰী আইদেৱে স্বামীৰ এনে আচৰণত কেতিয়াও বাধা প্ৰদান নকৰিছিল ; বৰং স্বামীৰ এই কাৰ্যত মানসিক সহাৰি দি সহৃদয়তাৰ পৰিচয় দি আহিছে। যেতিয়া তেওঁৰ স্বামী অভাৱ-অনাটনৰ মাজত দিন কটাবলগীয়া হৈছিল, তেতিয়াও খগেশ্বৰী আইদেৱে হাঁহিমুখে সেইবোৰ অভাৱ-অনটন নিজৰ মনতে সামৰি-সুতুৰি থৈছিল আৰু স্বামীৰ ওচৰলৈ আহি কাষতে থিয় হৈছিল হি। এইদৰে তেওঁ তেওঁৰ পৰিয়ালৰ সকলোকে নিজৰ নিৰাপদ আশ্ৰয়ত ৰাখি ৰক্ষা কৰিছিল। শইকীয়া পৰিয়ালৰ লগত যিসকলৰ ঘনিষ্ঠ বন্ধুত্ব আছে সেই সকলে কোৱা শুনিছোঁ

—"হিতেশ্বৰ শইকীয়াৰ মাতৃৰ দৰে ইমান উদাৰমতি, স্বজনবৎসল, স্বামীপুত্ৰ পৰিয়ালৰ সেবানিষ্ঠ গৃহিণী খুব কমেই পোৱা যায়। তেওঁ পৰিয়ালটোৰ গাত অলপো টোপ পৰিবলৈকে নিদিয়ে।" সেয়ে তেওঁৰ এই সুমহৎ চৰিত্ৰই যে তেওঁৰ বিখ্যাত পুত্ৰ হিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰ চৰিত্ৰক বিশেষভাৱে প্ৰভাৱিত কৰিব আৰু পুত্ৰও যে সৰ্বদায় মাতৃৰ অত্যন্ত অনুৰক্ত হব, সেই কথা সহজে অনুমান কৰিব পাৰি।

খোৱা-বোৱাতো খগেশ্বৰী শইকীয়ানী সদায় মিতাহাৰী। নতুন আৰু পুৰণি ধৰণৰ দুয়োবিধ খাদ্য তেওঁ ল'ৰা-ছোৱালীক খুৱাইছিল। সাধাৰণতে শইকীয়া পৰিয়ালত আলহী প্ৰায়ে থাকে মজিয়াত প্ৰায়েই তেওঁ আলহীৰ সৈতে ভাত খাই বিমল আনন্দ লাভ কৰে। তেওঁৰ এই অভ্যাসটো যেন শইকীয়া পৰিয়ালৰ নৈতিক স্বাতন্ত্ৰ্যৰ ঘোষণা স্বৰূপহে। মুঠতে নাৰী জীৱনৰ কোমলতা আৰু আনন্দময়ী ৰূপৰ তেওঁ যেনিবা এক জীৱন্ত প্ৰতিমা।

আমি এবাৰ কথা প্ৰসঙ্গত শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াক তেখেতৰ মাতৃৰ বিষয়ে সুধিছিলোঁ। দুই ওঠৰ মাজেৰে মৃদু হাঁহি অলপ এৰি দি তেখেতে কৈছিল—"আমাৰ দেউতাৰ আৰ্থিক অৱস্থা জয়জয় ময়ময় নাছিল; যদিও মোৰ মা এগৰাকী সুখী আৰু মুক্ত মাতৃ হিচাপে জীৱনযাপন কৰা আমি দেখি আহিছোঁ। তেওঁ গধূলি আমাক ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিবলৈ অভ্যাস কৰাইছিল। গতিকে দৰিদ্ৰতাৰ মাজত থাকিও মোৰ মায়ে আমাক আনন্দ মনে থাকিবলৈ শিকালে। আনুষ্ঠানিক শিক্ষা নোপোৱাকৈয়ে মায়ে আমাক সকলোকে সাহসী হবলৈ শিক্ষা দিলে। তেওঁৰ কথাবোৰ এতিয়াও আমাৰ কাণত বাজি থাকে—"নিজক সদায় আনন্দত ৰাখিবা। আনন্দময় উৎসাহী আৰু শক্তিমান সকলৰ কাৰণেহে জগতখন, দুৰ্বলীৰ কাৰণে নহয়।" বাস্তৱ জীৱনত নানান সমস্যাই আমাৰ মনক যেতিয়া জুমুৰি দি ধৰে; মাতৃদেবীৰ এনে মন্ত্ৰপূত কথাবোৰে মোক থিয় দি থাকিবলৈ যথেষ্ট শক্তি দিয়ে। সেইকাৰণে এতিয়াও ভক্তিত মাইৰ কাৰণে মোৰ চকুপানী চল-চলীয়া হৈ উঠে।" এই সাধাৰণ কথাখিনিৰ পৰাই মাতৃ আৰু পুত্ৰৰ অসাধাৰণ গুণ সুস্পষ্ট হৈ উঠিছে। সঁচা অৰ্থত খগেশ্বৰী শইকীয়ানী যেনিবা

এখন বিদ্যালয় আৰু শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়া মাতৃভক্তৰ এক মহান প্ৰতিভূ স্বৰূপ।

ল'ৰা ছোৱালী কেইটাৰ পঢ়াশুনাৰ সময়ত খগেশ্বৰী শইকীয়ানীয়ে চোকা প্ৰহৰীৰ দৰে তদাৰক কৰিছিল। তেওঁলোকৰ কাৰণে ঘৰুৱা শিক্ষক নিযুক্তি দিছিল। এই দৰে ল'ৰা-ছোৱালীৰ ওপৰত তেওঁৰ আছিল কঠোৰ শাসন। কেতিয়াবা ওচৰৰ ঘৰলৈ যাবলগীয়া হ'লে ল'ৰা-ছোৱালী কেইটাক লগত লৈ নগৈছিল। আনকি আত্মীয়স্বজনৰ ঘৰলৈকো তেওঁলোক যোৱাত বাধা আছিল। শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াই আমাক কোৱা মতে তেখেতে হেনো কলেজত পঢ়া সময়তহে মোমায়েকৰ ঘৰলৈ প্ৰথম গৈছে। পঢ়া শুনাত ব্যাঘাত হব বুলিয়েই আৰু চিত্ত চঞ্চল হব বুলিয়েই হয়তো তেওঁলোকৰ ওপৰত শাসনৰ বাঘজৰী টানি ধৰিছিল। কাৰণ সন্তানৰ বিদ্যাভ্যাস ন'হলে নাইবা পিতৃমাতৃৰ অৱহেলাৰ কাৰণে সন্তান মূৰ্খ আৰু দুৰ্দশাপন্ন হয়। কোনো পিতৃ-মাতৃৰ ই কাম্য নহয়। খগেশ্বৰী শইকীয়ানীয়ে নিজৰ সন্তান কীৰ্তিমান হোৱাটোকে সদায় কামনা কৰে। সেই কাৰণে তেওঁ অশেষ ত্যাগ স্বীকাৰ কৰি আহিছে। মমতা ভৰা এখন সহৃদয় অন্তৰেৰে মাতৃত্বৰ শাসন কৰি সেৱানিষ্ঠ গৃহিনী ৰূপে আজিও খগেশ্বৰী শইকীয়ানী আদৰ্শস্থানীয় হৈ আছে।

# বংশৰ প্ৰদীপ

১৯৩৪ চনৰ তিনি অক্টোবৰ। আহিনৰ কুঁৱলীসনা এটি কোমল ৰাতিপুৱা। বগাবাঘ চাহবাগিচাৰ পদুলি বোৱত শেৱালিৰ সুবাস উপচি পৰিছে, অনেক পখিলা নাচিছে, বাগিছে, উৰি ফুৰিছে। ৰাতিপুৱাৰ আগ মুহূৰ্তত এজাক বৰষুনে বগাবাঘ চাহবাগিচাৰ পদুলিবোৰ ধুই থৈ গৈছে। গছৰ পাতে পাতে তেতিয়াও পানীৰ কণিকাবোৰে জিল্‌মিলাই আছে। নতুন দিনৰ এটি সূৰ্যোদয়ৰ আলোক নিৰ্মেঘ আকাশ খনত বিয়পি পৰিছে। পখিলবোৰ এবাৰ গছৰ পাতৰ ওপৰলৈ আহি বহে, আৰু এবাৰ উৰি গৈ ফুলৰ কোমল পাহীৰ ওপৰত বহে। সিহঁতৰ আনন্দ ভৰা মনৰ যেন বিৰতি নাই।

লহু লহুকৈ সুৰভি-শীতল বতাহ এজাকে মৃদুভাৱে আহি মানুহৰ মনত এক অননুভূত শিহৰণ তুলি থৈ গ'ল। প্ৰকৃতিৰ সহচৰি নানা ধৰনৰ চৰাই বোৰেও গীত গাই গাই আৰাধনা জুৰিলে। সকলোৰে মন-প্ৰাণ পমি যোৱা প্ৰকৃতিৰ ই এক অনবদ্য পৰিবেশ।

এই মধুৰ ৰাতিপুৱাৰ দোক্‌মোকালিতে ধৰ্মপ্ৰাণ হলধৰ শইকীয়াই এফেৰি সৎ কাৰ্য কৰাৰ অভিপ্ৰায়ে গোঁসাই থানত এখন শৰাই আগবঢ়াবলৈ বুলি গা-পা ধুই-মেলি উঠিছে মাত্ৰ, এনেতে তেওঁৰ পত্নীৰ গা অসুখ কৰা বুলি জানিব পাৰিলে। লগে লগে মনত মাজিত স্নিগ্ধতা, চকুত এক পুলক সম্পৃক্ত ভাব আৰু উল্লাস দমনৰ এক আপ্ৰাণ প্ৰয়াস হলধৰ শইকীয়াৰ দেহ আৰু মনৰ মাজত বিয়পি পৰিল। ওচৰৰে দুজনী তিৰোতাক তাৰাতাৰিকৈ মাতি আনি তেওঁলোকক পত্নীৰ ওচৰত ৰখীয়া কৰি থলে। তাৰ পিছত খৰখেদাকৈ শৰাই খনৰ যাবতীয় কাম ফেৰা কৰি উঠি আন্তৰিকতাৰে ভগৱানৰ ওচৰত নিবেদন কৰিলে। পূৰ্বেই জান দি অহা দুই চাৰিজন ভকত ইতিমধ্যে গোট খাই নাম-কীৰ্তন শেষ কৰিলে। ভকত সকলে শইকীয়াক আশীৰ্বাদ দি অতাই প্ৰসাদ গ্ৰহণ কৰি ঘৰা-ঘৰি যাবলৈ ওলাল, হেন

সময়তে খগেশ্বৰী আইদেৱে ওলাই আহি আঠুলালেহি। ভকত সকলে আনন্দমনে আশীৰ্বাদ কৰিলে। এইদৰে নিলতো পাৰ হওঁ হওঁ. গধূলি চাৰে সাতটা বাজিছে মাত্ৰ. এনেতে ভিতৰত হুলস্থুল লাগিল "বৰবাবুৰ ঘৰত এটি লঁৰা সন্তান উপাৰ্জন"। বন পোৰা জুইৰ দৰে তৎক্ষণাত খবৰটো বগাবাঘ বাগিচাৰ চাৰিও ফালে বিয়পি পৰিল। মহা পয়োভৰেৰে খবৰ কৰা মানুহৰ সমাগম হ'ল, অহা আহিছে যোৱা গৈছে। এই আনন্দমুখৰ ব্যস্ততাৰ মাজেৰে হলধৰ শইকীয়াই সকলোৰে পৰা শুভেচ্ছা আৰু আশীৰ্বাদ গ্ৰহণ কৰিলে।

ইংৰাজীত এষাৰ কথা আছে—"Reward will follow every good deed" সচাকৈয়ে "কালেন ফলতে তীৰ্থং সদ্যঃ সাধু সমাগমঃ।" মুখমণ্ডলত কোনো দিনে ক্লান্তি আৰু অৱসাদৰ চাপ নপৰা, সদায় তৃপ্তিৰ হাঁহি বাগৰি থকা হলধৰ শইকীয়াৰ সৎকৰ্মৰ পুৰস্কাৰ হিচাপে এই সন্তানটি তেখেতৰ নিশ্চয় প্ৰত্যাশিত আছিল। খৃষ্ট ধৰ্মীলোকে সকলে এতিয়াও বিশ্বাস কৰে যে "God will reward good deeds and punish evil ones." গতিকে সন্তানটি ভগৱানৰেই দান।

জন্মৰ তিনি দিন পিছত শইকীয়া পৰিয়ালৰ কুল পৰোহিত ভৱনাথ শৰ্মাক এখোৰ তামোল পান আগবঢ়াই নিমন্ত্ৰণ জনোৱা হ'ল, নিৰ্মালি গ্ৰহণৰ উদ্দেশ্যে। নিৰ্মালি দি পুৰোহিত গৰাকিয়ে নৱ-জাতকৰ মুখলৈ চাই কলে—"এওঁ বংশৰ প্ৰদীপ হব।" পুৰোহিতৰ মুখত ফুল চন্দন পৰিল। সচাকৈয়ে সেই শিশুটিয়েই নিজৰ কৰ্ম-শক্তিৰ দ্বাৰা ভাগ্যত পদুম ফুল ফুলাই আজি অসমৰ মুখ্যমন্ত্ৰীৰ পদত উপবিষ্ট হৈ বন্ধু-বান্ধৱ আত্মীয়-স্বজন প্ৰভৃতিক অভিভূত কৰিলে। এই শিশুটিয়েই হ'ল মেদিনী চৌধুৰীৰ ভাষাত "সমস্ত মস্তক মণি" বৰ্তমান অসমৰ যোগ্য মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়া।

# বাল্যকাল আৰু শিক্ষা

আদৰ যত্নৰ সৈতে সবল মৰম-স্নেহৰ মাজত হিতেশ্বৰ দিনক দিনে দ্বিতীয়াৰ জোনটোৰ দৰে ডাঙৰ হবলৈ ধৰিলে। মৰমতে সকলোৱে তেওঁক 'হেম' বুলি মাতিছিল। শিশুকালত তেওঁ বিস্ময়জনক আৰু দুঃসাহসিক কাৰ্যৰ কাহিনী শুনি অতিশয় আনন্দ লাভ কৰিছিল। বগাবাঘ বাগিচাৰ নিৰ্জনতাৰ মাজত এই আশ্চৰ্যজনক আৰু অদ্ভুত কাহিনীবোৰ হৈ পৰিছিল হেমৰ কল্পনাজগতৰ অনবদ্য সম্বল।

সৰু কালৰে পৰা তেওঁৰ চৰিত্ৰত অনুসন্ধিৎসা আৰু অধ্যয়ন-স্পৃহা—এই দুটা গুণৰ পৰিস্ফুৰণ হোৱা দেখা যায়। নিচেই শৈশৱ কালতে তেওঁ মাতৃৰ পৰা ৰামায়ণ আৰু মহাভাৰতৰ কাহিনী শুনি শুনি তন্ময় হৈ পৰিছিল আৰু ন্যায় আৰু ধৰ্ম অপহৰণ কৰি দেখুৱা ভেমৰ পৰা মুক্ত হবলৈ শিকিছিল। মহাকাব্য দুখনৰ প্ৰভাৱে তেওঁক আত্মশক্তিৰ পৰিপূৰ্ণ বিকাশ সাধনৰ তপস্যাত ব্ৰতী হবলৈ আজিও প্ৰেৰণ দি আহিছে। গতিকে দেখা যায় সৰু কালতে ৰামায়ণ মহাভাৰতৰ কাহিনী শুনি হিতেশ্বৰৰ অন্তৰত যি ভাৱ-অনুভৱৰ বীজ অংকুৰিত হৈছিল, ডাঙৰত তেওঁৰ শিক্ষাগুৰু পৰনাথ শৰ্মাৰ শিক্ষা-আদৰ্শ আৰু অনুপ্ৰেৰণাত সি যে ঠনধৰি উঠিছে, সেই বিষয়ে সন্দেহ নাই। এই দৰে উত্তৰাধিকাৰসূত্ৰে পোৱা নীতিগত মূল্যবোধ তেওঁৰ চৰিত্ৰত সৰু কালৰে পৰাই স্পষ্ট ৰূপত বিকশি উঠে যাৰফলত কিশোৰ অৱস্থাৰ পৰাই সমাজ আৰু ৰাজনীতিৰ সকলো বিষয়ে গুণাগুণ নিৰ্ণয় কৰাৰ শিক্ষা তেওঁ আয়ত্ব কৰি লয়।

হিতেশ্বৰ শইকীয়াই যেতিয়া নাজিৰ উচ্চ ইংৰাজী স্কুলত প্ৰৱেশ কৰিছিল, তেতিয়াৰ পৰাই তেওঁৰ পৰম শ্ৰদ্ধা ভাজন শিক্ষক পৰনাথ শৰ্মাৰ সান্নিধ্যলৈ আহিছিল। সেই সময়ত শৰ্মা ডাঙৰীয়াই যুৱ সমাজত ৰাজনৈতিক চেতনা জাগ্ৰত কৰিবলৈ সক্ষম হৈছিল। তেখেতৰ

সান্নিধ্যই দৃঢ় মনৰ হিতেশ্বৰক স্বাভাৱিকতে চেতনাৰ গভীৰতা দান কৰিছিল। দৰাচলতে পূৰ্ণনাথ শৰ্মা ডাঙৰীয়া আছিল তেওঁৰ ৰাজনৈতিক চিন্তাৰাজ্যৰ পথ-প্ৰদৰ্শক। সেয়ে নাজিৰা উচ্চ ইংৰাজী স্কুলতেই হিতেশ্বৰ শইকীয়াৰ উৰ্বৰ মনত সমাজ-সেৱাৰ প্ৰথম উন্মেষ সৃষ্টি হয়। তাতেই তেওঁ "ছাত্ৰ একতা সভা" গঠন কৰি ছাত্ৰ সমাজক আৱৰি থকা তিক্ত সত্য বোৰ উদঙাই দিয়ে, আৰু নৈতিকতাৰ পথত ছাত্ৰ শক্তিক আগুৱাই নিবলৈ উঠি-পৰি লাগে। সমসাময়িক কালত প্ৰত্যেকেই লক্ষ্য কৰিলে যে সাংগঠনিক বুদ্ধিত হিতেশ্বৰৰ বিকল্প নাই; আৰু ইয়ে তেওঁৰ পৰবৰ্তী ৰাজনৈতিক জীৱনত অধিক পুৰঠ হৈ পৰাত ৰাজনীতিৰ ৰাজসভাত তেওঁ হৈ পৰিল বিদূষক। অকল সেয়ে নহয়, বিদূষক চৰিত্ৰৰ কথাত যিদৰে সোৱাদ আছে, ছাত্ৰ অৱস্থাৰে পৰা হিতেশ্বৰৰ ব্যৱহাৰতো প্ৰত্যেকেই সোৱাদ পাই আহিছে। সেয়ে বন্ধু আৰু শিক্ষাগুৰু সকলৰ তেওঁ প্ৰিয়পাত্ৰ হব পাৰিছে। শিক্ষকৰ প্ৰতি তেওঁৰ ভক্তি, সমনীয়াৰ প্ৰতি মৰম আৰু বয়সীয়াল লোকৰ প্ৰতি থকা তেওঁৰ শ্ৰদ্ধাৰ কথা সোঁৱৰণ কৰি তেওঁৰ আন এগৰাকী শিক্ষাগুৰু ৰুচি নাথ শৰ্মাবৰুৱা ডাঙৰীয়াই হিতেশ্বৰ শইকীয়াক "জাতিৰ এজন মহান নেতা হব" বুলি আশীৰ্বাদ কৰিছিল। এনে আশীৰ্বাদৰ বলতে পিছলৈ তৰুণ হিতেশ্বৰে সমাজ তথা দেশ সেৱাত আত্মোৎসৰ্গ কৰিবলৈ প্ৰেৰণা লাভ কৰিলে। প্ৰকৃতপক্ষে পিতৃ-মাতৃ আৰু শিক্ষক সকলে হিতেশ্বৰৰ মনত সেৱা আৰু নৈতিকতাৰ যি ধ্যানমূৰ্তি ৰচনা কৰি দিছিল; তাৰেই প্ৰেৰণাত পৰবৰ্তী কালত তেওঁ উত্তৰসাধক হিচাবে নিজকে প্ৰতিষ্ঠা কৰিব পাৰিলে।

হিতেশ্বৰ শইকীয়াৰ ভাই-কোকাই-ভনী ছয় গৰাকী। তেওঁ লোকৰ ভিতৰত পাছজন ল'ৰা আৰু ছোৱালী এজনী—ধৰ্মেশ্বৰ, লীলাকান্ত, হিতেশ্বৰ, ৰোহিতেশ্বৰ, টঙ্কেশ্বৰ আৰু আইমনি। এওঁ লোক প্ৰত্যেকেই শইকীয়া পৰিয়ালৰ ঐতিহ্যবাহী দৃঢ় মনৰ অধিকাৰী। হিতেশ্বৰ মাজুভাই আৰু অগ্ৰজৰ একান্ত অনুগত।

বাল্যকালৰ পৰাই হিতেশ্বৰ মাতৃভক্ত সন্তান ৰূপে জনা যায়। মাতৃৰ সমান আন দেৱী থাকিব পাৰে বুলি তেওঁ অনুভৱ কৰিব নোৱাৰে। কোনো দ্বিধা, কোনো সংকোচ নকৰাকৈ মাতৃৰ আদেশ

আখৰে আখৰে পালন কৰাতো হিতেশ্বৰৰ কামতো স্বাভাৱিক বিষয় হৈ পৰে। মাতৃৰ প্ৰতিটো কথা যেন এক গভীৰ অনুভৱৰ মাজেদি তেওঁৰ মনৰ মাজলৈ প্ৰৱেশ কৰে। যেয়ে হিতেশ্বৰ শইকীয়াৰ সুমহৎ চৰিত্ৰত যে তেওঁৰ মাতৃদেৱী খগেশ্বৰী শইকীয়ানীৰ সৃষ্টিশীল আৰু সেৱানিষ্ঠ বৈশিষ্ট্যৰ প্ৰভাৱ সুস্পষ্ট সেই বিষয়ে ধনিষ্ঠমানো সন্দেহৰ অৱকাশ নাই।

হিতেশ্বৰৰ ছয় বছৰ বয়স পূৰ্ণ হোৱাৰ লগে লগে ১৯৪০ চনত পিতৃ-মাতৃয়ে তেওঁৰ পঢ়া-শুনাৰ কথা চিন্তা কৰিব ধৰিলে। সেই সময়ত ব্ৰিটিছৰ আমোলত চাহ বাগিচাৰ কৰ্মচাৰী সকলৰ লৰা-ছোৱালীৰ পঢ়া-শুনাৰ নিমিত্তে কোনো ধৰণৰ বিদ্যালয় স্থাপন হোৱা নাছিল। ইয়াৰ মূলতে আছিল কৰ্তৃপক্ষৰ উদাসীন মনোভাৱ। ব্ৰিটিছ সকলে শোষণৰ মনোভাব লৈ আমাৰ দেশখনক এখন উপনিবেশত পৰিণত কৰিছিল। ইয়াৰ শিক্ষা বা অন্যান্য উন্নয়নমূলক কামত বিশেষ মনোনিৱেশ তেওঁলোকে কৰা দেখা নগৈছিল। বিশেষকৈ চাহ বাগিচা সমূহত শিক্ষাৰ ব্যৱস্থা একেবাৰে নাছিল। সেই কাৰণে বিদ্যোৎসাহী হলধৰ শইকীয়া দেৱে ঘৰুৱা শিক্ষকৰ তত্ত্বাৱধানতে তেওঁৰ ল'ৰা-ছোৱালীক প্ৰাইমাৰী স্কুল পৰ্যায়াৰ শিক্ষা দিয়াৰ ব্যৱস্থা কৰিছিল। হিতেশ্বৰ শইকীয়াই মাতৃৰ তত্ত্বাৱধানতে বৰ্ণ পৰিচয় অতি কম সময়ৰ ভিতৰতে শিকি ললে।

লেখা-পঢ়াত শিশু হিতেশ্বৰ আছিল পৰম উৎসাহী, অনলস-ভাৱে তেওঁ ঘৰতে বিদ্যা শিক্ষা আৰম্ভ কৰিলে। বৰ্ণ পৰিচয় লাভ কৰাৰ পিছত শিশু হিতেশ্বৰে ককায়েক শ্ৰীলীলাকান্তৰ সহায়ত প্ৰাথমিক শিক্ষাৰ পাঠ আয়ত্ত কৰিবলৈ ব্ৰতী হ'ল; আৰু তেওঁৰ অধ্যয়নস্পৃহা গুণৰ কাৰণে অতি কম দিনৰ ভিতৰতে প্ৰাথমিক পৰ্যায়ৰ শিক্ষা সম্পূৰ্ণ কৰি তুলিলে।

সৰু কালতে হিতেশ্বৰৰ চৰিত্ৰত বহু গুণী প্ৰতিভাৰ বিকাশ পৰিলক্ষিত হৈছিল। পঢ়া-শুনাৰ লগে লগে তেওঁ খেলা-ধূলাতো মনোযোগ দিছিল। সময় সুবিধা লৈ সমনীয়াৰ লগত খেল ধেমালিত, গান-বাজনাত নিজকে ব্যস্ত ৰাখিছিল। লৰাকালত তেওঁ বগাবাঘ বাগিচাত ফুটবল খেল, হুদুদু খেল আদি খেলি অতিশয় উৎসাহ লাভ কৰিছিল। সেইদৰে শিশু হিতেশ্বৰে বিভিন্ন বাদ্যও বজাব

জানিছিল। বিশেষকৈ লৌকিক উৎসৱ অনুষ্ঠানত গগনা বজাই শ্ৰোতাৰ চিত্তাকৰ্ষণ কৰিব পাৰিছিল। গগনাৰ সম্বন্ধ বিহুগীত আৰু বিহুনৃত্যৰ লগত। বিহুদলবোৰৰ লগত তেওঁ মাজে-সময়ে ঢোলো বজাইছিল।

হিতেশ্বৰ শইকীয়াই এঘাৰ বছৰ বয়সত ১৯৪৫ চনৰ জানুৱাৰী মাহত নাজিৰা উচ্চ ইংৰাজী স্কুলৰ ক্লাচ থ্ৰিত ভৰ্তি হয়। সৰু কোকায়েক লীলাকান্ত শইকীয়া ইয়াৰ আগতে ১৯৪৩ চনত সেই স্কুলতে ভৰ্ত্তি হৈছিল। তেতিয়া হিতেশ্বৰ শইকীয়াৰ ব্যক্তিগত আহলাদ কিছু কিছু বিসৰ্জিত হৈছিল। কোকায়েক লীলাকান্ত শইকীয়া তেওঁৰ সঙ্গীৰ পৰা আঁতৰি আহি নাজিৰাত থাকিবলৈ লোৱাত তেওঁৰ মনৰ উৎসাহৰ কিছু অংশ যেন উদং হৈ পৰিল— এনে অনুভৱ কৰিলে হিতেশ্বৰে। কাৰণ সৰু কোকায়েকৰ মধুৰ সান্নিধ্যই তেওঁৰ মনৰ মাজলৈ বেচ সজীৱতা আনি দিছিল। দুয়ো-জনে একেলগে খেলা-ধূলা কৰিছিল, ফুৰা-চকা কৰিছিল, বিহু-হুচৰি গাইছিল; আৰু তেতিয়াৰ পৰাই হিতেশ্বৰ শইকীয়াৰ মনৰ কোনোবা এটি অংশত কোকায়েক লীলাকান্তৰ প্ৰতি শ্ৰদ্ধা আৰু মৰমত দৰদ উপজিছিল। সেয়ে-লীলাকান্তই বগাবাঘ বাগিচাৰ পৰা নাজিৰালৈ গুচি অহাত হিতেশ্বৰৰ মন এক প্ৰকাৰ অপ্ৰস্তুত হৈ পৰিল; আৰু কেতিয়ানো নাজিৰা উচ্চ ইংৰাজী স্কুললৈ আহি পঢ়িব পাৰে, তাৰেই প্ৰতীক্ষাত থাকিল। ১৯৪৫ চনত যেতিয়া নাজিৰালৈ আহি সৰু কোকায়েক পুনৰ লগ পালে, তেতিয়া এক অভাৱনীয় মনোবল লাভ কৰিলে, আৰু অত্যন্ত উৎসাহেৰে হাই-স্কুলীয়া জীৱনৰ পাতনি মেলিলে।

সেই সময়ত নাজিৰা উচ্চ ইংৰাজী স্কুল খনৰ এটি ঐতিহ্য আছিল। হিতেশ্বৰ শইকীয়া যেতিয়া এই স্কুলত ভৰ্ত্তি হয়, তেতিয়া এই স্কুলৰ শিক্ষক সকলৰ ভিতৰত আছিল পৰনাথ শৰ্মা, ৰুচিনাথ শৰ্মা, বৰুৱা গিৰীন্দ্ৰ নাথ চাংকাকতি প্ৰভৃতি। নম্ৰতা আৰু নিয়মানু-ৱৰ্তীতাৰ কাৰণে এখেত সকলে হিতেশ্বৰ শইকীয়াক যথেষ্ট মৰম স্নেহ কৰিছিল।

হিতেশ্বৰ শইকীয়াই মেধাবী ছাত্ৰ বুলি নিজকে পৰিচয় দিব পাৰিছিল নে নাই, তাৰ সঠিক মূল্যায়নলৈ নগৈ আমি জনা মতে এটা

কথা স্পষ্টভাৱে কব পাৰোঁ যে তেওঁ বৰ বুধিয়ক ছাত্ৰ আছিল। আচাৰিত ধৰনৰ মুখস্থ কৰিব পৰা ক্ষমতা তেওঁৰ বুদ্ধিৰ বিকাশত সহায়ক হৈ পৰিছিল। হাইস্কুলীয়া ছাত্ৰাৱস্থাতেই তেওঁৰ চিন্তাৰ স্বাধীনতা পৰিলক্ষিত হয়। শৈক্ষিক পৰিৱেশ ৰচনা কৰিবলৈ তেওঁ ছাত্ৰ সংগঠনক নতুন ৰূপত গঢ় দিবলৈ উপায় চিন্তা কৰিব ধৰিলে। এনে চিন্তা আগত ৰাখিয়েই তেওঁ স্কুলৰ 'ছাত্ৰ একতা সভা'ৰ লগত জড়িত হৈ পৰে। তেওঁ তেতিয়াই ভাবিছিল—"আন যি কোনো অনুষ্ঠানতকৈ শিক্ষানুষ্ঠান সমূহ সভ্যতাৰ অভিভাৱক। এই ক্ষেত্ৰত পুথি ভৰালৰ ভূমিকাও কম গুৰুত্বপূৰ্ণ নহয়। ছাত্ৰৰ মানসিক বিকাশত পুথিভৰালৰ প্ৰভাৱ অপৰিসীম।" সেয়ে তেওঁ নাজিৰা উচ্চ ইংৰাজী স্কুলৰ পুথিভৰালৰ সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰি ইয়াক নিটোল ৰূপত গঢ় দি তুলিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল; আৰু তেওঁৰ এই চেষ্টাৰ ফলশ্ৰুতি হিচাৱেই নাজিৰা উচ্চ ইংৰাজী স্কুলৰ পুথি ভৰালটো এক সঞ্জীৱিত ৰূপত এতিয়াও থিয় দি আছে।

ইংৰাজী আৰু ইতিহাস বিষয় দুটাত যথেষ্ট পাৰদৰ্শীতা লাভ কৰা হিতেশ্বৰ শইকীয়াই তেওঁৰ অফুৰন্ত সজীৱতা আৰু প্ৰাণ-প্ৰাচুৰ্য ব্যৱহাৰৰ কাৰণে ছাত্ৰ সকলৰ নানা অনুষ্ঠানৰ মাজেৰে খ্যাতি অৰ্জন কৰিব পাৰিছিল। হিতেশ্বৰ শইকীয়া দেখাত কেৱল সুশ্ৰীয়েই নহয়, তেওঁ ছাত্ৰাৱস্থাত সুস্থ আৰু বলিষ্ঠ দেহৰো অধিকাৰী আছিল। সহপাঠী সকলক সহজেই আকৰ্ষণ কৰিব পৰা এক স্বাভাৱিক ঐন্দ্ৰজালিক শক্তিৰ অধিকাৰী আছিল তেওঁ। সেই সময়ত ছাত্ৰ সকলক নিজ নিজ নানা দাবী সম্পৰ্কে সচেতন আৰু সংঘবদ্ধ কৰি তুলিবলৈ সক্ষম হয়। তেতিয়া তেওঁৰ উদ্দেশ্য আছিল ছাত্ৰ সভা সংগঠনৰ জৰিয়তে তৰুণ সকলৰ মাজত সমাজ চেতনা জাগ্ৰত কৰি তোলা, তেওঁলোকক দেশাত্ম-বোধক কৰ্মপ্ৰেৰণাত উদ্বুদ্ধ কৰি তোলা। হিতেশ্বৰ শইকীয়া যে ভৱিষ্যতে এজন বিখ্যাত আৰু কৰ্মক্ষম নেতা হব পাৰিব, ছাত্ৰ অৱস্থাৰ এইবোৰ লক্ষণৰ মাজতেই তাৰ জলজল পটপট স্বাক্ষৰ নিহিত হৈ আছে।

শইকীয়া এগৰাকী দৃঢ় মনৰ ছাত্ৰ আছিল; আৰু তেওঁৰ মনৰ দৃঢ়তাৰ কাৰণেই সকলোবিলাক পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হব

পাৰিছিল। ১৯৫৩ চনত তেওঁ নাজিৰা উচ্চ ইংৰাজী স্কুলৰ পৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰৱেশিকা পৰীক্ষাত দ্বিতীয় বিভাগত উত্তীৰ্ণ হয়।

শ্ৰীশইকীয়া ডাঙৰীয়াই প্ৰৱেশিকা পৰীক্ষা পাছ কৰি ১৯৫৩ চনত গুৱাহাটীৰ কটন কলেজত আই· এ· শ্ৰেণীত ভৰ্ত্তি হয়। সেই সময়ত ডক্টৰ হিৰণ্য কুমাৰ ভূঞাদেৱ আছিল কটন কলেজৰ অধ্যক্ষ। ডক্টৰ ভূঞাদেৱৰ মেধাশক্তি আৰু শক্তিশালী ব্যক্তিত্বৰ বাবে কলেজৰ কঠোৰ অনুশাসনকো প্ৰত্যেকই মানি চলিবলৈ বাধ্য হৈছিল। ছাত্ৰ আৰু শিক্ষক উভয়ে কলেজৰ নিয়ম-নীতিৰ প্ৰতি আছিল সচেতন। ডক্টৰ ভূঞাদেৱৰ ব্যক্তিত্বৰ এটি মোহনীয় দিশ আছিল; সেয়া হ'ল তেখেতৰ স্বাভাৱিক গাম্ভীৰ্যপূৰ্ণ ব্যবহাৰ। কটন কলেজৰ সমস্যা আৰু তাৰ সাৰ্থক ৰূপায়ণৰ কাৰণে তেখেতৰ অহোপুৰুষাৰ্থৰ অলপো ত্ৰুটি হোৱা নাছিল। দৰাচলতে ডক্টৰ ভূঞাদেৱে কটন কলেজৰ সকলো দিশতে নতুন অভিলেষ সৃষ্টি কৰিব পাৰিছিল। এনে এজন ঋষি-তুল্য অধ্যক্ষৰ তত্ত্বাৱধানত অধ্যয়ন কৰা সেই সময়ৰ কটনীয়ান সকলৰ মানসিকতাই অসাধাৰণ ৰূপত বিকাশ লাভৰ সুবিধা পাইছিল। হিতেশ্বৰ শইকীয়া আছিল এজন একনিষ্ঠ কটনীয়ান। ডক্টৰ ভূঞা আৰু অন্যান্য অধাপক সকলৰ শিক্ষাদৰ্শ আৰু চিন্তা-ভাবনাৰ প্ৰতি আছিল বিশেষ আগ্ৰহী।

শ্ৰীশইকীয়া ডাঙৰীয়াৰ চৰিত্ৰৰ আটাইতকৈ আকৰ্ষণীয় দিশ হ'ল তেখেতৰ মাধুৰ্যপূৰ্ণ ব্যৱহাৰ। ইয়াৰ গুৰিতে তেখেতৰ অভিমান শূন্য মন আৰু সমদৃষ্টি সম্পন্ন সহানুভূতি। কুলি চৰায়ে সুন্দৰ আম্ৰফল খায়ো গৰ্বিত নহয়, কিন্তু ভেকুলীয়ে বোকাপানী খাই গৰ্বতে মকমকাই থাকে। শ্ৰীশইকীয়া ডাঙৰীয়া কুলি চৰাই সদৃশ। কোনো ক্ষেত্ৰতে, কোনো কথাতে তেখেত অভিমানী বুলি কাৰো মুখৰ পৰা আজিলৈকে শুনা নাই। সেয়ে অতি কম সময়ৰ ভিতৰতে শিক্ষক আৰু ছাত্ৰ-ছাত্ৰী মহলত অতি প্ৰিয় হৈ উঠিছিল। তেখেত যেতিয়া আই, এ, শ্ৰেণীৰ দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰ, আমি তেতিয়া সেই কলেজৰে আই, এ, শ্ৰেণীৰ প্ৰথম ব্যাৰ্ষিকৰ ছাত্ৰ। অসমৰ বিভিন্ন ঠাইৰ পৰা কটনত অধ্যয়ন কৰিবলৈ অহা বহু ছাত্ৰ-ছাত্ৰীৰ লগত আমাৰ পৰিচয় হোৱা নাছিল। কিন্তু শ্ৰীশইকীয়াদেৱক

আমি প্ৰায়বোৰেই নিবিড়ভাৱে জানিছিলোঁ। আমাৰ স্মৃতিত এতিয়াও তেখেতৰ আন্তৰিকতা, উষ্ণতা অনুভূত হৈ আছে। নিজৰ ঘনিষ্ঠ পাৰিবাৰিক আৰু বন্ধুৰ দৰে তেখেতে আমাক সহোদৰ কৰি লব পাৰিছিল। তেখেতৰ মধুৰ স্বভাৱ, আন্তৰিকতাপূৰ্ণ ব্যৱহাৰ আৰু অসীম সৌন্দৰ্যবোধৰ কাৰণে তেখেতৰ লগত আমাৰ এক বিশেষ প্ৰীতিৰ সম্পৰ্ক গঢ়ি উঠিছিল।

১৯৫৫ চনত তেখেতে দ্বিতীয় বিভাগত আই. এ. পাছ কৰি একে বছৰতে ছিলঙৰ এড্‌মান্স কলেজত বি. এ. শ্ৰেণীতে ভৰ্তি হয়। কটন কলেজ এৰিলেও তেখেতে কটনীয়ান বন্ধু সকলক পাহৰি যোৱা নাছিল। ছিলঙৰ পৰাই তেওঁ আমাৰ লগত যোগাযোগ ৰাখিছিল। অকল আমাৰ লগতে নহয়, অন্যান্য বন্ধু আৰু শিক্ষক সকলৰ লগতো তেখেতৰ সম্পৰ্কৰ ছেদ পৰা নাছিল। কটন কলেজ আছিল তেখেতৰ কাৰণে সকলোতকৈ আপোন। ইমানতো এড্‌মান্সলৈ যোৱাৰ গুৰি কথা ক'ত তাক জানিবলৈ বহুতৰে অন্তৰত কৌতূহল উদ্ভৱ হৈছিল। সম্ভৱত সেই সময়তে অসমৰ ভৱিষ্যত ৰাজনৈতিক চিন্তাই তেখেতৰ মনৰ মাজত ঠাই খাই পৰিছিল। ছিলঙত জন-জাতীয় আৰু পাহাৰৰ ভাই-ভনী সকলৰ জীৱন ধাৰাৰ লগত পৰিচয় হোৱাৰ উদ্দেশ্যে হয়তো তালৈ যোৱাতো তেখেতে মন কৰিছিল। অনুন্নত অঞ্চল বগাবাঘ চাহ বাগিচাত জন্মগ্ৰহণ কৰি শ্ৰীশইকীয়াদেৱে চাহ মজদুৰ সকলৰ জীৱনৰ লগত ইতিমধ্যে গভীৰভাৱে পৰিচিত। অসমৰ বুকুত থকা বিভিন্ন জনজাতি, জাতি-উপজাতিৰ লোকৰ জীৱন আৰু সমস্যাৰ বিষয়ে অভিজ্ঞতা লাভৰ হেপাহ শ্ৰীশইকীয়া ডাঙৰীয়াৰ মানসত প্ৰৱল হৈ পৰিছিল ; আৰু সিয়ে সম্ভৱ ছিলঙলৈ পঢ়িবলৈ যোৱাৰ গুৰি কথা আছিল।

এড্‌মান্স কলেজত পঢ়ি থাকোঁতেই তেখেতে ইংৰাজী সাহিত্য চৰ্চা কৰাৰ উপৰিও ইতিহাস বিষয়ত বিশেষ মনোযোগ দিয়ে। ছাত্ৰ অৱস্থাতে বিৰিঙি উঠিছিল তেখেতৰ সূক্ষ্ম অনুভূতি, আবেগ-প্ৰৱণতা আৰু কল্পনাশক্তি। কিন্তু তাতোকৈ সূক্ষ্মতৰ আছিল তেখেতৰ বিচাৰ-বুদ্ধি আৰু যুক্তিনিষ্ঠ মনোভাৱ। সেয়ে ইংৰাজী ভাষা আৰু সাহিত্যত তেখেতৰ স্বাভাৱিক নৈপুণ্য থাকিলেও ইতিহাসৰ প্ৰতি তেখেতৰ অনুৰাগ আছিল অসামান্য। ১৯৫৭ চনত তেখেতে

এডমান্স কলেজৰ পৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ কলা বিভাগত স্নাতক ডিগ্ৰী লাভ কৰে।

ইয়াৰ পিছত ১৯৫৮ চনত তেখেতে লক্ষ্ণৌ বিশ্ববিদ্যালয়ত ভৰ্তি হয়। তাত তেখেতে ইতিহাস বিষয়ত স্নাতকোত্তৰ শ্ৰেণীতে পঢ়ে আৰু ১৯৬০ চনত এম, এ ডিগ্ৰী লাভ কৰি ঘৰলৈ উভতি আহে। লক্ষ্ণৌ বিশ্ববিদ্যালয়ত পঢ়ি থকা সময়ত তেখেতে প্ৰখ্যাত অধ্যাপক ডক্টৰ চন্দ্ৰ চেটাৰ্জীৰ নিবিড় সান্নিধ্য লাভ কৰে। শ্ৰীশইকীয়া ডক্টৰ চেটাৰ্জীৰ অতি প্ৰিয় আছিল, আৰু আমি শুনা মতে শ্ৰীশইকীয়া ডাঙৰীয়াৰ দৃঢ় প্ৰত্যয়ত তেখেত মুগ্ধ হৈছিল আৰু শ্ৰীশইকীয়াৰ ওপৰত ভৰসা ৰাখি কৈছিল ঃ "দেশৰ ভৱিষ্যতত তোমাৰ যি প্ৰত্যয়, তাক কেতিয়াও শিথিল নকৰিবা"।

এই কথা জনা একান্ত প্ৰয়োজন যে এটি সাধাৰণ শিশুৱে যিয়ে শৈশৱত ভূতৰ ভয়ত, বাঘৰ ভয়ত, সাপৰ ভয়ত সদায় সন্ত্ৰস্ত থাকি কটন কলেজত, এডমান্স কলেজত আৰু লক্ষ্ণৌ বিশ্ববিদ্যালয়ত নিজৰ সুচিন্তিত কৰ্মভাৱনাৰ পৰিচয় দিব পাৰিলে কেনেকৈ! ইয়াৰ মূলতে হ'ল শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰ কৰ্মক্ষমতা আৰু চৰিত্ৰৰ মাধুৰ্য গুণ। ইয়াৰ বাবেই তেখেতে আজি নিজস্ব স্থান অধিকাৰ কৰি লব পাৰিছে।

উল্লেখযোগ্য যে শ্ৰীশইকীয়া ডাঙৰীয়া স্নাতক ডিগ্ৰী লাভ কৰাৰ পিছত তেখেতে আইন পঢ়াৰ মন কৰিছিল। কিন্তু পিতৃ হলধৰ শইকীয়াদেৱে পুত্ৰৰ ইচ্ছাৰ বিৰোধীতা কৰিছিল ; কাৰণ আজীৱন কৰ্মময় জীৱনযাপন কৰি তেখেতে দেখিছিল যে ভাৰতবৰ্ষ নানা দিশত তেতিয়াও অধঃপতিত। যি ভাৰতবৰ্ষ এসময়ত বেদ-উপনিষদ-ৰামায়ণ-মহাভাৰতৰ ভাৰতবৰ্ষ, মহাবীৰ আৰু বুদ্ধদেৱৰ ভাৰতবৰ্ষ আছিল, আজি সেই ভাৰতবৰ্ষ নিপীড়িত, শোষিত, আৰু অত্যন্ত দৰিদ্ৰ হিন্দু-মুছলমান দুই সম্প্ৰদায় কলহত লিপ্ত। তেখেতে আৰু দেখিছিল—সমাজ সংকীৰ্ণ গণ্ডীত আৱদ্ধ। এনে অৱস্থাত ওকালতি কৰি হিতেশ্বৰ আদৰ্শচ্যুৎ হোৱাৰ বাহিৰে অন্য একো হব নোৱাৰে। সেয়ে তেখেতে হিতেশ্বৰক কলে—'বোপা, তুমি মিছাৰ আশ্ৰয় লবৰ কাৰণে উকীল হব নালাগে, তুমি এম, এ পঢ়া''। পিতৃভক্ত হিতেশ্বৰে পিতৃৰ অনুভূতিত কেতিয়াও আঘাত দিব নোৱাৰে। সেয়ে

তেওঁ আইন পঢ়াৰ সকলো অভিলাষ লগে লগে পৰিত্যাগ কৰিলে, আৰু পিতৃৰ ইচ্ছামতে ইতিহাসত এম, এ, পঢ়িবলৈ লক্ষ্ণৌলৈ যাত্ৰা কৰিলে।

পিতৃ-মাতৃৰ প্ৰতি ইমান আস্থা ৰখা, পৰামৰ্শ ৰক্ষা কৰা, মনদি প্ৰতিটো কথা শুনা, আৰু তেখেতে সকলৰ মৰ্যাদা ৰক্ষা কৰা পুত্ৰ শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰ দৰে খুব কমেই দেখিছোঁ। ইয়াৰ পৰাই তেখেতৰ চিত্তৰ ঐশ্বৰ্য কিমান ব্যাপক তাক সহজে অনুমান কৰিব পাৰি।

শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়া যেতিয়া লক্ষ্ণৌত এম, এ পঢ়ি আছিল, তেতিয়া তেখেতে কিছু কিছু ঐতিহাসিক আৰু ধৰ্মমূলক নাটকৰ অভিনয় চাবলৈ সুবিধা পাইছিল। কথা প্ৰসঙ্গত তেখেতে আমাৰ আগত উচ্মাভৰা কণ্ঠেৰে এবাৰ কৈছিল—"লক্ষ্ণৌৰ বিখ্যাত নাট্যশালা বিলাকত ঐতিহাসিক আৰু ধৰ্মমূলক নাটকৰ অভিনয়ৰ প্ৰাধান্য আছিল। ছাহজাহান, চন্দ্ৰগুপ্ত আদি ঐতিহাসিক নাটবোৰৰ অভিনয় চাই মই বৰ মুগ্ধ হৈ পৰিছিলোঁ।" তেখেত কেৱল দৰ্শক-মাত্ৰই নাছিল, অভিনয় দেখি তেখেতে যি উৎসাহ লাভ কৰিছিল, তাৰ প্ৰভাৱতে তেখেতে এখন নাটকো লেখিবলৈ আৰম্ভ কৰিছিল। এই অসম্পূৰ্ণ নাটকখন তেখেতে তেখেতৰ শিক্ষাগুৰু ডক্টৰ চন্দ্ৰ চেটাৰ্জীক পঢ়িবলৈ দিছিল। ডক্টৰ চেটাৰ্জীয়ে নাটকখন পঢ়ি প্ৰশংসা কৰিছিল আৰু শ্ৰীশইকীয়া দেৱক নাটকখন লেখি শেষ কৰিবলৈ পৰামৰ্শ দিছিল। কিন্তু সেই নাটকখন আৰু শেষ কৰা নহ'ল। যদিও সেই নাটকৰ অসমাপ্ত পাণ্ডুলিপি দীৰ্ঘকাল তেখেতৰ ব্যক্তিগত কাগজপত্ৰৰ লগত আছিল।

# ৰাজনীতিৰ ৰ'দকাঁচলিত

শ্ৰীহিতেশ্বৰ শইকীয়াৰ ৰাজনীতিত প্ৰৱেশ আকস্মিক ঘটনা নহয়। স্কুলীয়া জীৱনতেই শ্ৰীশইকীয়া ডাঙৰীয়াৰ মনত ৰাজনৈতিক চিন্তাৰ ৰেঙনি উদয় হৈছিল। সেই সময় আছিল তেখেতে ৰাজনৈতিক চিন্তা কৰাৰ দোকমোকালি সময়। তেতিয়া আমাৰ দেশৰ পৰা ইংৰাজ সকল গুচি যোৱা নাছিল, যাওঁ যাওঁ সময়। শাসক হিচাপে তেওঁ-লোক আমাৰ দেশৰ জনসাধাৰণৰ কল্যাণমূলক কামৰ প্ৰতি মুঠেই আগ্ৰহশীল নাছিল। আমাৰ দেশৰ সম্পদসমূহ আহৰণ কৰাটোৱেই আছিল ইংৰাজ সকলৰ মুখ্য উদ্দেশ্য, ভাৰতৰ জনগণৰ কল্যাণ সাধনৰ প্ৰতি তেওঁলোকে পিঠি দিছিল। সাধাৰণৰ শিক্ষা, যাতায়তৰ সুচল ব্যৱস্থা, জনস্বাস্থ্য ইত্যাদি জনকল্যাণমূলক কামৰ প্ৰতি শাসক বৰ্গ হৈ পৰিছিল উদাসীন। এইবোৰ কথা দেখি শুনি স্কুলীয়া ছাত্ৰ শ্ৰীহিতেশ্বৰ শইকীয়াৰ মনত ইংৰাজৰ প্ৰতি বিৰোধ প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছিল। তেখেতে ইংৰাজ সকলক এটা আক্ৰমণশীল দৈত্যৰূপে বিবেচনা কৰিব ধৰিলে, আৰু এই দৈত্যই যুদ্ধ আৰু ভেদনীতিৰ দ্বাৰা আমাৰ দেশ শাসন কৰি দেশৰ মূল্যবান সম্পদসমূহ যে শোষণ কৰিছিল, সেই কথা বুজিবলৈ আৰু তেখেতৰ বাকী নাথাকিল। সেই কাৰণে স্কুলত পঢ়ি থকা অৱস্থাৰে পৰা শ্ৰীশইকীয়া ডাঙৰীয়াৰ অন্তৰত ব্ৰিটিছ শাসনৰ প্ৰতি স্বাভাৱিক আনুগত্য সৃষ্টি হোৱাৰ পৰিৱৰ্তে ঘৃণা আৰু বিদ্বেষৰ ভাৱহে উদয় হ'ল।

সেই সময়ত ভাৰতবৰ্ষৰ ৰাজনৈতিক ঘটনাস্ৰোতৰ দ্ৰুত প্ৰৱাহিত হবলৈ ধৰিলে। সমগ্ৰ ভাৰততে জাতীয় চেতনা ব্যাপকভাৱে বিস্তাৰ লাভ কৰিলে। এই জাতীয় চেতনাই শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰো অনুভূতিক সচকিত কৰি তুলিলে। ১৯৪৫ চনৰ ১৫ আগষ্টত নেতাজী সুভাষচন্দ্ৰ বসুৱে ভৱিষ্যত বাণী কৰিছিল যে

আজিৰ পৰা ঠিক দুই বছৰৰ ভিতৰতে ইংৰাজে আমাৰ দেশ এৰিব। সচাকৈয়ে সুভাষচন্দ্ৰ বসুৰ বাণী বাস্তৱত ফলিল। ১৯৪৭ চনৰ ১৫ আগষ্ট তাৰিখে ব্ৰিটিছে ভাৰত এৰি গ'ল। ভাৰতবৰ্ষ স্বাধীন হ'ল। স্বাধীনতা সংগ্ৰামৰ ইতিহাসত গান্ধীজিৰ গৌৰৱময় ভূমিকাৰ কথা কাৰো অবিদিত নহয়। ভাৰতবৰ্ষৰ স্বাধীনতা যুদ্ধৰ অগ্ৰদূত গান্ধীজিৰ প্ৰতি সেয়ে শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰ হৃদয় গলি গ'ল, আৰু গান্ধীজিৰ একান্ত অনুগামী হৈ পৰিল। তেখেতৰ অন্তৰ উৎসাহেৰে ভৰি পৰিল, বহু স্বপ্নই তেখেতৰ মনৰ মাজত দেখা দিলে, ভাবিলে, অনুন্নত অঞ্চলবোৰৰ ভাগ্য ফলিব, দেশৰ সৰ্বাঙ্গীন উন্নতি হ'ব। বগাবাঘ চাহ বাগিচা অঞ্চলত শিক্ষাৰ বাবে পাঠশালা হ'ব, জন-স্বাস্থ্যৰ বাবে হাসপাতাল হ'ব, যাতায়তৰ বাবে ৰাস্তা-ঘাট হ'ব। এইদৰে শ্ৰীহিতেশ্বৰ শইকীয়া দেৱৰ চকুৰ আগতে অঞ্চলটোৰ দ্ৰুত অগ্ৰগতিৰ ছবি এখন ভাঁহি উঠিল। কিন্তু দুৰ্ভাগ্যক্ৰমে তেখেতৰ মনৰ কথা মনতে ৰ'ল, তাৰ বাস্তৱ ৰূপায়ণ সম্ভৱ হৈ নুঠিল। তেখেতে দেখিলে—জনসাধাৰণৰ আদৰ্শ, প্ৰেৰণা আৰু বগাবাঘ অঞ্চল নেতৃত্বৰ অভাৱত ক্লিষ্ট। শীত কাতৰ হৈ মাটিৰ গাঁতৰ ভিতৰত আশ্ৰয় লৈ নিশ্চল হৈ থকা সৰীসৃপৰ দৰে নাজিৰা অঞ্চলৰ সমাজখনো অলস, অক্ষম হৈ পৰিল। ঠিক সেই সময়তে ১৯৫১ চনত নাজিৰা উচ্চ ইংৰাজী স্কুলৰ ছাত্ৰ একতা সভাৰ বিষয়ববীয়া নিৰ্বাচিত হৈ শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াই নাজিৰাৰ ওচৰে-পাজৰে ঘূৰি ফুৰি জনসাধাৰণৰ নানা দাবী সম্পৰ্কে বাইজক সচেতন আৰু সংঘৱদ্ধ কৰি তুলিলে। সাপেখাতি পাৰ হৈ ভিতৰুৱা অঞ্চলত প্ৰৱেশ কৰিলেই দেখা গৈছিল—দুৰ্বল খেৰিঘৰ, অভাৱগ্ৰস্ত নৰ-নাৰী আৰু জীৱনী-শক্তিহীন উলঙ্গ শিশু। চাহ বাগিচাৰ শ্ৰমিক সকলৰ শ্ৰমৰ বিনিময়ত লক্ষ লক্ষ টকা উপাৰ্জন হয়, অথচ শ্ৰমিক জীৱন আছিল পঙ্গু। এয়ে আছিল প্ৰাক্ স্বাধীনতা আৰু স্বাধীনোত্তৰ কালৰ প্ৰথম ভাগত অঞ্চলটোৰ দুৰাৱস্থা। সেইবোৰৰ প্ৰতিকাৰৰ কাৰণে শ্ৰীশইকীয়া দেৱ হৈ পৰিল উদ্বিগ্ন। তেখেতে নতুন দৃষ্টি ভঙ্গিৰে স্বাধীনতাৰ অৰ্থ বিচাৰি চাবলৈ ধৰিলে। তেখেতৰ মতে "স্বাধীনতা হ'ল প্ৰজা-সাধাৰণৰ চেতনাৰ ধন। প্ৰজাসাধাৰণৰ উন্নতি ব্যতিৰেকে স্বাধীনতাৰ কথা কল্পনা কৰিব নোৱাৰি। জনসাধাৰণৰ উন্নতি তেতিয়াহে

সম্ভৱ, যেতিয়া আমাৰ দেশ অৰ্থনৈতিক বৈষম্যৰ পৰা মুক্ত হব। এই বিষয়ত শ্ৰীশইকীয়া ডাঙৰীয়াৰ মত অতি স্পষ্ট। বিশ্ববিদ্যালয়ত ইতিহাসত এম. এ. পঢ়ি তেখেতে পৃথিৱীৰ বিভিন্ন দেশৰ ৰাজনৈতিক ঘটনাসমূহৰ বিষয়ে সম্যক জ্ঞানলাভ কৰিবলৈ সক্ষম হৈছে। সেয়ে তেখেতে ভাৰতৰ অৰ্থনৈতিক স্বাধীনতাৰ ওপৰত সৰ্বাধিক গুৰুত্ব প্ৰদান কৰিব ধৰিলে।

স্বাধীনতাৰ পিছতো যেতিয়া অসমৰ অৰ্থনৈতিক উন্নয়নৰ ক্ষেত্ৰত কোনো ধৰনৰ উল্লেখযোগ্য আঁচনি গ্ৰহণ কৰা ন'হল, অসম দিনকদিনে অনুন্নতহে হব ধৰিলে, তেতিয়া অসমীয়া ৰাইজে ইয়াৰ বিৰুদ্ধে আন্দোলন কৰিব লগীয়াত পৰিল। ষাঠীৰ দশকত এনে দুটা উল্লেখযোগ্য আন্দোলনৰ দাবী হ'ল—ব্ৰহ্মপুত্ৰৰ ওপৰত দলং নিৰ্মাণ আৰু অসমত দ্বিতীয় তেল শোধনাগাৰ স্থাপন। এই আন্দোলন দুটা অসমৰ ৰাজনৈতিক ইতিহাসত অক্ষয় হৈ থাকিব। অসমৰ শিক্ষিত যুৱক শ্ৰেণীয়ে এই আন্দোলন দুটাত সক্ৰিয় হৈ পৰিল। প্ৰথম ভাগত কেন্দ্ৰীয় চৰকাৰৰ ওচৰত উক্ত বিষয় দুটাৰ দাবীত আবেদন-নিবেদনৰ পথ অনুসৰণ কৰিলেও, তেতিয়াৰ সংসদৰ সদস্য হেম বৰুৱাৰ প্ৰভাৱত ক্ৰমে ই সংগ্ৰামশীল হৈ উঠিল। সেই সময়ত শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়া আছিল যুৱ-সংগঠনৰ গুৰি ধৰোঁতা। তেখেতে যুৱ সমাজক অসমৰ উন্নয়নৰ দাবীত গঢ়ি উঠা এই আন্দোলন দুটাত সক্ৰিয় কৰি তুলিবলৈ উপযুক্ত ভূমিকা গ্ৰহণ কৰিব পাৰিছিল। ইয়াৰ পিছৰ পৰাই শ্ৰীশইকীয়া দেৱে যুৱ-সমাজৰ সাৰ্থক প্ৰতিনিধি হিচাপে নিজকে প্ৰতিষ্ঠা কৰিব পাৰিলে।

ৰাজ্য ভাষাৰ দাবীত ১৯৬০ চনত অসমৰ যুৱ-ছাত্ৰ সমাজ পুনৰ জাগি উঠিল। এইবাৰ ভাষা আন্দোলন ইমান ব্যাপক আৰু গভীৰ হৈ পৰিল যে তেতিয়াৰ চলিহা মন্ত্ৰী সভাৰ পতন প্ৰায় অনিবাৰ্য হোৱাৰ দৰে হ'ল। এই আন্দোলনৰ ফলতেই কেইবাজনো যুৱ-ছাত্ৰ ছহীদ হব লগাত পৰিল। বহুতো লোক লাঞ্ছিত হ'ল। শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াই এইবাৰো যুৱক সকলক সংগঠিত কৰি তেওঁলোকৰ মাজত সম্প্ৰীতিৰ ভাৱ পুনৰ্জীৱিত কৰি তুলিলে। তেখেতে সদায় বিশ্বাস কৰে যে হিংসাৰ প্ৰয়োগৰ দ্বাৰা যথাৰ্থ সমাজবাদ প্ৰতিষ্ঠা সম্ভৱ নহয়। তেখেতৰ এই বিশ্বাসত গান্ধীজিৰ আদৰ্শৰ

প্ৰভাৱ স্পষ্ট হৈ আছে। গান্ধীজিৰ মতে অহিংসৰ মাধ্যমত হৃদয়ৰ পৰিবৰ্তন ঘটিলেহে যথাৰ্থ সমাজবাদ সম্ভৱ হয়। আমাৰ দেশ ঐতিহ্যৰ দেশ, বুদ্ধদেৱৰ মৈত্ৰী, কৰুণা আৰু দয়াৰ দেশ। শ্ৰীশইকীয়া ডাঙৰীয়াই সদায় ঐতিহ্যক সম্মান দি আহিছে। এইদৰে প্ৰথমৰ পৰাই শ্ৰীশইকীয়া ডাঙৰীয়াৰ দূৰদৃষ্টিৰ লগত প্ৰতিভাৰ সমন্বয় সাধন হৈ আহিছে, যাৰ ফলত তেওঁ নিজকে নেতা হিচাপে প্ৰস্তুত কৰি তুলিব পাৰিলে।

ৰাজনৈতিক সংস্কৃতি গণতন্ত্ৰৰ সমবয়সী। গণতন্ত্ৰই ব্যক্তিৰ মূল্য স্বীকাৰ কৰে, ব্যক্তিত্ব প্ৰকাশত সাহায্য কৰে। দেশৰ বা সমাজৰ ৰাজনৈতিক সংস্কৃতিয়েও সেইদৰে সমাজৰ মূল্যবোধৰ লগত ব্যক্তি চেতনাৰ সাযুজ্য ঘটায়, সমীকৰণত সাহায্য কৰে। গণতন্ত্ৰত ৰাজনৈতিক চেতনাই মানুহক নিজকে বুজিবলৈ শিকায় সমাজৰ পটভূমিত। ৰাজনৈতিক সংস্কৃতি আৰু মূল্যবোধৰ সেইটোৱেই বিশেষ অৱদান। ইতিহাসৰ ছাত্ৰ শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াইও সেই সময়ৰ সমাজৰ পটভূমিতে নিজৰ ভৱিষ্যত কৰ্মপন্থা নিৰ্ণয় কৰি লয় বুলি কব পাৰি।

# শিক্ষা বিস্তাৰত আত্মনিয়োগ ঃ শিক্ষকতা

**( Faithfullness to duty brings the greatest of rewards )**

মানুহ মাত্ৰেই কিছুমান বৈশিষ্ট্য আৰু স্বাতন্ত্ৰ্যৰ গৰাকী। ভাৰতবৰ্ষৰ ৰাজনীতিত গান্ধীজি আৰু সুভাষচন্দ্ৰ বসুৰ চৰিত্ৰত যিমানখিনি মিল আছিল, অমিলো সেই পৰিমাণৰ আছিল। দুয়োজনেই আছিল প্ৰখৰ বাস্তব বুদ্ধিসম্পন্ন ৰাজনীতিজ্ঞ ; ভাৰত-বৰ্ষৰ বায়ু-পানীৰ লগত দুয়োজনৰেই সংযোগ আছিল ; ব্যক্তি-জীৱনত দুয়োজনৰে শৃঙ্খলাবোধ আৰু সততা অতুলনীয়। তথাপি দুয়োজনৰ মাজত কোনোদিনেই মিল নাছিল। দুয়োজনৰ মাজত ব্যক্তি জীৱনৰ বৈশিষ্ট্য আৰু স্বাতন্ত্ৰ্যৰ কাৰণেই এনে হৈছিল বুলি ভাবিবৰ অৱকাশ আছে।

গান্ধীজিৰ নীতি হ'ল 'অহিংসা'। অহিংসাৰ পৰীক্ষাত স্বাধীনতা তেওঁৰ বাবে গৌণ স্থান অধিকাৰ কৰিছে। আনহাতে সুভাষচন্দ্ৰ বসুৰ বাবে 'স্বাধীনতা'ই আটাইতকৈ ডাঙৰ বস্তু। গান্ধীজি আছিল ভগবান-বিশ্বাসী, সুভাষচন্দ্ৰ বসুৰ মাজত আছিল ইতিহাস চেতনা। ইয়াৰ উপৰি গান্ধীজি আছিল নৰমপন্থী, সুভাষচন্দ্ৰ বসু আছিল উগ্ৰপন্থীৰ দৰে। এইদৰে গান্ধীজি আৰু সুভাষচন্দ্ৰ বসুৰ বৈশিষ্ট্য আৰু স্বাতন্ত্ৰ্য নিৰ্ণয় কৰিব পাৰি।

শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰ জীৱনৰ বৈশিষ্ট্য আৰু স্বাতন্ত্ৰ্যতাও হৈছে, তেখেতৰ গতিশীল কৰ্মশক্তিত অৱাৰিত আত্মোৎসৰ্গ। অনেকে ত্যাগ কৰে স্বাৰ্থৰ কাৰণে, ইয়াক একপ্ৰকাৰ বিনিয়োগ বুলিও কব পাৰি। এই বিনিয়োগৰ দ্বাৰা নিজে লাভবান হয়, সমাজত ওপৰত ইয়াৰ কোনো ধৰনৰ প্ৰভাৱ দেখা নাযায়। শ্ৰীশইকীয়া ডাঙৰীয়াৰ ত্যাগ ইয়াৰ সম্পূৰ্ণ বিপৰীত, তেখেতৰ

জীৱন যেন উৎসৰ্গ—আনৰ কাৰণে। এয়ে হ'ল তেখেতৰ চৰিত্ৰৰ স্বাতন্ত্ৰ্য বৈশিষ্ট্য।

শ্ৰীশইকীয়া ডাঙৰীয়াৰ চৰিত্ৰৰ লগত সামাঞ্জস্য থকা কাম হ'ল শিক্ষকতা। শিক্ষক জীৱনত ত্যাগৰ পৰিপূৰ্ণতা সাৰ্থক হৈ উঠে। নিঃস্বাৰ্থ সমাজ সেৱাত অৱশ্যে ইয়াৰ সাৰ্থকতা বেছি। তথাপি প্ৰকৃত শিক্ষক এজনে বহুতো ত্যাগ কৰিব লগা হয়। সেইজন ব্যক্তিকেই কৰ্মজীৱনত সুখী বুলি গণ্য কৰা হয়, যাৰ চৰিত্ৰৰ লগত জীৱিকা-পথৰ সামাঞ্জস্য বিচাৰি পোৱা যায়। শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰ প্ৰিয়তম বিষয়ৰ অন্যতম হ'ল শিক্ষা। শিক্ষকতা কৰি তেখেতৰ মন যে প্ৰসন্নতাৰে ভৰি পৰিছিল তাৰ বহুতো প্ৰমাণ পোৱা যায়।

তেখেতৰ লগত দীৰ্ঘক্ষণ ধৰি কেতিয়াবা কেতিয়াবা আমাৰ আলোচনা চলে। এদিন কথা প্ৰসঙ্গত আমি তেখেতক প্ৰশ্ন কৰিছিলোঁ "—ভেণ্ডাৰ কলেজৰ চাকৰি কৰি যি কেইটা টকা পায় তাকো বাহিৰে বাহিৰে দান দক্ষিণা কৰি খালি জেপ লৈ যে ঘৰলৈ উভতে, আপোনাৰ স্ত্ৰীৰ কাৰণে অলপো বেয়া নালাগেনে ?" প্ৰশ্ন শুনি তেখেতে খুব স্বাভাৱিক হাঁহি এটা মাৰিলে। তাৰ পিছত তেখেতে যি কাহিনী শুনালে সি যিমান চিত্তাকৰ্ষক, সিমান তেখেতৰ ব্যক্তিগত জীৱন, পত্নী শ্ৰীমতী হেমপ্ৰভা শইকীয়াৰ লগত তেখেতৰ সম্পৰ্ক আৰু সেই সময়ৰ গঞাৰাইজৰ আৰ্থিক দুৰাৱস্থা আদি জনাৰ পক্ষে বিশেষ মূল্যবান। তেতিয়া গম পাইছিলোঁ শ্ৰীশইকীয়া ডাঙৰীয়াৰ সমজুৱা কামত থকা অতিপাত নিচাৰ কথা, বিয়াৰ আগতে তেখেত আৰু শ্ৰীমতী হেম-প্ৰভাৰ মাজত হোৱা এক বুজা-পৰাৰ কথা, শ্ৰীশইকীয়া ডাঙৰীয়াৰ সামাজিক কামবোৰত তেখেতৰ হবলগীয়া পত্নী শ্ৰীমতী হেমপ্ৰভাই সহায় কৰিবলৈ সংকল্প কৰাৰ কথা, সমাজৰ দুৰ্বল সকলৰ জীৱনক উপলব্ধি কৰি, পাৰিলে সহায় কৰিবলৈ চেষ্টাৰ ত্ৰুটি নকৰিবলৈ কৰা পণৰ কথা ; তাৰ উপৰি ভাই-ভতিজা, আত্মীয়-কুটুম্বৰ দায়িত্ব বহন কৰিবলৈ সংকল্প কৰাৰ কথা ইত্যাদি।

পত্নী শ্ৰীমতী হেমপ্ৰভা শইকীয়াৰ অসাধাৰণ ব্যক্তিত্ব আৰু দৃঢ়তাৰ প্ৰসঙ্গও শ্ৰীশইকীয়া ডাঙৰীয়াই উল্লেখ কৰিছিল। তেতিয়া মোৰ আৰু বুজিবলৈ অলপো বাকী নাথাকিল যে সম্ভৱত সেই কাৰণে

সমস্যাবোৰ বুজাত তেখেত সকলৰ অলপো অসুবিধা নহৈছিল। বৰং দুয়োকো দুয়ো বোঁছ ওচৰ চপাই লবহে পাৰিছিল। কথাৰ মাজতে এবাৰ শ্ৰীশইকীয়া ডাঙৰীয়াই ধেমালিৰ সুৰত কৈছিল—"মোৰ স্ত্ৰীৰ ওপৰত কোনোদিনেই জোৰ কৰি মোৰ নিজৰ মত জাপি দিয়া নাই। নৈতিকতা বোধত তেওঁক বৰ সৰল বুলি কব পাৰি। সেই বাবেই আমাৰ মাজত কোনো কথাতে আজিলৈকে বিৰোধ প্ৰতিক্ৰিয়াৰ উদ্ভৱ হোৱা নাই।" শ্ৰীশইকীয়া ডাঙৰীয়াই অকপটভাৱে কথাখিনি কৈ উঠিছিল। কথাখিনি শুনি ভাব হৈছিল—"তেখেতৰ ত্যাগ যেন অসাধাৰণ। এনে ত্যাগৰ বলতেই তেখেতে শ্ৰদ্ধা আৰু সম্ভ্ৰম অনায়াসে অৰ্জন কৰিব পাৰিছে।"

শ্ৰীশইকীয়া ডাঙৰীয়াই ১৯৬০ চনত নাজিৰা উচ্চতৰ মাধ্যমিক আৰু বহুমুখী বিদ্যালয়ত প্ৰথম শিক্ষকতাৰ কামত নিযুক্ত হয়। ইয়াৰ পিছৰ পৰাই তেখেতে নীতিসম্পন্নভাৱেই গঠনমূলক কামত অত্যন্ত নিষ্ঠাৰে সৈতে ব্ৰতী হবলৈ সুবিধা পায়। আত্ম সুখতকৈ জনসাধাৰণৰ কল্যাণমূলক কামত উদ্বুদ্ধ হৈ তেতিয়াৰ পৰাই তেখেতে নাজিৰা অঞ্চলত শিক্ষা বিস্তাৰৰ কামত আত্মনিয়োগ কৰে। অঞ্চলটোৰ অনুন্নত অৱস্থা দেখি তেখেতে নিজৰ ভিতৰত এক দুঃসহ অস্থিৰতা বোধ কৰে আৰু অঞ্চলটোৰ উন্নয়নৰ কাৰণে যি কোনো ত্যাগৰ বাবে নিজকে প্ৰস্তুত কৰি তুলিবলৈ সমৰ্থ হয়। প্ৰকৃতপক্ষে নাজিৰা অঞ্চলৰ শিক্ষানুষ্ঠানসমূহ প্ৰতিষ্ঠা কৰণত শ্ৰীশইকীয়া ডাঙৰীয়াৰ অৱদান অনন্য।

নাজিৰা অঞ্চলৰ শিক্ষানুষ্ঠান সমূহৰ লগত শ্ৰীশইকীয়া ডাঙৰীয়া কিভাৱে জড়িত আছিল তাৰ এটি আভাস "শ্ৰীহিতেশ্বৰ শইকীয়াৰ জীৱন কথা" নামৰ পুথিত শ্ৰীযতীন্দ্ৰনাথ মজুমদাৰ দেৱে এইদৰে উল্লেখ কৰিছে,—

"নাজিৰাৰ ওচৰৰ বৰতলা উচ্চ ইংৰাজী স্কুলৰ তেখেত সম্পাদক নিযুক্ত হ'ল। নাজিৰাত এখন কলেজ স্থাপনৰ অৰ্থে তেখেতে হাতে-কামে লাগিল। তেল আৰু প্ৰাকৃতিক গেচ আয়োগৰ ঘাই সদৰ কাৰ্যালয় নাজিৰাত প্ৰতিষ্ঠা কৰাত শ্ৰীশইকীয়াৰ ভূমিকা শলাগিব লগীয়া।

* * * *

শ্ৰীশইকীয়াই শৈক্ষিক, আৰ্থিক আৰু সাংস্কৃতিক ক্ষেত্ৰত লেখত

লবলগীয়া আঁৰহনা যোগাইছিল। তেখেতে নিম্নলিখিত অনুষ্ঠান সমূহৰ লগত ওতঃপ্ৰোতভাৱে জড়িত আছিল। (১) গড়গাঁও কলেজ, (২) শিমলুগুড়ি হাইস্কুল, (৩) শিমলুগুড়ি ছোৱালী হাইস্কুল, (৪) কেন্দুগুৰি হাইস্কুল, (৫) দোলবাগান হাইস্কুলৰ উচ্চতৰ মাধ্যমিক শাখা, (৬) বৰতলা হাইস্কুল আৰু অন্যান্য বহুতো প্ৰাথমিক আৰু মজলীয়া বিদ্যালয়। উক্ত অনুষ্ঠানসমূহৰ হকে শ্ৰীশইকীয়া ডাঙৰীয়াই দেহে-কেহে খাটিছিল। ৰাজহুৱা অনুষ্ঠানৰ বাবে দান-বৰঙণি তোলাত পাৰ্গত বুলি তেখেতৰ এটা সুনাম আছে। লগৰীয়া সকলৰ সৈতে চাইকেলেৰে ঘূৰি ঘূৰিয়েই দান-বৰঙণি সংগ্ৰহ কৰিছিল। কোনোবা খেতিয়কে নগদ টকাৰে বৰঙণি দিব নোৱাৰিলে তেনেকুৱা খেতিয়কৰ পৰা শ্ৰীশইকীয়াই ধানকে বৰঙণি হিচাপে লৈছিল। চাইকেলেৰে পিচফালে ধান ভৰাই লবলৈ বস্তা নিয়া অভ্যাস তেখেতৰ আছিল। গড়গাঁও কলেজৰ বিজ্ঞান শাখাৰ বাবে তেখেতে বহুজন পৰিমাণৰ বৰঙণি সংগ্ৰহ কৰি দিছিল। উক্ত কলেজৰ উন্নয়নৰ ক্ষেত্ৰত তেখেতৰ উল্লেখযোগ্য ভূমিকা আছে।

নাজিৰাত এটি হাইস্কুল শিক্ষান্ত পৰীক্ষা কেন্দ্ৰ নথকাত পৰীক্ষাৰ্থী সকলে শিৱসাগৰলৈ গৈ উক্ত পৰীক্ষাত অৱতীৰ্ণ হ'বলগীয়া হোৱাত পৰীক্ষাৰ্থী সকলৰ বিশেষ অসুবিধা হৈছিল। সমাজকৰ্মী শ্ৰীশইকীয়াই এই অভাৱ পূৰণৰ অৰ্থে মাধ্যমিক শিক্ষা পৰিষদৰ ওচৰ চাপিল। তেখেতৰ যত্নতেই নাজিৰাত হাইস্কুল শিক্ষান্ত পৰীক্ষাৰ কেন্দ্ৰ পোন প্ৰথম বাৰৰ বাবে অসম মাধ্যমিক শিক্ষা পৰিষদে স্থাপন কৰিলে। ফলত নাজিৰাৰ এটি ডাঙৰ অভাৱ পূৰণ হ'ল।"

উক্ত বিৱৰণটোৰ পৰা নাজিৰা অঞ্চলৰ শিক্ষা বিস্তাৰৰ ক্ষেত্ৰত শ্ৰীশইকীয়া ডাঙৰীয়াই অঞ্চলটোৰ জনসাধাৰণৰ মাজত শিক্ষা প্ৰসাৰৰ বাবে কিদৰে জাগৰণ সম্ভৱ কৰি তুলিছিল তাৰ এটি স্পষ্ট পৰিচয় পোৱা যায়। শিক্ষানুষ্ঠান স্থাপনৰ যি আনন্দ আৰু তাৰ মাজেদি নানাবিধ সমাজ সেৱামূলক সংগঠনৰ কামত নিজকে জড়িত ৰখাৰ যি উদ্যম, সিয়ে শ্ৰীশইকীয়া ডাঙৰীয়াৰ আৰ্থিক অনাটনৰ দিনবোৰৰ শান্ত্বনা স্বৰূপ আছিল।

শ্ৰীশইকীয়া ডাঙৰীয়াই "নাজিৰা উচ্চতৰ মাধ্যমিক আৰু বহুমুখী বিদ্যালয়"ত কিছুদিন কাম কৰাৰ পিছত গড়গাও কলেজৰ অধ্যাপনাত নিযুক্ত হয় ; আৰু লগে লগে তেখেতে সেই কলেজৰে উপাধ্যক্ষৰ দায়িত্ব বহন কৰে। তেখেতে মাত্ৰ পঞ্চাচ টকা বেতনলৈ সেই কলেজত বুৰঞ্জী বিষয়ত অধ্যাপনা কৰিছিল। শিক্ষকতাৰ প্ৰতি যে তেখেতৰ গভীৰ আস্থা আছে—এই কথাই তাৰ সত্যতা প্ৰমাণ কৰে। শ্ৰীশইকীয়া ডাঙৰীয়াৰ ত্যাগৰ ভূমিকা ৰূপায়ণতো এই কথাৰ যথেষ্ট মূল্য আছে। আচলতে যাৰ অন্তৰত ত্যাগৰ আদৰ্শই প্ৰভাৱ পেলাইছে, তেৱেঁই যথাৰ্থ চহকী। শ্ৰীশইকীয়া ডাঙৰীয়া এই অৰ্থত এগৰাকী প্ৰকৃত চহকী পুৰুষ। তেখেত ত্যাগৰ মূলগত অৰ্থত বিশ্বাসী কাৰণেই ভোগৰ আসক্তিয়ে তেখেতক কোনোধৰণে প্ৰভাৱিত কৰিব পৰা নাই। তেখেতক নিবিড়ভাৱে লগপোৱাৰ দুৰ্লভ সুযোগ আমাৰ কেবাবাৰো হৈছে। এবাৰ কথা প্ৰসঙ্গত গভীৰ প্ৰত্যয়েৰে তেখেতে কৈছিল—"প্ৰত্যেকেই নিজ নিজ প্ৰচেষ্টাৰ দ্বাৰাহে নিজৰ ভৱিষ্যত গঢ়ি তুলিব পাৰে ; আৰু প্ৰচেষ্টা মানেইতো ভোগৰ প্ৰতি অনাসক্তি। আত্মনিৰ্ভৰশীল পথেই উন্নতিৰ পদক্ষেপ ; ভোগী লোক সদায় পৰৰ মুখাপেক্ষী, আত্মনিৰ্ভৰশীল নহয়।" শ্ৰীশইকীয়া ডাঙৰীয়াৰ এই কথাবোৰ তেখেতৰ নিজৰ জীৱনত আখৰে আখৰে প্ৰতিফলিত হোৱা দেখা যায়। তেখেতৰ কথা যেনে কামো তেনে। সমাজসেৱা, শিক্ষা বিস্তাৰ আৰু প্ৰচাৰৰ ক্ষেত্ৰত তেখেতৰ আত্মত্যাগ সম্পৰ্কে কোনো দ্বিধা, কোনো সংকোচ থাকিব নোৱাৰে। "ধনানি জীৱিতঞ্চৈৱ পৰাৰ্থে প্ৰাজ্ঞ উৎসৃজেৎ"।

শ্ৰীশইকীয়া ডাঙৰীয়াৰ শিক্ষক জীৱনটো নানা কাৰণত স্মৰণীয়। তেখেতে শিক্ষক জীৱনৰ প্ৰথম অৱস্থাতেই আশ্চৰ্য স্বচ্ছতা প্ৰাপ্ত হৈছিল ; আৰু সেই প্ৰজ্ঞাবলতেই তেখেতে জানিব পাৰিছে শিক্ষকতাৰ সাৰ্থকতা ক'ত। নিজৰ কৰ্মৰ প্ৰতি নিষ্ঠাবান জনেহে সাফল্য লাভ কৰিব পাৰে। এই কথাৰ ওপৰত শ্ৰীশইকীয়া ডাঙৰীয়াৰ বিশ্বাস সদায় অটুট। সেয়ে তেখেতৰ মনত নৈৰাশ্য নাই, নাই অৱসন্নতাৰ ক্লান্তি। তেখেতে ভালদৰে উপলব্ধি কৰিব পাৰে যে শিক্ষক জীৱনত কি ভূমিকা তেখেতে অভিনয় কৰিব লাগিব। এই ক্ষেত্ৰত তেখেতে গান্ধীজিৰ আদৰ্শত শৰণ লৈছে। গান্ধীজিৰ

মতে কোনো মহান উদ্দেশ্য সাধন কৰিবলৈ হ'লে পন্থাও সৎ আৰু প্ৰেমময় হব লাগিব। সেই কাৰণে শইকীয়া ডাঙৰীয়াই শ্ৰেণীত পাঠদান কৰিবলৈ যাওঁতে সদায় নিষ্ঠা আৰু অমায়িক ভাৱৰ আশ্ৰয় লৈছিল। নম্ৰতা হৈছে তেখতৰ তীব্ৰতম পুৰুষাৰ্থ। তেখেতৰ চকুৰ আগত এটাই লক্ষ্য, তেখেতৰ বক্তব্য যাতে ছাত্ৰ-ছাত্ৰীয়ে সহজে হৃদয়ঙ্গম কৰি লব পাৰে। ছাত্ৰ-ছাত্ৰীৰ লগত তেখেতে মধুৰ সম্পৰ্ক ৰক্ষা কৰি প্ৰসন্ন বদনে যেতিয়া পাঠ দান কৰে, শ্ৰেণীৰ সকলো ছাত্ৰ-ছাত্ৰীয়ে তেখেতৰ কথা ধ্যান দি শুনে। তেখেতে কোনো দিনে কোনো ছাত্ৰ-ছাত্ৰীৰ ওপৰত খং কৰা অভিযোগ শুনা নাই। শিক্ষক হিচাপে শ্ৰীশইকীয়া ডাঙৰীয়াৰ সাৰ্থকতা এয়ে যে তেখেতে ছাত্ৰ-মানসক উপলব্ধি কৰি লৈ তাৰ অনুকূল শিক্ষাদানৰ ব্যৱস্থা লব পাৰে। এয়ে হৈছে তেখেতৰ শিক্ষক জীৱনৰ তাৎপৰ্য।

# বিবাহ বন্ধন

অসমীয়া সামাজিক জীৱনৰ কিছুমান বিষয় সাতামপুৰুষীয়া বৈশিষ্ট্যৰে পৰিপূৰ্ণ। সেইবোৰৰ ভিতৰত বিবাহ অনুষ্ঠান একান্ত উল্লেখযোগ্য। বিবাহ যদিও ব্যক্তিগত বা পাৰিবাৰিক অনুষ্ঠান, ইয়াৰ সামাজিক প্ৰভাৱো উলাই কৰিব লগীয় নহয়। বিশেষতঃ আজিৰ পৰা কুৰি ডেৰ-কুৰি বছৰ আগলৈকে অসমীয়া গ্ৰাম্য সমাজত বিবাহ-নুষ্ঠানত সমাজৰ ভূমিকা অনিবাৰ্য আছিল। গাৱলীয়া জীৱনৰ গতানুগতিকতাত বৈচিত্ৰ্য অনা বহু উৎসৱৰ ভিতৰত বিবাহ উৎসৱো অন্যতম। সমাজত সংহতি আৰু সম্প্ৰীতিৰ ভাৱ দৃঢ় কৰাত বিবাহ অনুষ্ঠানবোৰৰ ভূমিকা যে গুৰুত্বপূৰ্ণ, সেই বিষয়ে সন্দেহ নাই। সামূহিকভাৱে তাত গোট খোৱা আৰু গাঁৱৰ সকলোৰেই এই অনুষ্ঠানত যোগ দিয়াটো পৰম্পৰাত পৰিণত হৈছে। বিয়াৰ লগত জড়িত মাঙ্গলিক অনুষ্ঠানবোৰত তিৰোতা সকলৰ সহযোগ অপৰিহাৰ্য। তেওঁলোকৰ শিল্প নৈপুণ্যৰ পৰিচয়ো এই অনুষ্ঠান-বোৰৰ জৰিয়তে প্ৰতিফলিত হয়। এনে এক সামাজিক পৰম্পৰাৰ জৰিয়তে শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াই হেমপ্ৰভাৰ লগত ১৯৬৪ চনৰ ৭ মাৰ্চ তাৰিখে বিবাহ বন্ধনত আৱদ্ধ হয়।

হেমপ্ৰভাৰ লগত শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰ বিবাহৰ সকলো কথা ঠিক কৰিছিল পিতৃ হলধৰ শইকীয়াদেৱে। বিয়া বন্দোৱস্ত হোৱাৰ আগতে শ্ৰীশইকীয়া ডাঙৰীয়াই আনকি ছোৱালী দেখাই নাছিল। তেখেতৰ মনৰ মাজত ছোৱালী চোবাৰ কৌতূহল খিনি অকণো তীব্ৰ হৈ উঠা নাছিল। পিতৃ হলধৰ শইকীয়াদেৱৰ মতকেই তেখেতে নীৰৱ সন্মতি দিছিল।

তিনিচুকীয়াৰ পৰা চাৰি-পাঁচ মাইল মান পশ্চিমে বৈ থকা টিংৰাই নৈ খনৰ পাৰতে ইটাখুলি চাহবাগিচা। এই ইটাখুলিয়েই

হ'ল হেমপ্ৰভাৰ জন্মভূমি। তেতিয়া আছিল দ্বিতীয় মহাসমৰৰ দুৰ্দান্ত কোলাহল, আৰু এই কোলাহলে ইটাখুলি চাহবাগিচাকো কোবাই গৈছিল। সেয়ে হেমপ্ৰভাৰ দেউতাকে তেওঁলোকক ইটাখুলিৰ পৰা আনি ডিব্ৰুগড়ৰ পৰা চৈধ্য মাইল দূৰৰ গাঁৱৰ ঘৰলৈ আনিছিল। মাছ-পুঠি আৰু গাখীৰ পানীৰ কাৰণে তেতিয়াৰ বিখ্যাত কোটোহা গাৱেঁই আছিল হেমপ্ৰভাৰ দেউতাকৰ জন্ম ঠাই। তাত তেওঁ চাৰি বছৰমান কটাইছিল। এই চাৰিটা বছৰৰ ঠাইখনৰ নিৰ্জনতা আৰু ভয়াবহতাই আৰু যুদ্ধৰ সন্ত্ৰাসে তেওঁলোকক কেনেদৰে আতংকিত কৰি তুলিছিল তাৰ এটি সাৱলীল চিত্ৰ ডক্টৰ হেমপ্ৰভা শইকীয়াই পিছত দাঙি ধৰিছে। "হিতেশ্বৰ শইকীয়াৰ ৰাজনীতি" নামৰ গ্ৰন্থত।

> "দেউতা মাহেকে পষেকে ঘৰলৈ আহিছিল। তেতিয়াৰ দিনত অসমৰ প্ৰায়বোৰ ঠাইত আজি য'ত নগৰ চৰ গঢ়ি উঠিছে, সেইবোৰ ঠাইতো দুপৰতে বাঘ-ঘোং অবাধে বিচৰণ কৰি ফুৰিছিল। বুকু কঁপোৱা গোজৰণিয়ে মানুহক সন্ত্ৰাসিত কৰিছিল। গোজৰণি দুই এবাৰ মোৰো শুনা মনত আছে।
>
> দেউতাক বাগানৰ পৰা আগুৱাই আনিবলৈ ককাইদেউহঁত চাইকেলেৰে আগবাঢ়ি যাওঁতে কেনেকৈ বাঘৰ মুখৰ পৰা হাত সাৰে, কেনেকৈ মিলিটাৰীৰ হাতৰ পৰা ৰক্ষা পায়, কেনেকৈ হঠাতে জাপানী বোমাৰ বিমানৰ পৰা বোমা বৰিষণ হয়,—এই গোটেই কাহিনীবোৰ এতিয়া কোকাই দেউহঁতৰ মুখত শুনি বৰ ৰোমাঞ্চিত হওঁ। এই কথাবোৰ ইমানেই লোমহৰ্ষক যে মোৰ নিজৰ ককাইদেউ নহৈ অন্য কাৰোবাৰ মুখত শুনা হ'লে ডাঙ্কোপ মৰা কথা বুলিয়েই ধৰিলোঁহেঁতেন।"

কমলেশ্বৰ সন্দিকৈ ডাঙৰীয়াৰ কনিষ্ঠা কন্যা হেমপ্ৰভাই "তিনিচুকীয়া সাৰ্বজনীন বালিকা বিদ্যালয়"-ৰ পৰা ১৯৫৭ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পিছত গুৱাহাটীৰ সন্দিকৈ ছোৱালী কলেজৰ পৰা ১৯৫৯ চনত আই এ· আৰু ১৯৬২ চনত বি· এ· ডিগ্ৰী লাভ কৰে। সহপাঠী সকলক সহজেই আকৰ্ষণ কৰাৰ স্বাভাৱিক



বন্ধুৰ সৈতে নিবিড় অৱস্থাত শ্ৰীশইকীয়া।



শ্ৰীমতী হেমপ্ৰভা শইকীয়া।　　শ্ৰীমতী খগেশ্বৰী শইকীয়া

কমনীয়তা হেমপ্রভাৰ চৰিত্ৰৰ এক মনোৰম বৈশিষ্ট্য। ৰৌ মাছ 'অগাধ পানীত থাকিও অলপো অহংকাৰী নহয়, পুঠিমাছ গণ্ডূষ (কোষ) পৰিমিত পানীত থাকিয়ে চঞ্চল ভাৱে গুৰি ফুৰে। হেমপ্রভাহঁতৰ ঘৰখন সেই সময়ত তিনিচুকীয়াৰ ভিতৰতে শিক্ষিত ঘৰ বুলি খ্যাত আছিল। তেওঁলোকৰ সাতোটা ল'ৰা-ছোৱালীৰ আটাইকেইটাই উচ্চ শিক্ষা লাভ কৰিছিল বাবেই সদাচাৰ জ্ঞানৰ বিকাশ ঘৰখনত সম্ভৱপৰ হৈ উঠিছিল। বিলাসিনীৰ অনুৰাগ সন্ধ্যাৰ ৰক্তৰাগৰ দৰে ক্ষণস্থায়ী বুলি জানিয়েই ঘৰখনৰ আটাইকেইটি ল'ৰা-ছোৱালীয়ে সহজ-সৰল জীৱন যাপন কৰিছিল। এই খন ঘৰৰেই কনিষ্ঠা কন্যা হেমপ্রভা বৰ্তমান ডক্টৰ হেমপ্রভা শইকীয়া শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰ পত্নী।

---

"Filial piety is highly respected. The virtuous man will never neglect his parents. Love and respect for relations and elders is the beginning of love and respect for all members of the state".—O.P. Ghai—Unity in Diversity.

---

# বৰণীয় জীৱনৰ ৰমনীয় চানেকী

**নিজৰ স্বাস্থ্যকো ৰেহাই নিদিয়ে**

সাম্প্ৰতিক আমাৰ বাতৰি কাকত সমূহত আটাইতকৈ বেচি চৰ্চিত ৰাজনৈতিক পুৰুষ হিচাপে শ্ৰীহিতেশ্বৰ শইকীয়াৰ নাম সৰ্ব-প্ৰধান। তেখেতৰ দৰে ব্যস্ততাৰে জীৱনযাপন কৰিব লগা দ্বিতীয় গৰাকী ব্যক্তি অসমৰ সাম্প্ৰতিক ৰাজনীতিত যে নাই সেই বিষয়ে মন্তব্য নিষ্প্ৰয়োজন। অথচ এইজন ব্যক্তিৰ শৰীৰত এক অভাৱনীয় ৰোগে বাহ লৈ আছে, তেখেতে দেহত আনৰ মূত্ৰাশয় এটা স্থাপন কৰি চলি আছে। এনেকুৱা অৱস্থাতো শ্ৰীশইকীয়া ডাঙৰীয়াই ৰাতিপুৱাৰ পৰা ৰাতি দুপৰলৈকে নিৰৱচ্ছিন্নভাৱে কামত ব্যস্ত থাকে। সমস্যা জৰ্জৰ অসমৰ দৰে ৰাজ্য এখনৰ মুখ্যমন্ত্ৰীৰ দায়িত্বত থাকি স্বাভাৱিকতে পৰিশ্ৰান্ত হৈ পৰা শইকীয়া ডাঙৰীয়াই নাম মাত্ৰ আহাৰ খাই ৰাতি দুপৰলৈকে ফাইলৰ কাম কৰা দেখি তেখেতৰ শুভাৰ্থী সকলে যেতিয়া কয়—"এই ভাৱে কঠোৰ পৰিশ্ৰম আৰু শৰীৰৰ অযত্ন কৰিলে নিজৰ প্ৰতি অন্যায় কৰা হ'ব", তেতিয়া শ্ৰীশইকীয়া ডাঙৰীয়াই হাঁহি হাঁহি উত্তৰত কয়—'মই সহজে নমৰোঁ, মোৰ মৃত্যু ভয় নাই।" নিজৰ প্ৰসঙ্গ উল্লেখ কৰি তেখেতে আৰু কয়—"লাচিতৰ ধাতু আমাৰ শিঁৰে শিঁৰে প্ৰৱাহিত। লাচিতে নৰীয়া গাৰেই যুদ্ধক্ষেত্ৰত নামি জয়লাভ কৰিছিল, অসমৰ গৌৰৱ ৰক্ষা কৰিছিল। শুই থকা হ'তেন জয়ৰ গৌৰৱৰ পৰিৱৰ্তে পৰাজয়ৰ কলঙ্ক পালেহেঁতেন। আমি জাতিটোক সিমানখিনি গৌৰৱৰ শিখৰত থিয় কৰাব নোৱাৰিম সঁচা, কিন্তু চেষ্টাৰ ত্ৰুটি কৰিলে জানো পাপে নুচুৰ ?"

শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰ কথাৰ মাজত, আলোচনাৰ মাজত আমি এটা কথা লক্ষ্য কৰিছোঁ—এজন মানুহ, যিজনে অসমৰ তথা ভাৰতৰ মানুহক, মাটিক, সভ্যতা-সংস্কৃতিক আন্তৰিকতাৰে

শ্ৰদ্ধা কৰে। নিজৰ স্বাস্থ্যকো ৰেহাই নিদি ব্যস্ততাৰ মাজত থাকিও তেখেতে এটা সংস্কৃতিসম্পন্ন মন জীয়াই ৰাখিব পাৰিছে।

### গণতন্ত্ৰত একান্ত বিশ্বাসী

১৯৮৫ চনৰ পিছৰ কথা। তেতিয়া অসমৰ শাসণভাৰ এ. জি. পি.-ৰ হাতত। সেই সময়ত অসমৰ মাটিৰ বুকুত কংগ্ৰেছে পতা সভা-সমিতি বিলাকত প্ৰায়ে মাৰপিট হৈছিল; বহু সভা-সমিতি লণ্ডভণ্ড হৈছিল। ১৯৯১ চনত যেতিয়া কংগ্ৰেছ (ই) দল ক্ষমতা লাভ কৰিলে, তাৰ পিছত বিৰোধী দলৰ সভা-সমিতি লণ্ডভণ্ড হোৱা আমাৰ চকুত পৰা নাই। প্ৰকৃত গণতন্ত্ৰত বিশ্বাসী সকলে সকলোৰে মতামত প্ৰকাশ কৰিব অধিকাৰক সম্মান জনাব শিকিব লাগে। শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়া গণতান্ত্ৰিক প্ৰক্ৰিয়াৰ প্ৰতীক নহয়; কিন্তু জনসাধাৰণে কি চায় সেইটো বুজিবলৈ চেষ্টা কৰে। গণতন্ত্ৰত সকলো দলৰে মাত মাতাৰ অধিকাৰ তেখেতে সাব্যস্ত কৰিছে। সেয়ে বৰ্তমান সকলো দলেই নিৰ্বিঘ্নে সভা-সমিতি পাতি নিজ নিজ বক্তব্য জনসাধাৰণ আগত ৰাখিব পাৰিছে।

মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰ বক্তব্যৰ মাজত এটা অভিযোগৰ সুৰ খুব স্পষ্টভাৱে শুনা যায় যে তেখেতে গ্ৰহণ কৰা আলফা সম্বন্ধীয় নীতিক অসম-গণপৰিষদ আৰু কেইটামান ৰাজনৈতিক দলে কঠোৰভাৱে সমালোচনা কৰিছে। এই অভি-যোগ যে অন্যায় সেইটো প্ৰমাণ কৰিবলৈ তেখেত আগ্ৰহী। ৰাজ্যত শান্তি সম্প্ৰীতি ঘূৰাই আনিবৰ কাৰণে তেখেতে ঐক্যবদ্ধ-ভাৱে বিৰোধী দলসমূহক যুঁজিবলৈ আহ্বান জনাইছে। তেখেতে কৈছে যে প্ৰয়োজন হ'লে, তেখেতে পদত্যাগ কৰিবলৈকো প্ৰস্তুত, তথাপি জনসাধাৰণৰ মাজত শান্তিৰ ভাৱ ঘূৰি আহিব লাগ, সন্ত্ৰাস দূৰ হব লাগে, মুকলি মুৰীয়াকৈ ৰাইজে বজাৰ-সামৰ কৰিব পাৰিব লাগে। কিন্তু জনসাধাৰণৰ স্বাৰ্থ অৱহেলা কৰি কংগ্ৰেছ (ই -ৰ মৌলিক নীতি বিসৰ্জন দিবলৈ তেখেত ৰাজী নহয়। তেখেতে কোনো ধৰনৰ আবেগ প্ৰকাশ নকৰি বিৰোধী দল সমূহকো এটা জ্বলন্ত সমস্যা সমাধানত অংশ গ্ৰহণ কৰিবলৈ দি গণতন্ত্ৰৰ এক

নতুন দিশ উন্মোচন কৰিলে। ইয়ে শ্ৰীশইকীয়া ডাঙৰীয়াৰ গণতান্ত্ৰিক আদৰ্শৰ সুন্দৰ চানেকী।

### কেন্দ্ৰত অসমৰ দাবী সাব্যস্ত কৰোঁতা

প্ৰাণোচ্ছ্বল বিৰল মধুৰ হাঁহি, মিষ্টিভাষী আৰু অসাধাৰণ ব্যক্তিত্বৰ অধিকাৰী শ্ৰীহিতেশ্বৰ শইকীয়াৰ চেহেৰাত তেখেতৰ দৃঢ় আৰু বলিষ্ঠ মনোভাৱৰ পৰিচয় সহজে অনুমান কৰাটো অত্যন্ত টান। অথচ তেখেতৰ দৃঢ় বলিষ্ঠ মনোভাৱৰ বাবে দিল্লীৰ নেতা সকলে অসমৰ মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াক একান্ত সাক্ষাৎকাৰ দিয়ে ; আৰু তেখেতৰ অনুৰোধসমূহ সহানভূতিৰে বিবেচনা কৰে। তেল ৰয়েল্টি নিৰ্ধাৰণৰ সন্দৰ্ভত শ্ৰীশইকীয়া ডাঙৰীয়াই যি ভূমিকা গ্ৰহণ কৰিলে, সি হৈছে তেখেতৰ দৃঢ় মনৰ সুন্দৰ পৰিচায়ক। তেখেতে নিজ দাবী বিচক্ষণতাৰে আৰু দৃঢ়তাৰে সাব্যস্ত কৰি তেল আৰু প্ৰাকৃতিক গেচ মন্ত্ৰণালয়ৰ সিদ্ধান্ত ওলট-পালট কৰি দিলে।

তেলৰ ৰয়েল্টিৰ সন্দৰ্ভত তেখেতে সিটো নায্য বুলি হৃদয়ঙ্গম কৰিছিল, কালৈকো ভ্ৰূক্ষেপ নকৰি বেপৰুৱাভাৱে তাক কাৰ্যত প্ৰকাশ কৰাৰ কৌশল তেখেতে উদ্ভাবন কৰিব পাৰিছে। তেখেতে অক্টোবৰ মাহৰ প্ৰথম ভাগত দিল্লীলৈ গৈ যেতিয়া দেখিলে যে পেট্ৰোলিয়াম মন্ত্ৰণালয়ে স্বেচ্ছাচাৰীভাৱে প্ৰতি টনত মাত্ৰ ৩৭৪ টকা ৰয়েল্টি নিৰ্ধাৰণ কৰিছে, তাক মানি লবলৈ অস্বীকাৰ কৰি প্ৰধান মন্ত্ৰীৰ এই বিষয়ত হস্তক্ষেপ বিচাৰিলে ; আৰু গুজৰাটৰ মুখ্যমন্ত্ৰীকো আলোচনাৰ অৰ্থে দিল্লীতৈ মাতি আনিলে। শ্ৰীশইকীয়া ডাঙৰীয়াই প্ৰত্যয়সিদ্ধ বিশ্লেষণেৰে প্ৰধানমন্ত্ৰীক পানী নসৰাকৈ বুজাই দিব পাৰিলে যে খাৰুৱা তেলৰ উৎপাদন ব্যয় সাপেক্ষে ৩৭৪ টকা তেলৰ ৰয়েল্টি অতি সামান্য। সেয়ে ৩৭৪ টকাৰ পৰিবৰ্তে তেখেতে ৭০০ টকালৈ তেলৰ ৰয়েল্টি বৃদ্ধি হব লাগে বুলি দৃঢ়তাৰে যুক্তি প্ৰদৰ্শন কৰিলে। তেখেতৰ এনে দৃঢ়তাৰ বাবেই কেন্দ্ৰীয় চৰকাৰে তেলৰ ৰয়েল্টি ৩৭৪ টকাৰ পৰিবৰ্তে ৫২৮ টাকা নিৰ্ধাৰণ কৰিবলৈ বাধ্য হয়। ইয়াৰ দ্বাৰা অসময় ৰাজকোষলৈ ৩১ জুলাই ১৯৯২ চন তাৰিখলৈ অতিৰিক্ত ১৭৪.৬৭ কোটি টকা তেল ৰয়েল্টি হিচাপে

আহিব ; আৰু বৰ্তমান বছৰটোত অৰ্থাৎ মাৰ্চ ১৯৯৩ লৈকে ৰাজ্য চৰকাৰে অতিৰিক্ত ২৩৮·৭৯ কোটি টকা লাভ কৰিব।

ইয়াতকৈ শ্ৰীশইকীয়া ডাঙৰীয়াৰ সৎ সাহসৰ পৰিচয় আৰু কি হব পাৰে ? কেন্দ্ৰীয় নেতা সকলে তেখেতৰ প্ৰতি অসন্তুষ্ট হৈ নেতাৰ আসনৰ পৰা নমাই থব, এই ভয়ৰ পৰা তেখেত মুক্ত। তেখেতে নিজৰ নেতৃত্বৰ আকাঙ্ক্ষাতকৈ অসমৰ ন্যায্য দাবীৰ প্ৰতি বেছি সচেতন।

## ৰাজনৈতিক দূৰদৃষ্টি সম্পন্ন ব্যক্তি

শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়া এগৰাকী ইতিহাস-সচেতন ব্যক্তি। বিশ্বৰ প্ৰগতিশীল চিন্তাৰ লগত তেখেতে নিজকে নিৰহ-নিপানীকৈ মিলাই লব পাৰে। প্ৰাচীন চিন্তা-ভাৱনাই তেখেতৰ আধুনিকতা-বোধক আচ্ছন্ন কৰি ৰাখিব পৰা নাই।

এটা সময় আছিল, ১৯৮৫ চনৰ পৰা ১৯৯০ চনৰ ভিতৰৰ সময়। এই সময় ছোৱাত শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়া মানসিক উত্তেজনাত লেঠাৰি-নিছিগাকৈ জৰ্জৰ হৈ পৰিছিল। প্ৰবল চিন্তাৰ মাজতো তেখেতে তেতিয়া অসম প্ৰাদেশিক কংগ্ৰেছ (ই)-ৰ গুৰি ধৰি আত্মপক্ষ ৰক্ষা কৰি আহিব পাৰিছে। সেই সময়ত কিছু কংগ্ৰেছ সদস্যাই হয় ভয়তে, নহয় হেচাত পৰি নাইবা নিজস্ব ব্যক্তিগত কাৰণত দল ত্যাগ কৰি আতৰি গৈছিল। কংগ্ৰেছ (ই)-ৰ কাৰণে সেই সময় আছিল এক সন্ধিক্ষণৰ সময়। দলৰ সংগঠনৰ কাৰ্যত চাৰিও ফালৰ পৰা হেঙাৰ পৰিছিল। সভা-সমিতি পাতি ৰাইজৰ আগত বক্তব্য দাঙি ধৰাটো দুঃসাহস যেন হৈ পৰিছিল। এবাৰ শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়া উপস্থিত থাকোতে বৰপেটা ৰোডৰ এখন সভাত মাৰপিট হৈছিল, সভা লণ্ড-ভণ্ড হৈছিল। ইমানতো শ্ৰীশইকীয়া ডাঙৰীয়াই স্থিতপ্ৰজ্ঞৰ দৰে দলীয় কাম-কাজ চলাই থাকি—অৱশেষত ১৯৯১ চনত তেখেত সক্ষম হ'ল বিজয়ৰ গৌৰৱ আনিবলৈ, নিৰ্বাচনত দলে পুনৰ ক্ষমতা লাভৰ গৌৰৱ। তাৰ পিছত কংগ্ৰেছ চৰকাৰে ৰাজ্যলৈ শান্তি ঘূৰাই আনিলে ; সমস্যা সমাধানৰ প্ৰচেষ্টাত অগ্ৰসৰ লাভ কৰিলে। তেখেতৰ এই বিচক্ষণ কৰ্মব্যৱস্থাক জনসাধাৰণে অভিনন্দন জনালে। এতিয়া অসমীয়া সমাজৰ মুখলৈ আশা আহিছে, মানুহৰ মুখলৈ

প্ৰশান্তি আহিছে। যোৱা দুৰ্গাপূজাত সেয়ে ৰাস্তাই-ঘাটে আনন্দৰ পয়োভৰ দেখা গ'ল। এতিয়া আগতে দলত্যাগ কৰি ওলাই যোৱা বহুত লোকে পুনৰ কংগ্ৰেছ (ই)-লৈ উভতি আহিছে। শ্ৰীশইকীয়া ডাঙৰীয়াই এই সকলৰ প্ৰতি কোনো বিৰূপ প্ৰতিক্ৰিয়া কাহানিও প্ৰকাশ কৰা নাই। বৰং অবিচল বিশ্বাস আৰু অগাধ শ্ৰদ্ধাৰে সেই সকলক আঁকোৱালি লৈছে। ইয়াতকৈ উদাৰ মনৰ নমুনা আৰু কি হব পাৰে! ই তেখেতৰ ৰাজনৈতিক দূৰদৰ্শীতাৰো পৰিচায়ক।

## দুৰ্লভ গুণৰ অধিকাৰী

শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰ মানুহৰ প্ৰতি থকা ব্যক্তিগত আনুগত্যৰ চূড়ান্ত পৰিচয় এদিনৰ এটি সাধাৰণ কথাই স্পষ্ট ভাৱে দাঙি ধৰে। ২০ আগষ্ট ১৯৯২ চন তাৰিখে আমাৰ একান্ত ব্যক্তিগত বিষয় এটাৰ কাৰণে তেখেতৰ সাক্ষাৎ লাভৰ অৰ্থে ব্যক্তিগত সহায়ক শ্ৰীমাখন বৰুৱালৈ ফোন কৰিছিলোঁ। শ্ৰীবৰুৱাদেৱে শ্ৰীশইকীয়া ডাঙৰীয়াৰ পৰা অনুমতি লৈ আমাক 'জনতা ভৱন'লৈ অতি শীঘ্ৰ মাতি পঠিয়ালে। সহকৰ্মী অধ্যাপক শ্ৰীভৱানীপ্ৰসাদ অধিকাৰীৰ সৈতে এখন অটোত উঠি তীব্ৰ গতিত আগ বাঢ়িলোঁ 'জনতা অতি শীঘ্ৰ। আমাৰ অটোখন গৈ 'জনতা ভৱন'ৰ পদুলি মুখ পাওঁ পাওঁ হওঁতেই মুখ্যমন্ত্ৰীৰ গাড়ী আৰু তেখেতৰ গা-ৰক্ষীৰ গাড়ী হোঁ হোঁৱাই ওলাই গ'ল সোনাপুৰৰ ফালে। মনটো সেমেকি উঠিল যদিও অলপো আক্ষেপ হ'লে কৰা নাছিলোঁ। অন্য লোক হ'লে বিব্ৰত হ'ল হেঁতেন, আমি ভুক্তভোগী সকলৰ এজন, এবাৰ নহয়, একাধিকবাৰ। শ্ৰীশইকীয়াকলৈ ই এটা বৰ ডাঙৰ দুশ্চিন্তা। এই কৰ্মব্যস্ত মানুহজনে নিৰ্ধাৰিত দিনৰ সভা বা সাক্ষাৎকাৰ প্ৰায়েই বাতিল কৰে। এই লৈ তেখেতৰ কিছু সমালোচনাও হৈছে। যি সকলে শ্ৰীশইকীয়াৰ কৰ্মব্যস্ততা, দৈনন্দিন জীৱন আৰু তেখেতৰ সময়ৰ চাহিদাৰ কথা জানে, তেওঁলোকে কিন্তু মানুহজনৰ এইবোৰ বিষয় সহানুভূতিৰে বিবেচনা কৰে।

ফিৰা দিনা গধূলি সময়ত অধ্যাপক শ্ৰীঅধিকাৰীয়ে আকস্মিক-ভাৱে শ্ৰীশইকীয়া ডাঙৰীয়াৰ সাক্ষাত পাইছিল; আৰু কথা প্ৰসঙ্গত আমাৰ আগৰ দিনা ঘটা অপ্ৰত্যাশিত ঘটনাটো তেখেতৰ অৱগত

কৰাইছিল। শুনাৰ লগে লগে গভীৰ অনুশোচনা বিহ্বল আবেগেৰে তেখেতে শ্ৰীঅধিকাৰীৰ আগত কৈছিল—'ছিঃ বৰ বেয়া হ'ল, তেখেতে বৰ কষ্ট পালে'! তাৰ পিছত সৰু কাগজ এটুকুৰাত আমালৈ লিখি পঠিয়াইছিল—

শ্ৰদ্ধেয় দাস ;

নমস্কাৰ লব।

যোৱা কালি মই সময় ৰাখিব নোৱাৰাৰ বাবে আপুনি বৰ কষ্ট খালে বুলি জানিব পাৰিলোঁ। বেয়া নাপায় যেন। কালিৰ দিনটো বৰ খেলি-মেলি হৈ গ'ল, অতি ব্যস্ততাৰ কাৰণে। শাৰীৰিক ক্লান্তি আৰু অৱসাদ শেষ পৰ্যায় পাইছিল গৈ। ওভতি আহিয়েই আপোনাক লগ পাম। বেয়া নাপায় যেন।

ইতি
আপোনাৰ
হিতেশ্বৰ
২১ ৮· ৯২

চিঠিখন পঢ়ি মনতে ভাবিছিলোঁ—শ্ৰীশইকীয়া ডাঙৰীয়াই ছাত্ৰ-জীৱনৰ দৰে এতিয়াও একেদৰেই জীৱন কটাইছে,—সেই ল'ৰা মানুহৰ ভাৱ, সাবল্য আজিও একেদৰেই আছে। অন্য মুহূৰ্তত আকৌ ভিন্ন ব্যক্তিত্বৰ অভিব্যক্তিও দেখা পাইছোঁ—গম্ভীৰভাৱে গুৰুত্বপূৰ্ণ আলোচনাত নিমগ্নিত হোৱা, আনৰ বক্তব্য মন দি শুনা, প্ৰৱল চিন্তাৰ সময়তো মন স্থিৰ কৰি ৰখা ইত্যাদি।

ফিৰা দিনা স্বাস্থ্য পৰীক্ষাৰ কাৰণে আমেৰিকালৈ যাত্ৰা কৰাৰ পথত শ্ৰীশইকীয়াই দিল্লীলৈ ৰাওনা হোৱা কথা। যাত্ৰাৰ আগ-মুহূৰ্তত সৌজন্যতামূলক সাক্ষাৎ কৰাৰ উদ্দেশ্যে পুৱা ন মান বজাত তেখেতৰ বাসভৱন পালোঁগৈ। অসংখ্য মানুহৰ ভীৰ, মন্ত্ৰী, এম. এল. এ. উচ্চপদস্থ বিষয়া, আত্মীয়, বন্ধু-বান্ধৱ সকলোধৰণৰ লোকৰ মহা পয়োভৰ। ছিকিউৰিটিৰ দেওনা পাৰ হৈ তেখেত বহি থকা কোঠালিটোত প্ৰৱেশ কৰিছোঁ মাত্ৰ, মানুহৰ জুমৰ ফাঁকেৰে আমাক দেখিয়েই দুখ প্ৰকাশ কৰিলে, ঘটি যোৱা কথাটোৰ বাবে। তেখেতে

দুখ প্ৰকাশ কৰা দৃশ্যটোৱে কোঠালিৰ ভিতৰত থকা মানুহখিনিৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ ধৰিলে। আমি বৰ অপ্ৰস্তুত হোৱা যেন হলোঁ, কথা বতৰা কিছুই নহলোঁ। মাত্ৰ যাত্ৰাৰ মঙ্গল কামনা কৰি কলোঁ—"সবল স্বাস্থ্যৰে উভতি আহক গৈ বাৰু"। শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰ চৰিত্ৰৰ এনে সম্ভ্ৰম আকৰ্ষণ কোনেও অস্বীকাৰ কৰিব নোৱাৰে।

## সাংস্কৃতিক চিন্তা আৰু মনৰ মানুহ

অসম আৰু ভাৰতৰ বা প্ৰকৃত অৰ্থত মানৱৰ শান্তিৰ কথা কোৱা আৰু মানৱ জীৱনত সৌন্দৰ্য ৰক্ষাৰ অভিযানত বাট বুলি সমতা আৰু অহিংসৰ কথা কোৱা শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াক এটি বিমূৰ্ত ধাৰণালৈ পৰ্যবসতি কৰাৰ চেষ্টা অহৰহ চলি থকা সত্বেও উদাৰতা আৰু চিন্তাৰ স্বাধীনতাক তেখেতে সদায় পূজা কৰি আহিছে। ছাত্ৰ অৱস্থাৰে পৰা আজি পৰ্যন্ত শ্ৰীশইকীয়া ডাঙৰীয়াই এষাৰ কথা প্ৰাসঙ্গিকভাৱেই গুৰুত্বৰে বিবেচনা কৰি আহিছে যে—মানুহৰ সৈতে ব্যৱহাৰত আৰু সম্বন্ধত মানসিক গুণবোৰৰ প্ৰকাশ কৰিব পাৰিলেহে প্ৰকৃত মানুহৰ মৰ্যাদা পাব পাৰি। শ্ৰীশইকীয়া ডাঙৰীয়াই নিজে তেখেতৰ মনৰ এই সাংস্কৃতিক চিন্তাৰ দ্বাৰা পৰিচালিত। তেখেতৰ সামাজিক ৰাজনৈতিক চিন্তাৰ নিজস্ব ধাৰাটি সেই চিন্তাৰ দ্বাৰাই প্ৰভাৱান্বিত। সেয়ে তেখেতৰ ওচৰলৈ অহা কোনেও তেখেতৰ ব্যৱহাৰত ক্ষুণ্ণ হব নোৱাৰে ; বৰং তেখেতৰ স্নেহ-সান্নিধ্যই নিঃসন্দেহে সকলোৰে অন্তৰ জয়হে কৰে।

# ৰাজনীতিত প্ৰৱেশ

মহৎলোকক জানিবলৈ হ'লে তেওঁৰ যুগৰ বিষয়েও জনাটো সমীচীন। শ্ৰীহিতেশ্বৰ শইকীয়াৰ জীৱনক বুজিবলৈ হ'লে তেখেতে যি সময়ত জন্মগ্ৰহণ কৰিছিল, যি সময়ত তেখেতে পঢ়াশুনা কৰিছিল, সেই যুগৰ সামাজিক সাংস্কৃতিক পৰিচয় বা তাৰ অধ্যয়ন অপৰিহাৰ্য। কাৰণ সময়ৰ প্ৰভাৱত প্ৰতিভাৰ বিকাশ সুচল হয়। আনহাতে যুগৰ ওপৰতো ব্যক্তিৰ অল্প-বিস্তৰ প্ৰভাৱ পৰে। ই এক চিৰাচৰিত নিয়ম।

মহামানৱ মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতৰ স্বাধীনতা আন্দোলন চলি থকা সময়ত অৰ্থাৎ—১৯৩৪ চনত শ্ৰীহিতেশ্বৰ শইকীয়াৰ জন্ম। তেখেতে প্ৰাক্‌স্বাধীন আৰু স্বাধীনোত্তৰ কালছোৱাতেই হাইস্কুলীয়া জীৱন অতিবাহিত কৰে; তাৰ পিছত ১৯৬০ চনলৈকে উচ্চ শিক্ষা লাভৰ কাৰণে অধ্যয়নত ব্যস্ত থাকে। বিংশ শতাব্দীৰ এই সময় ছোৱা অসম তথা ভাৰতৰ ইতিহাসত এক যুগসন্ধিক্ষণৰ সময়। এই সময়ৰ যি সকল অসমৰ যুগ-পুৰুষ যথা কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, দেশভক্ত তৰুণৰাম ফুকন, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী, বিষ্ণুৰাম মেধি, বিমলাপ্ৰসাদ চলিহা, মহেন্দ্ৰমোহন চৌধৰী, ডাঃ ভুবনেশ্বৰ বৰুৱা, জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুপ্ৰসাদ ৰাভা, হৰেশ্বৰ গোস্বামী, হেম বৰুৱা প্ৰভৃতি—তেওঁলোকৰ সকলোৱেই স্বাধীনতাৰ আগে-পিছে দেশসেৱাৰ কামত কঠোৰ পৰিশ্ৰম কৰিব লগীয়া হৈছিল। তেতিয়া অসমত বিদেশী বাণিজ্যই মূৰ গুজি বহিছিল। ট চাহ শিল্প, তেল উদ্যোগ আদি বাণিজ্য বিদেশীৰ পৰিচালনাৰ কাৰণে অসমত এক নতুন সভ্যতাই গঢ় লৈ উঠিছিল আৰু তাৰ প্ৰতিক্ৰিয়াত অসমীয়াৰ চিত্তলোকত নতুন বেগ সঞ্চাৰিত হৈছিল। সাম্ৰাজ্যবাদী বৃটিছ শাসকৰ অধীনত থকা চাহবাগিচা সমূহৰ মালিক পক্ষই কৰ্মচাৰী তথা বনুৱাসকলৰ অনগ্ৰসৰতাৰ বিষয়ে আছিল

উদাসীন। দেশ স্বাধীন হোৱাৰ পিছত যেতিয়া বিদেশীৰ হাতৰ পৰা চাহ শিল্প স্বদেশীৰ হাতলৈ আহিল ; তেতিয়াও কিন্তু মজদুৰ সকলৰ জীৱন যাপনৰ পদ্ধতিৰ কোনো উন্নতি হোৱা চকুত নপৰিল। দ্বিতীয়তে, অসমীয়া সমাজৰ অৰ্থনৈতিক অনগ্ৰসৰতাৰো কোনো পৰিবৰ্তন সাধন কৰা নহ'ল। গাঁওবিলাকৰ অৱস্থা দুখ লগা হৈয়ে থাকিল।

নতুন শিক্ষা আৰু সভ্যতাৰ লগত পৰিচয় হোৱাৰ লগে লগে অসমীয়া সমাজৰ প্ৰাচীন ৰুচি আৰু প্ৰৱণতাৰ পৰিবৰ্তন হবলৈ ধৰিলে। অসমীয়া মানুহৰ মাজত এক নতুন আকাঙ্ক্ষা আৰু অভাৱ বোধৰ আবিৰ্ভাৱ হ'ল। দেশ স্বাধীন হোৱাৰ পিছতো অৰ্থনৈতিক অনগ্ৰসৰতাৰ কাৰণে অসমীয়া সমাজখন জুলুকা লগাৰ দৰে হৈ পৰিল। কেন্দ্ৰীয় চৰকাৰেও অসমৰ নব্য-শিক্ষিত যুৱসকলৰ মনস্তুষ্টি সাধন কৰিব পৰা কোনো ব্যৱস্থা গ্ৰহণ কৰা পৰিলক্ষিত নহ'ল। ধনিক শ্ৰেণীৰ প্ৰভাৱ তেতিয়াও অসমৰ অৰ্থনৈতিক গাঠনিত অপ্ৰতিহত হৈয়ে থাকিল। অসমৰ পৰিবহন ব্যৱস্থাৰ দুৰৱস্থাৰ হেতু আমদানিকৃত নিত্য সামগ্ৰীৰ ওপৰত ধনিক শ্ৰেণীৰ অবাধ নিয়ন্ত্ৰণ আৰু তাৰ প্ৰভাৱত গৰীৱ শ্ৰেণীৰ লোকৰ জীৱন নিৰ্বাহৰ দুৰাৱস্থা ইত্যাদি বাৰকুৰি সমস্যাৰ বাবে অসমীয়া সমাৰ্জৰ অগ্ৰগতিৰ পথ জেলুকা লগা অৱস্থাৰ দৰে হ'ল। যুৱক সমাজে অসমৰ এই দুখ লগা অৱস্থাটোৰ পৰিবৰ্তনৰ বাবে আন্দোলন কৰিবলৈ ককালত টঙালি বান্ধি ওলাল। তেওঁলোকে দেখিলে যে অসমৰ জাতীয় ঐশ্বৰ্যৰ উচিত সংযোজনা হোৱা নাই। অসমীয়া মানুহে বিপুল সম্পদৰ মাজতো পেট ভৰাই দুবেলা দুমুঠি খাবলৈ নাপায়। তেতিয়াৰ যুৱ-মানসত এইবোৰ কথাই তীব্ৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব ধৰিলে। ফলত অসমৰ শিক্ষিত ডেকা সকলে শাসক কংগ্ৰেছ দলৰ প্ৰতি থকা আনুগত্য হেৰুৱাই পেলালে ; আৰু ৰাম মোহন লুহিয়া নেতৃত্বাধীন প্ৰজা-চছিয়েলিষ্টৰ সদস্য ভুক্ত হ'ল। এই ডেকা দলৰ গুৰি ধৰিলে স্বৰ্গীয় হৰেশ্বৰ গোস্বামী আৰু অধ্যক্ষ হেম বৰুৱাই। এওঁলোকৰ নেতৃত্বত তেতিয়া অসমৰ অৰ্থনৈতিক উন্নয়ন আৰু পৰিবহন ব্যৱস্থাৰ উন্নতি সাধনৰ অৰ্থে ব্ৰহ্মপুত্ৰৰ ওপৰত দলং নিৰ্মাণ আৰু অসমত ৰাজহুৱা-খণ্ডত তেল শোধনাগাৰ স্থাপনৰ দাবীত আন্দোলন আৰম্ভ হ'ল।

শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়া তেতিয়া চফল ডেকা ; ছিলঙৰ এডমাচ কলেজৰ বি. এ মহলাৰ ছাত্ৰ। গান্ধীজিৰ ৰামৰাজ্যৰ সপোন যে সপোন হৈয়ে থাকিল, সি বাস্তৱত ৰূপায়িত নহ'ল, সেই কথাই শ্ৰীশইকীয়া ডাঙৰীয়াৰ মনত তীব্ৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে। গতিকে তেখেতে সমাজসেৱামূলক সংগঠনৰ লগত নিজকে জড়িত কৰিবলৈ দৃঢ় সংকল্প হ'ল। তেখেতে দেখিলে যে অসমৰ অৰ্থ-নৈতিক গাঁঠনিত ব্ৰহ্মপুত্ৰৰ ওপৰত দলং নিৰ্মাণ আৰু ৰাজহুৱা খণ্ডত তেল শোধনাগাৰ স্থাপনে সহায়ক হব। সেয়ে তেখেতে এই দুটা আন্দোলনৰ লগত নিজেকে সক্ৰিয়ভাৱে জড়িত কৰি তুলিলে।

১৯৫৬ চনত ব্ৰহ্মপুত্ৰৰ ওপৰত দলং নিৰ্মাণৰ দাবীত যি আন্দোলনৰ সৃষ্টি হৈছিল, তাৰ ঢৌৱে গোটেই অসমকে কোবাই গৈছিল। শ্ৰীহিতেশ্বৰ শইকীয়াই আন্দোলনৰ গতিবেগ ক্ষিপ্ৰ কৰি তুলিবলৈ গোটেই শিৱসাগৰ জিলাতে মজবুত সংগঠনৰ নিমিত্তে সভা-সমিতি, অনশন, পিকেটিং আদি কৰি ঘূৰি ফুৰিব ধৰিলে। তেখেতৰ নিষ্ঠা আৰু একাগ্ৰতাৰ কাৰণে যুৱ-সমাজৰ পৰা বিপুল সমৰ্থন লাভ কৰিলে। এইদৰে তেখেতে যুৱ-সমাজত নিজকে প্ৰতিষ্ঠা লাভৰ সুযোগ গ্ৰহণ কৰিলে।

অসাধাৰণ কৰ্মপ্ৰেৰণা লৈ শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াই অসমৰ হক প্ৰতিষ্ঠা কৰাৰ কাৰণে আন্দোলনক তীব্ৰ কৰি তুলি প্ৰকৃত-পক্ষে নিজৰ সংগ্ৰামী ৰূপ দেখুৱাবলৈ সক্ষম হয়। ইয়াৰ পিছত ১৯৬০ চনত চলিহা চৰকাৰৰ দিনত যেতিয়া অসমত অসমীয়া ভাষাক ৰাজ্য ভাষা হিচাপে স্বীকৃতি দিয়াৰ দাবীত আন এটা আন্দোলন হৈছিল, গোটেই অসমতে তাৰ জুই জ্বলিছিল। কেবা-জনেও মৃত্যুবৰণ কৰাৰ উপৰিও বাৰুকৈয়ে এচাম মানুহ ভাষাৰ কাৰণে লাঞ্ছিত হৈছিল। সেই সময়তো শ্ৰীশইকীয়া ডাঙৰীয়াই বিশ্ববিদ্যালয়ৰ বিদ্যা শেষ কৰি আহি আন্দোলনত জাঁপিয়াই পৰে। শ্ৰীশইকীয়া ডাঙৰীয়া গান্ধীজিৰ জীৱনদৰ্শন আৰু অহিংস নীতিত বিশ্বাসী। গান্ধীজিৰ জীৱন দৰ্শন যে নিতান্ত নৈতিক, আৰু তাৰ লগত ভাৰতীয় জীৱনধাৰা যে জড়িত হৈ আছে, এই কথা শ্ৰীশইকীয়া ডাঙৰীয়াৰ ইতিহাসৰ ছাত্ৰ হিচাপে মৰ্মে মৰ্মে উপলব্ধি কৰিবলৈ অলপো অসুবিধা নহ'ল। সেয়ে এই যুগৰ

সমাজ ব্যৱস্থাৰ ওপৰত গান্ধীজিৰ আদৰ্শৰ প্ৰাসঙ্গিকতাৰ সম্বন্ধে তেখেতৰ মনত দ্বিধা, সংকোচ সমূলি না ইকিয়া হ'ল; আৰু তেখেতে গান্ধীজিৰ আদৰ্শমতে অহিংস নীতিৰ ভিত্তিত ভাষা আন্দোলনত সক্ৰিয় হৈ পৰিল। গান্ধীজিৰ এনে আদৰ্শ আগত ৰাখি শ্ৰীশইকীয়া ডাঙৰীয়াই সমাজ, জীৱন, আৰু ৰাজনীতিক নতুন ভাৱে দেখিবলৈ আৰম্ভ কৰিলে; আৰু লগে লগে তেঁখেতে ১৯৬৪ চনৰ ১৫ আগষ্ট তাৰিখে কংগ্ৰেছ দলত যোগদান কৰি অসমৰ সক্ৰিয় ৰাজনীতিত জড়িত হৈ পৰিল। এই একে সময়তে অশোক মেহতাৰ নেতৃত্বত বহুতো চছিয়েলিষ্ট পাৰ্টিৰ সদস্যয়ো কংগ্ৰেছ দলত অন্তৰ্ভুক্ত হয়। এই সমাজবাদী লোক সকলে প্ৰজা চছিয়েলিষ্ট পাৰ্টিৰ সাংগঠনিক দুৰ্বলতাৰ কাৰণে ক্ষুব্ধ হৈ পৰে; আৰু সেই সময়তে কংগ্ৰেছ সভাপতি কামৰাজে সকলো প্ৰগতিশীল আৰু সমাজবাদত বিশ্বাসী লোকক কংগ্ৰেছ দললৈ আহিবলৈ জনোৱা আহ্বানৰ প্ৰতি তেওঁলোকে সঁহাৰি জনায়। বিশেষকৈ ভুবনেশ্বৰ অধিবেশনত নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে গণতান্ত্ৰিক সমাজবাদক কাৰ্যকৰি ৰূপদান দিবলৈ লোৱা প্ৰস্তাৱৰ কাৰণে বহুতে কংগ্ৰেছ দলৰ সদস্য পদ গ্ৰহণ কৰে।

সেই সময়ত শ্ৰীশইকীয়া ডাঙৰীয়াৰ বয়স আছিল মাত্ৰ ত্ৰিশ বছৰ। তেখেতে কংগ্ৰেছত যোগদান কৰিয়েই যুৱ কংগ্ৰেছৰ নিজস্ব স্থিতি আৰু কাম কৰাৰ স্বাধীনতা বিচাৰি দাবী উত্থাপন কৰিলে। শ্ৰীশইকীয়া ডাঙৰীয়াৰ এনে দাবীৰ পৰিপ্ৰেক্ষিতত ১৯৬৮ চনত যুৱ কংগ্ৰেছৰ সংবিধান সংশোধন কৰা হয় আৰু তেখেত শিৱসাগৰ জিলাৰ যুৱ কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হয়। সভাপতি নিৰ্বাচিত হোৱাৰ পিছতেই তেখেতে কংগ্ৰেছক অধিকতৰ দৃঢ় কৰি তুলিবলৈ কিছুমান সুস্পষ্ট ধাৰণা অসম প্ৰদেশ কংগ্ৰেছৰ আগত দাঙি ধৰিলে। যুৱ কংগ্ৰেছক অধিকতৰ সুযোগ দান কৰিবৰ নিমিত্তে তেখেতে তলত উল্লেখ কৰা দাবী সমূহ লৈ এখন চনদ পত্ৰ দাখিল কৰিলে। সেই দাবী বোৰ হ'ল—

১। যুৱ সমাজৰ অৰ্থনৈতিক পুনৰ্বিন্যাস।

২। হাইস্কুলৰ দশম মান শ্ৰেণী পৰ্যন্ত বিনামূলীয়া শিক্ষা ব্যৱস্থা আৰু কৰ্মভিত্তিত পাঠ্যক্ৰম নিৰ্মাণ।

৩। কৃষি সমস্যা আৰু খাদ্য সমস্যাৰ সমাধান।

৪। মাটিৰ সৰ্বোচ্চ সীমা পুনৰ নিৰ্ধাৰণ।

৫। বিধিবন্ধ নিকায় সমূহত যুৱ প্ৰতিনিধিত্ব।

৬। বস্তুৰ মূল্য নিৰূপণ।

৭। নগৰীয়া সম্পত্তিৰ সীমা নিৰ্ধাৰণ।

৮। ত্ৰিশ বছৰ বয়সলৈ যুৱক সকলৰ বাবে বিনামূলীয়া চিকিৎসাৰ ব্যৱস্থা।

৯। সকলো ধৰণৰ চাকৰিৰ বাবে বয়সৰ সীমা ৩০ বছৰলৈ বৃদ্ধি।

এই দাবী সমূহৰ ভিত্তিত যুৱ কংগ্ৰেছে সমগ্ৰ অসমতে আন্দোলন আৰম্ভ কৰিলে, যাৰ ফলত ১৯৭১ চনত মহেন্দ্ৰ মোহন চৌধুৰীৰ নেতৃত্বাধীন মন্ত্ৰীসভাৰ পতন অনিবাৰ্য হৈ উঠে আৰু যুৱক সকলৰ সমৰ্থনত তেতিয়া শ্ৰীশৰৎ চন্দ্ৰ সিংহ মুখ্যমন্ত্ৰী হয়। ১৯৭২ চনত কংগ্ৰেছ হাইকমাণ্ডে অসম গোটেক ভঙ্গ কৰি দিয়ে, আৰু শ্ৰীশৰৎ চন্দ্ৰ সিংহক সভাপতি আৰু শ্ৰীহিতেশ্বৰ শইকীয়াক যুটীয়া সম্পাদক হিচাপে লৈ অস্থায়ী কমিটি এখন গঠন কৰে।

এইদৰে শ্ৰীশইকীয়া ডাঙৰীয়াই সামাজিক আৰু অৰ্থনৈতিক অবিচাৰ দূৰ কৰিবলৈ, সকলোকে সমান সুবিধা দিয়াতো সুনিশ্চিত কৰা, আৰু অৰ্থনৈতিক শৃঙ্খলা প্ৰতিষ্ঠা কৰাৰ বাবে কংগ্ৰেছৰ ভিতৰত ওলট পালট লগালে।

ইয়াৰ আগতেও ১৯৬৯ চনত কংগ্ৰেছৰ বিভাজনৰ সময়ত যেতিয়া অসমত বিমলাপ্ৰসাদ চলিহাৰ মন্ত্ৰীসভাই শাসনভাৰ গ্ৰহণ কৰি আছিল, সেই সময়ত শ্ৰীহিতেশ্বৰ শইকীয়াই শ্ৰীমতী ইন্দিৰাগান্ধীৰ নেতৃত্বাধীন শাসক কংগ্ৰেছ দলক সমৰ্থন দিবলৈ অসম কংগ্ৰেছক সম্মত কৰাবলৈ সক্ষম হৈছিল। প্ৰথম অৱস্থাত বিমলা প্ৰসাদ চলিহাই শ্ৰীমতী ইন্দিৰা গান্ধী নেতৃত্বাধীন কংগ্ৰেছৰ বিৰোধীতা কৰিছিল যদিও, শেষত তেঁৰো অৱণমিত হৈছিল। সেই সময়ত শ্ৰীহিতেশ্বৰ শইকীয়াই তেওঁক কঠোৰ ভাৱে সমালোচনা কৰিছিল। শ্ৰীশইকীয়া ডাঙৰীয়াৰ উদ্যোগত শ্ৰীমতী ইন্দিৰা গান্ধীয়ে অসম কংগ্ৰেছৰ পৰা পূৰ্ণ সমৰ্থন আৰু অনুপ্ৰেৰণা লাভ কৰিছিল। ইয়াৰ পিছৰ পৰাই শ্ৰীশইকীয়া ডাঙৰীয়াই সৰ্বভাৰতীয় নেতাসকল লগতো ঘনিষ্ঠভাৱে যুক্ত হৈ পৰে।

১৯৭২ চনত শ্ৰীশইকীয়া ডাঙৰীয়া নাজিৰা সমষ্টিৰ পৰা পোন প্ৰথম বাৰৰ বাবে অসম বিধান সভাৰ সদস্য নিৰ্বাচিত হয়। সেই চনতে সিংহ মন্ত্ৰী সভাত শ্ৰীশইকীয়া ডাঙৰীয়াক গৃহ, শিক্ষা, স্বাস্থ্য আৰু জন-সংযোগ বিভাগৰ দায়িত্ব দিয়া হয়। ১৯৭৪ চনত তেখেতক কেবিনেট পৰ্যায়লৈ উন্নতি কৰি গৃহ দপ্তৰ দিয়া হয়। ১৯৭৮ চনত শ্ৰীশৰৎচন্দ্ৰ সিংহ মন্ত্ৰীসভাৰ পতন ঘটে আৰু জনতা পাৰ্টী ক্ষমতালৈ আহে।

---

**Whatever you do, you should do with all your heart. Heaven will help the man who is sincere, and one's fellowmen will trust him if he is sincere and earnest, O. P. Ghai : Unity in Diversity.**

---

# কংগ্ৰেছৰ বিভাজন আৰু শ্ৰীশইকীয়া

১৯৬৯ চনটো ভাৰতীয় জাতীয় কংগ্ৰেছৰ ইতিহাসত বিশেষ উল্লেখযোগ্য চন বুলি বিবেচনা কৰা হয়। এই চনতে বাঙ্গালোৰত অনুষ্ঠিত কংগ্ৰেছৰ অধিবেশনত কেইটামান অতি গুৰুত্বপূৰ্ণ প্ৰস্তাৱ গৃহীত হয়। এই অধিবেশনত গৃহীত অৰ্থনৈতিক কাৰ্যসূচী অনুযায়ী চৌধ্যটা বেঙ্ক জাতীয়কৰণ কৰা, তৎকালীন অৰ্থমন্ত্ৰী শ্ৰীমোৰাৰজী দেশাইৰ পৰা অৰ্থদপ্তৰ প্ৰধানমন্ত্ৰীৰ নিজ হাতত গ্ৰহণ আৰু ১৯৬৯ চনত ভাৰতৰ চতুৰ্থ ৰাষ্ট্ৰপতি নিৰ্বাচনত প্ৰাৰ্থী মনোনয়নৰ ঘটনা ইত্যাদি লৈ কংগ্ৰেছৰ অন্তৰ্দলীয় বিৰোধে তীব্ৰ আকাৰ ধাৰণ কৰে। তাৰেই পৰিণতি স্বৰূপে ইন্দিৰা গান্ধী প্ৰমুখ্যে কেই গৰাকীমান বিশিষ্ট কংগ্ৰেছী নেতা আদি কংগ্ৰেছ দলৰ পৰা বহিস্কৃত হয়। ফলত বহিস্কৃত নেতৃবৃন্দই নব কংগ্ৰেছ দল গঠন কৰিলে আৰু তেওঁলোকে নিজৰ কংগ্ৰেছকেই প্ৰগতিশীল দল হিচাবে দাবী কৰিলে। নিৰ্বাচন-প্ৰতীক লৈ যি মোকৰ্দমা হ'ল তাত কংগ্ৰেছৰ পৰাজয় হ'ল আৰু তেতিয়াৰ পৰাই ইন্দিৰা পৰিচালিত শাসক কংগ্ৰেছ দলেই প্ৰকৃত কংগ্ৰেছৰ মৰ্যাদা লাভ কৰিলে। আনহাতে আদি কংগ্ৰেছ দলৰ তেতিয়াৰ সভাপতি নিজলিঙ্গপ্পাৰ নেতৃত্বত পৰিচালিত কংগ্ৰেছ দলে ঐতিহ্যময় কংগ্ৰেছ দলৰ একমাত্ৰ ধাৰক হিচাপে অধিকাৰ প্ৰতিষ্ঠাৰ কাৰণে সবিশেষ চেষ্টা চলায়। কংগ্ৰেছৰ এই দ্বিধাবিভক্ত হোৱাৰ চৰম প্ৰকাশ ঘটে সংগঠন কংগ্ৰেছৰ সমৰ্থক সকল ইন্দিৰা পন্থীৰ বিৰোধী দল হিচাপে পাৰ্লিয়ামেণ্টত অৱতীৰ্ণ হোৱাত। ফলত সংগঠন কংগ্ৰেছ লোকসভাৰ পঞ্চম (মধ্যৱৰ্তী) নিৰ্বাচনৰ আগলৈকে লোকসভাত মুখ্য বিৰোধী দলত পৰিণত হয়।

ভাৰতৰ বিভিন্ন ৰাজ্য সমূহৰ ক্ষেত্ৰতো কংগ্ৰেছৰ বিভাজনৰ প্ৰতি-

ফলন দেখা যায়। সৰ্বভাৰতীয় ক্ষেত্ৰত যি মুহূৰ্তত কংগ্ৰেছ দুভাগত বিভক্ত হ'ল, তেতিয়াই ৰাজ্যবিলাকৰ কংগ্ৰেছ দলৰ সদস্য সকলেও চূড়ান্ত ভাৱে সংগঠনপন্থী আৰু ইন্দিৰা পন্থী কংগ্ৰেছ দলৰ প্ৰতি নতুনকৈ আস্থা প্ৰকাশ কৰিলে আৰু কংগ্ৰেছক দুভাগত বিভক্ত হোৱাত ৰাজ্যিক পৰ্যায়তো চূড়ান্ত ৰূপদান কৰাত সহায় কৰিলে। সেই সময়ত অসমৰ মুখ্যমন্ত্ৰী আছিল বিমলা প্ৰসাদ চলিহা। চলিহা আছিল গান্ধীবাদী। সেয়ে তেওঁ প্ৰথম অৱস্থাত সংগঠনপন্থী কংগ্ৰেছ দলৰ প্ৰতি সমৰ্থন জনাইছিল। তেওঁৰ মতে ইন্দিৰা গান্ধীয়ে নিয়মতন্ত্ৰ সম্মত নোহোৱাকৈ কাম কৰিছিল। কাৰণ ১৯৬৯ চনৰ ১৬ আগষ্ট তাৰিখে হবলগীয়া ৰাষ্ট্ৰপতিৰ নিৰ্বাচনৰ প্ৰাৰ্থীৰূপে কংগ্ৰেছ কাৰ্যনিৰ্বাহক কমিটিৰ অধিকাংশ সদস্যই সঞ্জীৱ ৰেড্ডিক সমৰ্থন কৰিছিল। সেই সময়ৰ কংগ্ৰেছ সংসদী দলৰ নেতা আৰু প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে এই কথাত সন্তুষ্ট হব পৰা নাছিল। তথাপিতো তেওঁ ৰেড্ডিৰ প্ৰাৰ্থীত্বক সমৰ্থন কৰিছিল। কিন্তু শেষত তেওঁ তেওঁৰ মন পৰিবৰ্তন কৰিলে আৰু মুক্ত ভাৱে ভোট দিয়াৰ অধিকাৰৰ ওপৰত গুৰুত্ব আৰোপ কৰিলে। এই সন্দৰ্ভত ইন্দিৰা গান্ধীক সমৰ্থন কৰিছিল তেতিয়াৰ খাদ্যমন্ত্ৰী জগজীৱন ৰাম আৰু উদ্যোগ মন্ত্ৰী ফকৰুদ্দিন আলি আহমদ ডাঙৰীয়াই। তেতিয়াৰ কংগ্ৰেছ সভাপতি নিজলিঙ্গাপ্পাই ইন্দিৰা গান্ধীৰ এই ব্যৱহাৰক চোকা সমালোচনা কৰি কলে যে প্ৰধানমন্ত্ৰীয়ে তেওঁৰ নিজৰ দলৰ প্ৰাৰ্থীক সমৰ্থন নকৰি বিৰোধী দলৰ প্ৰাৰ্থীক সমৰ্থন কৰা কাৰ্য ইতিহাসত পাবলৈ নাই। চলিহা ডাঙৰীয়াইও নিজলিঙ্গপ্পাৰ লগত এক মতত আছিল। কিন্তু পিছত তেওঁ মত সলাবলৈ বাধ্য হ'ল! উল্লেখযোগ্য যে সেই সময়ৰ অসমৰ যুৱ কংগ্ৰেছৰ নেতা শ্ৰীহিতেশ্বৰ শইকীয়াৰ অপ্ৰাণ চেষ্টাৰ ফলতেই ইন্দিৰা গান্ধীৰ নেতৃত্বৰ শাসক কংগ্ৰেছ দলক সমৰ্থন দিবলৈ অসম প্ৰদেশ কংগ্ৰেছ ৰাজী হৈছিল বুলি এষাৰ কথা বৰকৈ চলিছিল। স্বৰূপাৰ্থত শ্ৰীশইকীয়া ডাঙৰীয়া এগৰাকী প্ৰগতিশীল মনৰ যুৱক সেয়ে বাঙ্গালোৰ অধিবেশনত গৃহীত প্ৰগতিশীল ভাৱধাৰাৰে সমৃদ্ধ প্ৰস্তাৱ সমূহে তেখেতক আকৃষ্ট কৰি তোলে। সি যি কি হওঁক অসমত কংগ্ৰেছ বিভাজন প্ৰায় বন্ধ হোৱাৰ মূলতে হৈছে শ্ৰীশইকীয়া ডাঙৰীয়াৰ অনবদ্য ভূমিকা।

কংগ্ৰেছৰ দ্বিধাবিভক্তিৰ পিছত শাসক কংগ্ৰেছৰ বেঙ্ক জাতীয়কৰণ, দাৰিদ্ৰ দূৰীকৰণ, ধৰ্মনিৰপেক্ষতাৰ প্ৰতি অকুণ্ঠ সমৰ্থন প্ৰভৃতি প্ৰগতিশীল মতবাদৰ দ্বাৰা শ্ৰীশইকীয়া ডাঙৰীয়া নিজেও গভীৰ ভাৱে আকৃষ্ট হৈ পৰে, আৰু অসম কংগ্ৰেছক শাসক কংগ্ৰেছৰ প্ৰতি আনুগত্য প্ৰকাশ কৰিবলৈ সমৰ্থ হয়। শ্ৰীশইকীয়া ডাঙৰীয়াৰ এই কাৰ্যত শ্ৰীদেৱকান্ত বৰুৱা, হৰেন্দ্ৰনাথ তালুকদাৰ, শ্ৰীবিষ্ণু প্ৰসাদ, শ্ৰীহিৰণ্য বৰা প্ৰভৃতি নেতা সকলেও সহযোগ কৰিছিল।

সমাজতান্ত্ৰিক নীতিৰ প্ৰতি শ্ৰীশইকীয়াই অকুণ্ঠ সমৰ্থন আগ বঢ়াই আহিছে। ইন্দিৰা সমৰ্থক কংগ্ৰেছৰ সমাজতন্ত্ৰৰ পথত অগ্ৰসৰ হোৱাৰ কাৰণে যি নীতি আৰু আদৰ্শ অৱলম্বন কৰা হৈছে, সিয়ে তেখেতৰ প্ৰগতিশীল ভাৱধাৰাৰ মাজত আশাৰ সঞ্চাৰ কৰিব পাৰিছে। সেই কাৰণে তেখেতে বিনা দ্বিধাই, বিনা সংকোচে ইন্দিৰা গান্ধীৰ বলিষ্ঠ নীতিক আগ্ৰহেৰে অভিনন্দন জনাই আহিছে। শ্ৰীশইকীয়াই এই কথা মনে প্ৰাণে উপলব্ধি কৰে যে ভাৰতবৰ্ষৰ নিচিনা ইমান বিবিধ বৈচিত্ৰ্যপূৰ্ণ দেশত সমাজতান্ত্ৰিক ব্যৱস্থাৰ বাহিৰে অন্য কোনো ব্যৱস্থাই বৰ্তি থাকিব নোৱাৰে। আমি এবাৰ কংগ্ৰেছৰ বিভাজন প্ৰসঙ্গত তেখেতৰ দৃষ্টি আকৰ্ষণ কৰি কৈছিলোঁ যে প্ৰধান মন্ত্ৰীৰ পদত থাকি আৰু কংগেছ সংসদীদলৰ নেতা-হিচাপে কংগ্ৰেছ কাৰ্যনিৰ্বাহক কমিটিৰ সিদ্ধান্তৰ বিৰোধাচৰণ কৰাতো ইন্দিৰা গান্ধীৰ পক্ষে অশোভনীয় নহৈছেনে? তেখেতে সম্মতি জনাই কৈছিল "কংগ্ৰেছ দলত বিৰোধী আদৰ্শৰ সহাৱস্থানৰ দীৰ্ঘ ইতিহাস আৰু ঐতিহ্য গঢ়ি উঠিছে। ইয়াৰ মাজেৰে কংগ্ৰেছৰ প্ৰগতিশীল ভাৱধাৰাৰ আত্মপ্ৰকাশ লাভ কৰিছে। কিন্তু কংগ্ৰেছৰ ভিতৰত অতুল্য ঘোষ, এছ কে পাতিল, সঞ্জীৱ ৰেড্ডি, নিজলিঙ্গাপ্পা প্ৰভৃতি নেতা সকলৰ কাৰণে প্ৰগতিশীল ভাৱধাৰা ইমান দিনে চাপ খাই আছিল। ইন্দিৰা গান্ধীৰ ব্যক্তিত্বই ইয়াক মানি লবলৈ অস্বীকাৰ কৰিলে। ইয়াৰ জৰিয়তে ইন্দিৰা গান্ধীৰ সাহসে আত্মপ্ৰকাশ কৰিছে। আচলতে প্ৰাচীনপন্থী সকলৰ লগত আমি থাকিবও নোৱাৰোঁ আৰু ই সম্ভৱো নহয়।"

১৯৬৯ চনত কংগ্ৰেছ দলৰ দ্বিধাবিভক্তিৰ ফলত শাসক কংগ্ৰেছ দলে লোকসভাত সংখ্যা গৰিষ্ঠতা হেৰুৱায়। তথাপি চি পি আই,

ডি এম কে, চি পি এম প্ৰভৃতি কেইটামান দলৰ সমৰ্থনত ইন্দিৰা গান্ধীয়ে সুষ্ঠভাৱে মন্ত্ৰীসভা পৰিচালনা কৰিবলৈ সক্ষম হয়। কিন্তু ৰাজন্যবৰ্গৰ ভাতা সম্পৰ্কিত ৰাষ্ট্ৰপতিৰ আদেশৰ বিৰুদ্ধে চুপ্ৰীম কোৰ্টৰ ৰায়ৰ পৰিপ্ৰেক্ষিতত প্ৰধানমন্ত্ৰীয়ে লোকসভা বাতিল কৰাৰ প্ৰস্তাৱক বিশেষভাৱে বিবেচনা কৰিবলৈ বাধ্য হয়। ১৯৭০ চনৰ ডিচেম্বৰ মাহত লোকসভা বাতিল কৰা হয়, আৰু ১৯৭১ চনত পঞ্চম ( মধ্যবৰ্তী ) নিৰ্বাচনৰ কাৰণে শাসক কংগ্ৰেছ দল প্ৰস্তুত হয়। সমাজতন্ত্ৰৰ পথত দেশক পৰিচালিত কৰাৰ কাৰণে গৃহীত নীতিৰ প্ৰতি জনসাধাৰণৰ আস্থা নতুনভাৱে লাভ কৰাৰ উদ্দেশ্যে ইন্দিৰা গান্ধী আৰু শাসক কংগ্ৰেছ দলৰ অন্যান্য সদস্য সকলে অক্লান্ত প্ৰয়াস চলাইছিল। অসমত শ্ৰীদেৱকান্ত বৰুৱা, হৰেন্দ্ৰনাথ তালুকদাৰ, শ্ৰীহিতেশ্বৰ শইকীয়া প্ৰমুখ্যে শাসক কংগ্ৰেছৰ সদস্য সকলে মনে-প্ৰাণে ইন্দিৰা গান্ধীৰ নেতৃত্বক তেতিয়া স্বাগতম জনাইছিল আৰু শাসক কংগ্ৰেছৰ নীতিৰ ওপৰত তেওঁলোকৰ বিশ্বাস দৃঢ় হৈ পৰিছিল। ১৯৭১ চনৰ নিৰ্বাচনৰ প্ৰাক্‌কালত প্ৰচাৰিত ক্ষমতাসীন কংগ্ৰেছ দলৰ নিৰ্বাচনী ইস্তাহাৰত দাৰিদ্ৰ দূৰীকৰণ, সমাজতান্ত্ৰিক ভিত্তিত নতুন সমাজ-ব্যৱস্থাৰ প্ৰতিষ্ঠা, ধৰ্মনিৰপেক্ষতা প্ৰভৃতি ঘোষণাৰ আন্তৰিকতাত দেশবাসীৰ অধিকাংশই ইন্দিৰা গান্ধীৰ নেতৃত্বৰ ওপৰত ভৰসা স্থাপন কৰে। ফলত ১৯৭১ চনৰ নিৰ্বাচনত শাসক কংগ্ৰেছ দলে কেন্দ্ৰত নিৰংকুশ সংখ্যাগৰিষ্ঠতা লাভ কৰে।

সেই সময়ত শ্ৰীহিতেশ্বৰ শইকীয়াই কংগ্ৰেছ দলৰ গঠনমূলক কামৰ লগত জড়িত আছিল। জনসাধাৰণক শাসক কংগ্ৰেছৰ পৰিৱৰ্তিত প্ৰগতিশীল নীতিৰ লগত পৰিচয় কৰি দিবলৈ তেখেতে গাৱে-ভূঞে ঘূৰি ফুৰিছিল। ১৯৭২ চনত অসম বিধান সভাৰ নিৰ্বাচনত তেখেত নাজিৰা সমষ্টিৰ পৰা বিপুল ভোটত জয়লাভ কৰি অসম মন্ত্ৰীসভাৰ সদস্য নিযুক্ত হয় আৰু তেখেতৰ দপ্তৰ সমূহত কংগ্ৰেছৰ প্ৰগতিশীল নীতিৰ সুপ্ৰয়োগ কৰি, সেইবোৰক জনসাধাৰণৰ কল্যাণৰ বাবে ৰূপায়িত কৰাৰ কাৰণে তেখেত হৈ পৰে উদগ্ৰীৱ।

কিন্তু কংগ্ৰেছ দলৰ নেতা সকলৰ মাজত ধীৰে ধীৰে ব্যৱধান বৃদ্ধি হবলৈ ধৰিলে। ১৯৭৭ চনৰ মাৰ্চ মাহত ষষ্ঠ লোকসভাৰ নিৰ্বাচনত এই দলে পৰাজয় স্বীকাৰ কৰে। কেন্দ্ৰত মাত্ৰ ১৫৩ খন

আসন লাভ কৰিবলৈহে সমৰ্থ হয়। জনতা দলে কেন্দ্ৰ আৰু ৰাজ্যত চৰকাৰ গঠন কৰে। অসমত ১৯৭৮ চনতহে বিধান সভাৰ নিৰ্বাচন হয় আৰু শ্ৰীশইকীয়া পুনৰ বিধান সভালৈ নিৰ্বাচিত হৈ আহে। কিন্তু অসমতো এইবাৰ জনতা দলে ভৈয়াম জনজাতীয় পৰিষদৰ লগত সংযুক্ত চৰকাৰ গঠন কৰে।

১৯৭৭ চনৰ লোকসভা নিৰ্বাচনত বিপৰ্যয়ৰ পিছত কংগ্ৰেছ দলত পুনৰ খহনিয়াৰ সৃষ্টি হয়। লোকসভাৰ নিৰ্বাচনত বিপৰ্যয়ৰ কাৰণে সেই দলৰ একাংশই ইন্দিৰা গান্ধী আৰু তেওঁৰ জৰুৰী অৱস্থাকালীন অপশাসনক দায়ী কৰে। ৱাই ভি চবন প্ৰমুখ্যে বহুতো কংগ্ৰেছ নেতাই বেলেগে এটি উপদল গঠন কৰে। পিছত কৰ্ণাটকৰ মুখ্যমন্ত্ৰী দেৱৰাজ আৰ্সেও ইন্দিৰাপন্থী কংগ্ৰেছৰ পৰা বিচ্ছিন্ন হয়।

১৯৮০ চনৰ নিৰ্বাচনত ইন্দিৰা গান্ধীয়ে আকৌ অভূতপূৰ্ব বিজয় লাভ কৰে। জনতা দলৰ নেতা সকলৰ মাজত সহযোগিতা আৰু অন্তৰায় সৃষ্টিৰ প্ৰশ্ন লৈ যি বিৰোধ দেখা দিছিল, তাৰেই অন্য প্ৰকাৰে আত্মপ্ৰকাশ কৰিলে ইন্দিৰা গান্ধীৰ বিপুল জয় লাভ। এই বিজয়ৰ পিছত কংগ্ৰেছ কৰ্মী কংগ্ৰেছ ( আৰ্স )-ৰ পৰা কংগ্ৰেছ (ই) দলত যোগদান কৰে। আনকি ১৯৭৭ চনত সি চৰণ সিং ইন্দিৰা বিৰোধী কংগ্ৰেছৰ সভাপতি আছিল তেঁৱো পৰবৰ্তীকালত কংগ্ৰেছ (ই) দলত যোগদান কৰিলে।

অসমৰ কংগ্ৰেছৰ মাজতো ব্যৱধানৰ সৃষ্টি হ'ল। কংগ্ৰেছৰ সততা আৰু সদিচ্ছাত আজীৱন বিশ্বাসী শ্ৰীশৰৎচন্দ্ৰ সিংহ ডাঙৰীয়া কিন্তু কংগ্ৰেছ (ই) দললৈ ঘূৰি নাহিল। তেওঁ কংগ্ৰেছ (এস) দলৰ পথকেই অনুসৰণ কৰি থাকিল। অন্য হাতে শ্ৰীহিতেশ্বৰ শইকীয়াই শ্ৰীমতী আনোৱাৰা টাইমুৰ, তৰুণ গগৈ প্ৰভৃতি সমন্বিতে কংগ্ৰেছ(ই) শিবিৰ তৈয়াৰ কৰিলে। এইদৰে অসম কংগ্ৰেছ শিবিৰৰ মাজতো দ্বিধাবিভক্ত হৈ পৰিল।

# কংগ্ৰেছৰ পটভূমিকা : বিধান সভাৰ সদস্য

শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰ ব্যক্তিত্ব অসাধাৰণ। তেখেতে অনায়াসে সকলোৰে পৰা শ্ৰদ্ধা আৰু সম্ভ্ৰম অৰ্জন কৰিব পাৰে। ভাৰতবৰ্ষৰ বিভিন্ন প্ৰতিষ্ঠিত আৰু আভিজাত্যসম্পন্ন সংগঠনৰ পৰা অৰ্জন কৰা অভিনন্দন আৰু উপাধি সমূহেই ইয়াৰ প্ৰমাণ। তেখেতৰ মমতাভৰা অন্তৰ, অসমৰ সাধাৰণ দৰিদ্ৰ, অৱহেলিত, বঞ্চিত মানুহৰ প্ৰতি তেখেতৰ গভীৰ সহানুভূতি আৰু আস্থাৰ যি ছবি আমি ইতিমধ্যে দেখা পাইছোঁ, সিয়ে শইকীয়া ডাঙৰীয়াৰ চৰিত্ৰ আৰু মনৰ এক আপুৰুগীয়া খবৰ উজ্জ্বল কৰি তুলিছে।

শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰ সমস্ত কথা, সমস্ত আলোচনাৰ মাজত লক্ষ্য কৰা যায়—এজন মানুহক, যি জনে অসমৰ মানুহক অসমৰ মাটিক, সভ্যতা-সংস্কৃতিক গভীৰভাবে ভাল পাবলৈ শিকিছে। তেখেতে দলীয় ৰাজনীতিৰ সংকীৰ্ণতাৰ উৰ্ধ্বত উঠি, দলক সুসংহত কৰিবলৈ যুৱ কংগ্ৰেছৰ নেতা হিচাপে অঙ্গীকাৰ কৰিছিল, যুক্তি তৰ্কৰ অৱতাৰণা কৰিছিল। এনে আদৰ্শৰ অধিকাৰী হোৱা কাৰণেই মাত্ৰ ত্ৰিশ বছৰ বয়সতেই তেখেত এগৰাকী যুৱ কংগ্ৰেছৰ বিশিষ্ট সদস্য ৰূপে নিজকে সাব্যস্ত কৰিবলৈ সমৰ্থ হয়। কেৱল বিশিষ্ট সদস্য-ৰূপে সাব্যস্ত কৰাই নহয়, প্ৰাধান্যও বিস্তাৰ কৰে। যুৱ-কংগ্ৰেছত প্ৰৱেশ কৰিয়েই চতুৰ ৰাজনীতিজ্ঞ শ্ৰীশইকীয়াই নিজে উদ্ভাৱন কৰা খেলখন অতি কৌশলেৰে খেলি গ'ল। অসমৰ ৰাজনৈতিক আকাশৰ এগৰাকী উজ্বল নক্ষত্ৰ শ্ৰীশৰৎচন্দ্ৰ সিংহ ডাঙৰীয়াই তাকেই আশা কৰিছিল।

সেই সময়ত যুৱ-কংগ্ৰেছৰ নিজস্ব ক্ষমতা বুলিবলৈ বিশেষ উল্লেখযোগ্য কিবা আছিল বুলি প্ৰত্যয় কৰিব নোৱাৰি। যুৱ-কংগ্ৰেছৰ প্ৰায় ভাগ কাৰ্যক্ৰমনিকা প্ৰদেশ কংগ্ৰেছ কমিটিয়ে নিৰ্ণয়

আৰু পৰিচালনা কৰিছিল। আনকি বিষয়-ববীয়া সকলকো প্ৰদেশ কংগ্ৰেছেহে মনোনীত কৰি দিছিল। ফলত যুৱ-কংগ্ৰেছৰ কাম-কাজ লেহুকা গতিৰে আগ বাঢ়িছিল। শ্ৰীশইকীয়া ডাঙৰীয়াই যুৱ-কংগ্ৰেছৰ লগত ঘনিষ্ঠ সম্পৰ্ক স্থাপন কৰিয়েই যুৱ-কংগ্ৰেছক স্বতন্ত্ৰৰীয়া ভাৱে কাম কৰাৰ অধিকাৰ সাব্যস্ত কৰিবলৈ উঠি-পৰি লাগিল। এই উদ্দেশ্যে তেখেতে সংবিধান খন সংশোধন কৰিবলৈ প্ৰস্তাৱ উত্থাপন কৰিলে আৰু উৎকণ্ঠাৰে অপেক্ষা কৰিলে। অৱশেষত ১৯৬৮ চনত যুৱ-কংগ্ৰেছৰ সংবিধান খন সংশোধন কৰা হয় আৰু তেতিয়াৰ পৰাই যুৱ-কংগ্ৰেছ হৈ উঠে অধিকতৰ শক্তিশালী। সেই একে বছৰতে শ্ৰীশইকীয়া ডাঙৰীয়াই প্ৰাদেশিক যুৱ-কংগ্ৰেছৰ হৈ ৰাজ্য চৰকাৰৰ ওচৰত এখন ৯ দফীয়া চনদ দাখিল কৰে আৰু তাৰেই প্ৰতিক্ৰিয়া স্বৰূপে ১৯৭১ চনত মহেন্দ্ৰমোহন চৌধুৰী মন্ত্ৰীসভাৰ উচ্ছেদ হয়। এই মন্ত্ৰীসভাৰ উচ্ছেদৰ পিছত শ্ৰীশৰৎচন্দ্ৰ সিংহ ডাঙৰীয়াৰো যে ভূমিকা আছিল, অনুসন্ধিৎসু সকলে এই কথা নিশ্চয় জানিব। শ্ৰীশৰৎচন্দ্ৰ সিংহ ডাঙৰীয়াই তেতিয়া নতুন এখন মন্ত্ৰীসভা গঠন কৰে আৰু তেওঁৰ মন্ত্ৰীসভাত শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াকো অন্তৰ্ভুক্ত কৰি লয়। সংশ্ৰৱৰ গুণত তেতিয়াৰে পৰাই শ্ৰীশইকীয়া ডাঙৰীয়া হৈ পৰে শ্ৰীসিংহ ডাঙৰীয়াৰ দক্ষিণ হাত স্বৰূপ। অসমৰ ৰাজনৈতিক ইতিহাসত ইয়াৰ পিছৰ পৰাই চৰকাৰৰ লগত বিৰোধী দলসমূহৰ সহযোগিতা পূৰ্ণ মনোভাৱৰ অভাৱত ৰাজনৈতিক তথা শাসনতান্ত্ৰিক সমস্যা অৱাৰিতভাৱে উদ্ভৱ হবলৈ ধৰে। এইবোৰ সমস্যাৰ সমাধানৰ ক্ষেত্ৰত শ্ৰীসিংহ ডাঙৰীয়াৰ লগত শ্ৰীশইকীয়া ডাঙৰীয়াই সহযোগ কৰি নিজৰ বিচক্ষণতাৰ পৰিচয় দিয়ে। নিজদলৰ বা-বতাহবলোৱাৰ অনুকূলে এনেকে লাগি থকাৰ বাবে তেখেতৰ চৰিত্ৰত সেৱাৰ অনুভূতি তীব্ৰহৱ ধৰিলে। শ্ৰীশইকীয়াৰ লগত সেই সময়ত আছিল—শ্ৰীবিষ্ণুপ্ৰসাদ, শ্ৰীহিৰণ্য বৰা, শ্ৰীবিজয় সন্দিকৈ আৰু শ্ৰীঅপূৰ্ব বৰুৱা। এওঁলোক প্ৰত্যেকৰে আদৰ্শ আছিল অৰ্থনৈতিক পৰিকল্পনাৰ পুনৰ্বিন্যাস, যুৱ-সমাজক অধিকতৰ সুযোগ দান, জাতীয় ঐক্য, গণতন্ত্ৰ আৰু ধৰ্মনিৰপেক্ষতাৰ সুৰক্ষাৰ সংকল্প।

১৯৭২ চনত কংগ্ৰেছ হাইকমাণ্ডে অসম প্ৰদেশ কংগ্ৰেছ কমিটিখন

ভঙ্গ কৰি দিয়ে আৰু তাৰ ঠাইত শ্ৰীশৰৎচন্দ্ৰ সিংহক সভাপতি স্বৰূপে লৈ এখন অস্থায়ী কমিটি গঠন কৰি দিয়ে। এই কমিটিৰ যুটীয়া সম্পাদক হয় শ্ৰীহিতেশ্বৰ শইকীয়া। শ্ৰীশইকীয়া কিয় যুটীয়া সম্পাদক মনোনীত হ'ল, সি এক সুপৰিচিত কাহিনী। প্ৰবীণ নেতাসকলে আশা কৰিছিল যে শ্ৰীশইকীয়াই তেওঁলোকৰ পৰামৰ্শ আৰু নিৰ্দেশমতে কাম কৰিব। এজন যুৱকৰ পৰা খুব বেছি স্বাতন্ত্ৰ্যবোধ, আত্মবিশ্বাস আৰু দৃঢ়তা আশা কৰা নাছিল। কিন্তু শ্ৰীশইকীয়া ডাঙৰীয়াই যেতিয়া তেখেতৰ কাম-কাজ নিৰ্ভুল ভাৱে কৰি গ'ল, তেতিয়া সকলোৱে অবাক হৈ শ্ৰীশইকীয়াৰ ব্যক্তিত্বক বুজিবলৈ শিকিলে। দল আৰু চৰকাৰৰ বহু ঘটনাৰ মাজত শ্ৰীশইকীয়াই তেখেতৰ চাৰিত্ৰিক দৃঢ়তা, আত্মমৰ্যাদাবোধ আদি প্ৰমাণ কৰি দেখুৱালে। দলৰ কাৰ্য নিয়াৰিকে চলিবলৈ ধৰিলে। সেই সময়তো তেখেতৰ চৰিত্ৰৰ সঠিক মূল্যায়ণ বহুতে কৰিব পাৰিছিল বুলি সন্দেহ হয়।

শ্ৰীশৰৎচন্দ্ৰ সিংহ ডাঙৰীয়া আছিল সেই সময়ত এগৰাকী কংগ্ৰেছৰ অবিসম্বাদী নেতা। নিৰ্ভীক আৰু সংগ্ৰামী নেতা হিচাপে তেখেতে অৰ্জন কৰিছিল বিপুল খ্যাতি। দলৰ ভিতৰৰ আৰু বাহিৰৰ মানুহে তেতিয়া তেখতেক সমীহ কৰি চলিছিল। মুঠতে অসম কংগ্ৰেছত তেতিয়া তেখেতৰ একচ্ছত্ৰী আসন। শ্ৰীশইকীয়াই নিজৰ নিষ্ঠা আৰু সততাৰ কাৰণে শ্ৰীসিংহ ডাঙৰীয়াৰ অতি বিশ্বস্ত হৈ পৰিল, আৰু নিজৰ সহোদৰ অগ্ৰজৰ দৰে স্নেহ-শ্ৰদ্ধা কৰিবলৈ ধৰিলে। শ্ৰীশইকীয়াই এনে কৌশলেৰে নিজকে গঢ়ি তুলিবলৈ ধৰিলে যাতে তাৰ ফল সুদূৰপ্ৰসাৰী হয়। প্ৰথম অৱস্থাত তেখেতে প্ৰচণ্ড সংগ্ৰাম কৰিব লগীয়া হৈছিল যদিও, শীঘ্ৰেই এই তৰুণ নেতা গৰাকীৰ খ্যাতি বিয়পি পৰিল। শ্ৰীসিংহৰ সকলো কামতে গা-লাগি সহায় কৰিবলগীয়া হৈছিল। তেখেতৰ বিচক্ষণ বুদ্ধিয়ে শ্ৰীসিংহ ডাঙৰীয়াক বিস্মৃত আৰু মুগ্ধ কৰি তুলিলে। অকল সিংহ ডাঙৰীয়াই নহয়, দলৰ অন্যান্য নেতা সকলেও সুনিশ্চিত হৈছিল যে শ্ৰীশইকীয়া এদিন অসমৰ প্ৰধান ৰাজনৈতিক নেতাৰূপে আত্মপ্ৰকাশ কৰিব। কাৰণ তেতিয়াই তেওঁলোকে শ্ৰীশইকীয়া ডাঙৰীয়াৰ মাজত থকা গুণসমূহৰ সন্ধান পাইছিল, গতিকে তেখেতক প্ৰশাসনীয়

কাৰ্যত নিয়োগ কৰাৰ প্ৰয়োজনীয়তা তেওঁলোকে উপলব্ধি কৰিলে। সেয়ে তৰুণ হিতেশ্বৰক ১৯৭২ চনৰ নিৰ্বাচনত নাজিৰা সমষ্টিৰ কংগ্ৰেছ প্ৰাৰ্থী মনোনীত কৰিলে।

শ্ৰীশইকীয়াক কংগ্ৰেছ প্ৰাৰ্থী হিচাপে মনোনয় দিয়াৰ ক্ষেত্ৰত শ্ৰীসিংহ ডাঙৰীয়াই আটাইতকৈ ডাঙৰ ভূমিকা গ্ৰহণ কৰিছিল। ইয়াৰ কাৰণ কেইবাটাও হ'ব পাৰে। প্ৰথমতে, শ্ৰীশইকীয়াৰ অকুণ্ঠ সাহায্যৰ কাৰণেই শ্ৰীসিংহ ডাঙৰীয়াই মুখ্যমন্ত্ৰীৰ পদ লাভ কৰাৰ সুযোগ পাইছিল; দ্বিতীয়তে, শ্ৰীসিংহ ডাঙৰীয়াৰ প্ৰতি শ্ৰীশইকীয়াৰ আছিল অগাধ শ্ৰদ্ধা আৰু অবিচল বিশ্বাস। তৃতীয়তে, শ্ৰীসিংহ ডাঙৰীয়াই এই কথা ভালদৰে জানিছিল যে শ্ৰীশইকীয়াৰ ৰাজনৈতিক দূৰদৰ্শীতাই ভৱিষ্যতত চৰকাৰৰ আঁচনি নিৰ্মাণত সহায়ক হৈ পৰিব। চতুৰ্থতে, দলীয় ৰাজনৈতিক মতামতৰ ক্ষেত্ৰত দুয়োজনৰ মাজত আছিল যথেষ্ট মিল। ইত্যাদি কাৰণত শ্ৰীসিংহ ডাঙৰীয়াই শ্ৰীশইকীয়াক কংগ্ৰেছ প্ৰাৰ্থী স্বৰূপে মনোনয় দিয়া কাৰ্যত আগভাগ লৈছিল বুলি সহজে প্ৰত্যয় হয়।

দেশসেৱাৰ আদৰ্শৰ পৰা অলপো পিছলি নপৰি, সমাজৰ সকলো প্ৰকাৰৰ গঠনমূলক কামত আত্মনিয়োগ কৰি তেখেতে জাতিৰ সৌষ্ঠৱ ঠন ধৰাই তোলাৰ কাৰণে যি টাকুৰি ঘূৰাদি ঘূৰিব ধৰিলে, তাকে দেখি শুনি মানুহৰ মনৰ খুকুৰি ভাঙিল যে এই জনেই আমাৰ হিত কৰ্তা। সদায় সচেতন হৈ থকা, স্মৃতিবান আৰু পৱিত্ৰ কৰ্মবিচাৰ কৰি কাম কৰা সকলৰ যশ সৌৰভ বাঢ়ি যায়। মানুহৰ মাজত তেখেতৰো যশ সৌৰভ বিয়পি পৰিল। তেখেতে হেলাৰঙে বিধান সভালৈ নিৰ্বাচিত হ'ল। বিধানসভাৰ সদস্য নিৰ্বাচিত হৈ তেখেতে সমাজৰ পিছপৰা, অৱহেলিত লোকৰ উন্নয়নমূলক কামত গভীৰভাৱে মনোনিৱেশ কৰিব ধৰিলে। এই কথা তেখেতে স্পষ্ট ভাৱে উপলব্ধি কৰিব পাৰিলে যে জনসাধাৰণৰ উন্নয়ন ব্যতিৰেকে ৰাজ্যৰ যিকোনো উন্নয়ন সম্ভৱ নহয়; সৰ্বসাধাৰণৰ অনুন্নত জীৱন-যাপনে ৰাজ্যৰ অগ্ৰগতিৰ অন্তৰায় স্বৰূপ হৈ উঠে। সেয়ে তেখেতে নাজিৰা সমষ্টিৰ অনুন্নত অঞ্চলবোৰৰ সমস্যাৰ বুজ লবলৈ আৰু সেইবোৰৰ প্ৰতিকাৰ কৰিবলৈ এখন সমিতি গঠন কৰিলে; আৰু ইয়াৰ জৰিয়তে ৰাস্তা-ঘাট, স্কুল-কলেজ নিৰ্মাণ,

নিবনুৱাৰ সংস্থাপন আদি বিভিন্ন উন্নয়ন মূলক কামত অহো-পুৰুষাৰ্থ কৰিলে। চাহ-বাগিচাৰ মালিক সকলে মজদুৰৰ ওপৰত কৰা শোষণৰ প্ৰতিবাদ কৰি তাৰ প্ৰতিকাৰৰ অৰ্থে তেখেতে অহৰহ যত্ন কৰি থাকিল। এইদৰে তেখেতে সকলোধৰণৰ সামাজিক সমস্যাৰ মাজত জড়িত থাকি ঐকান্তিক পবিত্ৰ কৰ্তব্যবোধৰ আচৰণ কৰি সকলোৰে প্ৰিয়ভাজন হৈ উঠিল আৰু আন্তৰিক শ্ৰদ্ধা লাভ কৰিলে। গন্ধযুক্ত সুবৰ্ণ ফুলে মানুহৰ মন মুগ্ধ কৰাৰ দৰে শ্ৰীশইকীয়াৰ সেৱা-শুশ্ৰূষাতো লোক মুগ্ধ হ'ল।

# গৃহ-মন্ত্ৰী শ্ৰীশইকীয়া

১৯৭২ চনৰ নিৰ্বাচনত শ্ৰীহিতেশ্বৰ শইকীয়াক নাজিৰা বিধান-সভা সমষ্টিত কংগ্ৰেছ দলৰ প্ৰাৰ্থী হিচাপে মনোনীত কৰা হয়। সেই সময়ত কংগ্ৰেছৰ ওপৰ মহলাত ক্ষমতাৰ আঁৰিয়াআঁৰি বঢ়াৰ ফলত দলৰ কিছু সংখক লোকে শ্ৰীশইকীয়াক বিধায়ক হিচাপে পাবলৈ যত্ন কৰিছিল। ১৯৫৭ চনৰ ২৭ ডিচেম্বৰৰ পৰা ১৯৭১ চনৰ ২৫ ফেব্ৰুৱাৰীলৈকে তেৰ বছৰৰো অধিক কাল বিমলাপ্ৰসাদ চলিহা অসমৰ মুখ্যমন্ত্ৰী হৈ থকাৰ পিছত মহেন্দ্ৰ মোহন চৌধুৰী অসমৰ মুখ্যমন্ত্ৰী হয়। চৌধুৰী-চৰকাৰৰ ওপৰত তৌতিয়াৰ কিছু নেতা অসন্তুষ্ট হৈ পৰাত চৌধুৰীয়ে মুখ্যমন্ত্ৰীত্বৰ পদ হেৰুৱাব লগাত পৰে। তৌতিয়াৰ ভাৰতৰ প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে তেওঁক নি পঞ্জাবৰ ৰাজ্যপাল কৰিলে। কংগ্ৰেছৰ ওপৰ মহলাৰ নেতৃবৃন্দৰ মাজত ঘটা ক্ষমতাৰ প্ৰতিদ্বন্দ্বিতাই চৌধুৰীৰ ভাগ্য নিৰ্ধাৰণ কৰিলে বুলি সেই সময়ত এটা জনৰব চলিছিল। এইটো অৱশ্যে বিচাৰ কৰিবলগীয়া বিষয়। কিন্তু স্বৰূপাৰ্থত যুৱ-কংগ্ৰেছৰ নেতা শ্ৰীহিতেশ্বৰ শইকীয়াৰ সেই সময়ৰ ভূমিকাই চৌধুৰীৰ জীৱনৰ কেঁকুৰী ঘূৰোত গভীৰ প্ৰভাৱ পেলাইছিল বুলি ভাবিবৰ অৱকাশ আছে। এই কথা আমি আগতে উল্লেখ কৰি আহিছোঁ যে তেখেতে ব্যক্তিতকৈ জনতাক অধিক গুৰুত্ব দিয়ে। ব্যক্তি পূজাৰ প্ৰৱণতাৰে নেতা হব খোজা সকলক তেখেতে কেতিয়াও প্ৰশ্ৰয় দিয়া নাই। চৌধুৰীৰ পিছত যেতিয়া শ্ৰীশৰৎচন্দ্ৰ সিংহ ডাঙৰীয়া অসমৰ মুখ্যমন্ত্ৰী হ'ল ; তেতিয়াৰ পৰাই শ্ৰীশইকীয়াও অসম মন্ত্ৰী সভাৰ এগৰাকী বিশিষ্ট সদস্য হৈ পৰে, আৰু কংগ্ৰেছ মহলত নিজৰ বাবে এনে স্থান তৈয়াৰ কৰি ললে যাক বানপানীও লবাব নোৱাৰে।

১৯৭২ চনত শ্ৰীশৰৎচন্দ্ৰ সিংহৰ নেতৃত্বাধীন মন্ত্ৰীসভাত গৃহ,

শিক্ষা, স্বাস্থ্য আৰু জনসংযোগ বিভাগৰ ৰাজ্যিক পৰ্যায়ৰ মন্ত্ৰী স্বৰূপে শ্ৰীশইকীয়াৰ অবদান অনবদ্য আছিল। শিক্ষা, সংস্কৃতি, জনস্বাস্থ্য, জনকল্যাণমূলক অনুষ্ঠানৰ প্ৰচাৰ ইত্যাদিৰ বিষয়ে তেখেতে গভীৰ দৃষ্টি দিছিল। তেতিয়াই জনসাধাৰণে যুৱ-নেতা শ্ৰীহিতেশ্বৰ শইকীয়াৰ ওপৰত বহু প্ৰত্যাশা ৰাখিছিল। তেখেতে সেই প্ৰত্যাশা পূৰ্ণ কৰিলে।

ৰাজ্যিক পৰ্যায়ৰ মন্ত্ৰী হিচাপে প্ৰায় দুবছৰ কাল সুকলমে দায়িত্ব পালন কৰাৰ পিছত শ্ৰীশইকীয়া গৃহ দপ্তৰৰ পূৰ্ণ পৰ্যায়ৰ মন্ত্ৰীৰ পদ লাভ কৰাৰ যোগ্যতা অৰ্জন কৰিলে। গৃহমন্ত্ৰী হিচাপেও শ্ৰীশইকীয়াৰ ভূমিকা অত্যন্ত উল্লেখযোগ্য। শান্তি ৰক্ষাৰ নামত যেন কোনো প্ৰকাৰৰ ব্যৱসায়ী বুদ্ধিয়ে প্ৰভাৱ পেলাব নোৱাৰে তাৰ বাবে তেখেতে চিন্তা কৰিব ধৰিলে। এই উদ্দেশ্যে পোনতে আৰক্ষী বাহিনীক পুনৰ্গঠন কৰাৰ প্ৰয়োজনীয়তা উপলব্ধি কৰি এক নতুন পদ্ধতি প্ৰৱৰ্তন কৰা হল, যি পদ্ধতি আজিলৈকে বাহিনীটোত প্ৰৱৰ্তিত হৈ আছে।

শ্ৰীশইকীয়া ডাঙৰীয়াই গৃহ দপ্তৰৰ দায়িত্ব লোৱাৰ আগতে আৰক্ষী বাহিনীয়ে ৰাজ্যৰ আইন শৃংখলা ৰক্ষা কৰা, আৰু চৰকাৰৰ বিৰুদ্ধে হোৱা বা হব পৰা বিদ্ৰোহ দমন—এই দুটা কামেই প্ৰধানকৈ পালন কৰিছিল। আৰক্ষী বিভাগৰ কৰ্মচাৰী সকলে নিজ কৰ্তব্য পালনৰ প্ৰতি উদাসীন হৈ পৰিছিল। কাৰণ বিভাগটোৰ চিপাহী আৰু বিষয়া সকলৰ বাসস্থান আৰু কাৰ্যলয়ৰ আচবাববোৰ শোচনীয়ভাৱে দুখলগা অৱস্থাৰ আছিল। গতিকে কৰ্তব্য পালনৰ প্ৰতি বিভাগটোৰ কৌতুহল আছিল কম। কিন্তু শ্ৰীশইকীয়া ডাঙৰীয়াই ইয়াত প্ৰাণশক্তি প্ৰতিষ্ঠা কৰিবলৈ এক নতুন ধাৰা সংযোজন কৰিলে। তেখেতে প্ৰথমতে আৰক্ষী বাহিনীৰ সমস্যা সমূহ অধ্যয়ন কৰি সেইবোৰ আতৰাই অত্যাধুনিক ৰূপত গঢ় দিবলৈ আঁচনি হাতত ললে। সমস্ত হৃদয় দি আৰক্ষীবাহিনীটোক পুনৰ্গঠন কৰিবলৈ মূল্যৱান ভূমিকা ললে, আৰু মন দিলে। ব্ৰিটিছ চৰকাৰৰ আমোলৰ সময়ত চৰকাৰৰ গোমস্তা হিচাবে কাম কৰা এই বাহিনীটোক ৰাইজৰ আস্থাভাজন কৰি তুলিবলৈ একাগ্ৰ চেষ্টাৰ ত্ৰুটি নকৰিলে। তেখেতৰ এই চেষ্টাৰ ফলতে আৰক্ষী বাহিনীটোৱে লাভ কৰিলে এক নতুন

জীৱন আৰু তেতিয়াৰে পৰা হৈ পৰিল অধিক কৰ্মক্ষম। বিষয়া আৰু চিপাহী সকলে কাম কৰাৰ অন্ততঃ নিম্নতম সুবিধা খিনি লাভ কৰিলে। ৰাজ্যত দিনকদিনে বাঢ়ি অহা অপৰাধমূলক কাম-কাজক বাধা দিবৰ কাৰণে আৰু সময়মতে অপৰাধীক ধৰি শাস্তি বিধানৰ সমুচিত ব্যৱস্থা লোৱাৰ উদ্দেশ্যে তেখেতে গুৱাহাটীৰ কাহিলী পাৰাত এটি পূৰ্ণাঙ্গ আৰু অত্যাধুনিক ফৰেনচিক লেভেৰেটৰী স্থাপন কৰে। এই লেভৰেটৰীটো হোৱাৰ পিছৰ পৰাই অসমৰ আৰক্ষী বাহিনীয়ে আৰু অসমৰ বাহিৰলৈ গৈ অনুসন্ধান আৰু পৰীক্ষা-নিৰীক্ষা কৰিব লগীয়া হোৱা অসুবিধাৰ পৰা মুক্তি পালে, আৰু তেজপিয়া সকলৰ দুষ্কৃতিৰে পৰিপূৰ্ণ আৰু গোজপোটা স্বাৰ্থত আঘাত পৰিল।

আৰক্ষী বাহিনীটোক জন-সাধাৰণৰ আস্থা ঘূৰাই আনিবৰ উদ্দেশ্য শ্ৰীশইকীয়া ডাঙৰীয়াই এখন 'মাষ্টাৰ প্লেন' যুগুত কৰি উলিয়ালে। কিন্তু খুঁটিনাটি সকলো বিষয়ে সকলোৰে সৈতে আলোচনা কৰি ঐক্যমতত উপনিত হোৱাটো হৈ পৰিল প্ৰায় অসম্ভৱ। মাষ্টাৰ প্লেন যুগুতাই উলিওৱাৰ গুৰিটো যি আহুকালৰ সৃষ্টি হল, তাৰ আৰু জোট নাভাঙিল। সেয়ে তেখেতে ১৯৭১ চনৰ পুলিচ আয়োগে দিয়া পৰামৰ্শাৱলীৰ ভিত্তিতে অসম আৰক্ষী বাহিনীটো নতুন ৰূপত সজাই-পৰাই সুস্থ-সৱল আৰু কাৰ্যক্ষম কৰি তুলিবলৈ উৎসুক হৈ পৰিল আৰু ইয়াৰ বাবে সকলো ৰকমৰ অৰ্থ আৰু সাহাৰ্য দিবলৈ আগ্ৰহ প্ৰকাশ কৰিলে।

পূৰ্বতে যোগাযোগ ব্যৱস্থাৰ যি শিথিল ৰূপ আছিল, তাৰ সন্তোষজনক উন্নয়নৰ কাৰণে অসম পুলিচ অনাতাঁৰ কেন্দ্ৰ (APRO. Assam Police Radio Organisation)-ৰ প্ৰতি দৃষ্টি দিয়া হ'ল। শ্ৰীশইকীয়া ডাঙৰীয়াই এই অনুষ্ঠানটোক পূৰ্ণ-পৰ্যায়ত ৰূপায়িত কৰি তুলিবৰ বাবে আধুনিক সা-সুবিধাৰে ইয়াক সজ্জিত কৰি তুলিবলৈ গুৰু ভাৰখন কান্ধত ললে। জালুকবাৰীত এটা প্ৰশিক্ষক কেন্দ্ৰ উন্মোচন কৰা হ'ল আৰু এই কেন্দ্ৰটোৱে সমগ্ৰ উত্তৰ-পূৰ্ব অঞ্চলৰ ৰাজ্যসমূহৰ চাহিদা পূৰণ কৰিলে। শইকীয়া ডাঙৰীয়াই এনেভাৱে বিভাগটো ক গজ গজীয়া কৰি তুলিলে।

জনসাধাৰণৰ মাজত শান্তি ৰক্ষাৰ কাৰণে ২৩ খন নতুনকৈ আৰক্ষী চকী আৰু ১৫ খন উপ-আৰক্ষী চকীও স্থাপন কৰা হয়।

এই চকীবোৰত প্ৰয়োজনীয় চাহিদালৈ চাই ৩০০ জন উপ-পৰিদৰ্শক, আৰু ৩০০ জন চিপাহীৰ পদ সৃষ্টি কৰি আৰক্ষী বিভাগটোৰ সংস্কাৰ সাধন কৰা হল।

শ্ৰীশইকীয়া ডাঙৰীয়াই আৰক্ষী-বাহিনীটোক সকলো প্ৰকাৰে সাৰ্থক কৰি তুলিবলৈ উৎসুক হৈছিল, তাৰ নমুনা বহুত পোৱা যায়। এই বাহিনীটো সুষ্ঠ পৰিচালনাৰ অভাৱত সাৰ্থক হব নোৱাৰে। আৰক্ষী বাহিনীৰ প্ৰতিজন বিষয়া আৰু চিপাহীয়ে সকলোসময়তে দায়িত্ব পালনত অমনোযোগী কিয় হয় তাৰ উহ বিচাৰি উলিয়ালে। যদি থকাৰ কাৰণে উপযুক্ত গৃহ নাথাকে তেনেহলে তেওঁলোকৰ দায়িত্ব পালনত মনোযোগ আশ কৰা নিষ্ফল কাম হব। সেই কাৰণে পৰিচ্ছন্নতাপূৰ্ণ আবেষ্টনীৰ মাজত বাসগৃহ অতি প্ৰয়োজন। এই কথা চিন্তা কৰিয়েই শ্ৰীশইকীয়া ডাঙৰীয়াই বিষয়া আৰু চিপাহী সকলৰ বাবে গৃহ নিৰ্মাণ কৰি আৰক্ষী বাহিনীৰ লোকসকলৰ মাজত সেইবোৰ বিতৰণ কৰি তেওঁলোকক পৰিয়ালৰ লোক সকলৰ থকা-মিলাৰ চিন্তাৰ পৰা মুক্ত কৰে। ঘৰুৱা চিন্তাৰে মনভাৰ থাকিলে সমুচিত দায়িত্ব পালনত যে ব্যাহত হয়, সি ধ্ৰুৱপ। সেয়ে শ্ৰীশইকীয়া ডাঙৰীয়াই আৰক্ষী বাহিনীৰ বাবে গৃহ নিৰ্মাণত গুৰুত্ব প্ৰদান কৰি বিভাগটোৰ এলান্ধুবোৰ আঁতৰ কৰাৰ পথ সুগম কৰি থলে। এইদৰে দেখা যায় আৰক্ষী বাহিনীটোৰ উন্নতি-অগ্ৰগতিৰ ফালে আগুৱাই নিয়াত শ্ৰীশইকীয়াৰ আগ্ৰহৰ কোনো ত্ৰুটি দেখা নাযায়।

অথচ শ্ৰীহিতেশ্বৰ শইকীয়া গৃহ-দপ্তৰৰ মন্ত্ৰী হোৱাৰ পিছত তেখেত এজন বিতৰ্কিত ব্যক্তি হৈ পৰে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰসকলৰ ওপৰত আৰক্ষী বাহিনীৰ আতিশয্যৰ পিছত তেখেতৰ ডাঙৰ ভূমিকা আছিল বুলি অভিযোগ কৰে। সি যি কি হওঁক শ্ৰীশইকীয়া ডাঙৰীয়াই নিজৰ ওপৰত বিশিষ্ট আত্মপ্ৰত্যয় লৈ কৰ্মক্ষেত্ৰত আগবাঢ়িযোৱা এজন নিভীক নেতা। নীতিৰ ব্যাপৰত তেখেতে কোনো ধৰণৰ আত্মসমৰ্পণ কৰা আমি দেখা নাই। সৰুসুৰা কথা হ'লে অন্য কথা। কিন্তু য'ত জন-সাধাৰণৰ স্বাৰ্থৰ প্ৰশ্ন জড়িত তাত আপোচৰ কথাত তেখেত সদায় কঠোৰ। এই ক্ষেত্ৰত তেখেতৰ মন সদায় চহকী।

# শিক্ষামন্ত্ৰী শ্ৰীশইকীয়া

শিক্ষা জগতত আমাৰ দেশত পৰিশাসনমূলক পৰিবৰ্তন সাধিত হৈছে বুলি সঠিক কোৱা টান। স্বাধীন ভাৰতত অৱশ্যে কোনো কোনো অঞ্চলত মাধ্যমিক শিক্ষা ব্যৱস্থা পৰিচালনাৰ কাৰণে মাধ্যমিক শিক্ষা পৰিষদ গঠন কৰা হৈছে। প্ৰাথমিক শিক্ষাৰ কাৰণে ডিষ্ট্ৰিক্ট বোৰ্ড বিলাকৰ দায়িত্বই বেছি থাকে। শ্ৰীহিতেশ্বৰ শইকীয়া তিনিবাৰ অসমৰ শিক্ষামন্ত্ৰী হয়—প্ৰথমতে, শ্ৰীশৰৎচন্দ্ৰ সিংহ মন্ত্ৰী-সভাত মে ১৯৭২-ৰ পৰা মাৰ্চ ১৯৭৪ লৈ, দ্বিতীয়তে, শ্ৰীমতী আনোৱাৰা টাইমুৰৰ মন্ত্ৰীসভাত ডিচেম্বৰ ১৯৮০-ৰ পৰা জুন ১৯৮১ লৈ আৰু তৃতীয়বাৰ, শ্ৰীকেশৱচন্দ্ৰ গগৈৰ মন্ত্ৰীসভাত ১৯৮২ চনৰ জানুৱাৰীৰ পৰা মাৰ্চলৈ। তেখেত শিক্ষামন্ত্ৰী হোৱাৰ আগতে অসম চৰকাৰৰ প্ৰাথমিক শিক্ষাৰ কোনো পৃথক পৰিশাসনমূলে মৰ্যাদা নাছিল। সকলো তৰপৰ—প্ৰাথমিক, মাধ্যমিক কলেজীয়া বা উচ্চ-শিক্ষা একেজন কিক্ষাধিকাৰৰ তত্বাৱধানতেই চলিছিল। শ্ৰীশইকীয়া ডাঙৰীয়াই শিক্ষা দপ্তৰৰ দায়িত্ব লোৱাৰ পিছতেই তেখেতে প্ৰাথমিক শিক্ষাৰ বাবে প্ৰথম বাৰৰ বাবে শিক্ষাধিকাৰৰ পদ সৃষ্টি কৰে। ইয়াৰ পিছৰ পৰাই প্ৰাথমিক শিক্ষাই বিশেষ মৰ্যাদা আৰু প্ৰসাৰ লাভ কৰিলে।

স্বাধীনতা লাভৰ পিছত অসমত নবোদ্যমে বাধ্যতামূলক প্ৰাথমিক শিক্ষা আইন বিধিবন্ধ হয় যদিও ইয়াৰ সমুচিত ৰূপায়ণ বহুদিনলৈকে হোৱা নাছিল। শ্ৰীশইকীয়াই শিক্ষাদপ্তৰৰ দায়িত্ব গ্ৰহণ কৰি অসন্তোষ প্ৰকাশ কৰিলে এই বুলি যে প্ৰাথমিক শিক্ষা আইনখন স্ফুটুকাৰ যেন মাত্ৰ হৈ আছে। প্ৰাথমিক বিদ্যালয় সমূহৰ দুৰবস্থা দেখি তেখেতে সেইবোৰৰ উন্নয়নৰ কাৰণে নীতি অনুসাৰে ব্যৱস্থা হাতত ললে। শ্ৰীশইকীয়া ডাঙৰীয়াই দেখিলে যে মিছনাৰী স্কুল-

বিলাকৰ ঘৰদুৱাৰ, তাৰ আচবাৰ ইত্যাদিৰ তুলনাত ৰাজ্য চৰকাৰৰ তত্বাবধনাত থকা প্ৰাথমিক স্কুলবিলাকৰ অৱস্থা একেবাৰে পানীত হাঁহ নচলাৰ দৰে। কিছুমান পাঠশালাৰ অৱস্থাতেনেই শগুণ পৰাৰ দৰে, মৰো-জীউকৈ থকাৰ নিচিনা। তেখেতে এই কথা ভালদৰে উপলব্ধি কৰিলে যে প্ৰাথমিক স্কুল বিলাকৰ এনে শোচনীয় অৱস্থা অব্যাহত থাকিলে শিক্ষা আইন প্ৰৱৰ্তন কৰাতো কিছুতেই সম্ভৱ হৈ নুঠিব। দেখা যায় যে কেৱল মাত্ৰ শিক্ষাক অবৈতনিক কৰিলেই ল'ৰা-ছোৱালী স্কুললৈ যোৱাৰ সমস্যা সমাধান নহয়। যাতায়তৰ অসুবিধাও সমস্যা সমাধানত গুৰুতৰ বাধা ৰূপে থাকি যায়। সেই কাৰণে শ্ৰীশইকীয়া ডাঙৰীয়াই প্ৰথমেই স্কুল-ঘৰ আৰু আচবাববোৰ উন্নয়নৰ ওপৰত নজৰ দিয়ে। তাৰ উপৰি ল'ৰা-ছোৱালীয়ে যাতে নিজৰ গাওঁৰ পৰা গৈ আন ঠাইৰ স্কুলত পঢ়িব লগীয়া নহয়, তাৰ বাবে প্ৰত্যেক গাঁৱতে একোখনকৈ প্ৰাথমিক বিদ্যালয় স্থাপনৰ পৰিকল্পনা কৰে আৰু এই পৰিকল্পনা মতে কাম কৰে। শিক্ষকসকলক দৰমহা দিয়াৰ ক্ষেত্ৰতো সুব্যৱস্থা নিৰ্ধাৰণ কৰা হ'ল। আগতে এনে বহু বিদ্যালয় আছিল যি বোৰত শিক্ষক সকলক দৰমহা দিয়াৰ বাবে নিয়মিত অনুদান দিয়াৰ ব্যৱস্থা নাছিল। সেইগুনে শিক্ষক সকলো ঠিহিৰা পৰি আছিল। শ্ৰীশইকীয়া ডাঙৰীয়াই শিক্ষক সকলক দৰমহা দিয়াৰ সুনিশ্চিত ব্যৱস্থা ললে। তেতিয়াহে প্ৰাথমিক স্কুল বিলাকৰ শিক্ষক সকল কিছু উৎসাহী হল।

শ্ৰীহিতেশ্বৰ শইকীয়া কেৱল শিক্ষাবিদেই নহয়, তেখেত এগৰাকী শিক্ষকসকলৰ সহায়ক আৰু বন্ধু।

"পিকো বসন্তস্য গুণং ন বায়সঃ
কৰী চ সিংহস্য বলং ন মূষিকঃ ॥"

"কুলিচৰায়ে বসন্তকালৰ মোল বা গুণ বুজিব পাৰে; কাউৰীয়ে বুজিব নোৱাৰে। সেইদৰে হাতীয়ে সিংহৰ বল উপলব্ধি কৰিব পাৰে; কিন্তু এন্দুৰে কেতিয়াও নোৱাৰে।" শ্ৰীশইকীয়া ডাঙৰীয়াও এজন যশস্বী শিক্ষক আছিল। সেয়ে তেখেতে শিক্ষক সকলক শ্ৰদ্ধা কৰিব জানে; আৰু তেখেত সকলৰ অভাৱ, সমস্যা আদি গভীৰভাৱে উপলব্ধি কৰিব পাৰে। গতিকে শিক্ষামন্ত্ৰী হোৱাৰ



নতুন দিল্লীত ফকৰুদ্দীন আলি আহমেদৰ সৈতে শ্ৰীশইকীয়া আৰু তেখেতৰ পৰিয়ালৰ কেইগৰাকীমান।



লাচিত বৰফুকনৰ মূৰ্তিৰ আৰ্হি চোৱাৰ উদ্দেশ্যে বোম্বেৰ শিল্পী সাথেৰ ঘৰত শ্ৰীশইকীয়া।

পিছত শিক্ষক সকলৰ সমস্যাৰ প্ৰতি তেখেত হৈ পৰিল সদা সহানুভূতিশীল। কোনো শিক্ষকে তেখেতৰ ওচৰ চাপিলে পাৰ্যমানে সহায় কৰি দিয়ে। তেখেত শিক্ষা-মন্ত্ৰী হৈ থকা সময়ত আটাইতকৈ স্মৰণীয় কাম হ'ল ১৯৭৭ চনত মাধ্যমিক স্কুলৰ পশিচ হাজাৰ শিক্ষকৰ চাকৰি চৰকাৰী কৰণ, যাৰ ফলত মাধ্যমিক শিক্ষক সকলে ইমানদিনে ভুগি অহা হতাশাৰ পৰা মুক্ত হল আৰু আৰ্থিক দিশত সকাহ লাভ কৰাৰ কাঠীয়া সিঁচিলে। এই বলিষ্ঠ আৰু প্ৰগতিশীল ব্যৱস্থা গ্ৰহণৰ কাৰণে শ্ৰীশইকীয়াই শিক্ষক সকলৰ প্ৰতি আন্তৰিকতাপূৰ্ণ ব্যৱহাৰ দেখুৱাই সৰ্বজনৰ প্ৰশংসাৰ পাত্ৰ হৈছে।

উচ্চশিক্ষাৰ ক্ষেত্ৰতো শ্ৰীশইকীয়াৰ আমোলত পূৰ্বৰ অনিশ্চিত পৰিস্থিতিৰ অনেক উন্নতি ঘটিছে। তেখেতৰ দিনতে অসমৰ কলেজ শিক্ষক সকললৈ বিশ্ববিদ্যালয় মঞ্জুৰী আয়োগৰ নিৰ্ধাৰিত বেতন দিবলৈ ঠিক কৰা হয়। এই ব্যৱস্থা প্ৰৱৰ্তনৰ দ্বাৰা কলেজ শিক্ষক সকলৰ বহুদিনীয়া দাবী পূৰণ হোৱাৰ উপৰি তেওঁলোকৰ চাকৰিৰো নিৰাপত্তা হয় আৰু অধ্যাপকৰ পদসমূহৰ নিৰপেক্ষ নিয়োগ সম্ভৱ হৈ উঠে। এই ব্যৱস্থাৰ দ্বাৰা যে অকল শিক্ষক সকলহে উপকৃত হৈছে, এনে নহয়, শিক্ষাদানৰ ক্ষেত্ৰত আৰু শিক্ষা গ্ৰহণৰ ক্ষেত্ৰত এটি শৈক্ষিক বাতাৱৰণৰো সৃষ্টি হৈছে। শিক্ষক সকলৰ মনত সন্তুষ্টি অহাৰ লগতে শিক্ষাদানতো তেওঁলোকে একাগ্ৰতাৰে দায়িত্ব পালনত আত্মনিয়োগ কৰাৰ মানসিক প্ৰস্তুতি লাভ কৰিছে। ফলত শিক্ষাৰ ক্ষেত্ৰত উচ্ছ্বাস বিকশিত হৈ উঠিছে।

অসমৰ শিক্ষা বিস্তাৰৰ ক্ষেত্ৰত শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰ যি ভূমিকা তাৰো এটা অভিলেষ আছে। এই কথা সকলোৰে জানে যে আমাৰ দেশত যি আধুনিক শিক্ষা ব্যৱস্থাৰ প্ৰৱৰ্তন কৰা হৈছিল তাৰ মাজত আধুনিক বিজ্ঞান শিক্ষাৰ কিছু ব্যৱস্থা আছিল যদিও, ব্যৱহাৰিক দিশত ইয়াৰ বিশেষ সুযোগ-সুবিধা নাছিল। ফলত বিজ্ঞান শাখাৰ কৃতি আৰু প্ৰতিভাবান ছাত্ৰ সকলে কাৰিকৰী অধ্যয়নৰ পৰিবৰ্তে চৰকাৰী চাকৰি গ্ৰহণ কৰিছিল। শ্ৰীশইকীয়া ডাঙৰীয়া শিক্ষামন্ত্ৰী হৈ থাকোঁতে বিজ্ঞান শিক্ষাৰ ওপৰত অধিক নজৰ দিয়া হয়; আৰু কাৰিকৰী শিক্ষানুষ্ঠানৰ সম্প্ৰসাৰণৰ ব্যৱস্থা হাতত লোৱা হয়।

এইদৰে দেখা যায় শিক্ষা বিভাগটো শ্ৰীশইকীয়াৰ কাৰণে এটি অত্যন্ত গুৰুত্বপূৰ্ণ জৰুৰি বিষয়। শিক্ষা বিষয়টো যে ইমান দিনে এটা এলাগী বিষয় হৈ আছিল এই কথা তেখেতে মনেপ্ৰাণে বাজিপালে। শিক্ষা-ক্ষেত্ৰত নৈৰাজ্য, শিক্ষক সকলৰ ভাবমূৰ্তি আৰু শিক্ষাৰ মানৰ অৱনতি, ছাত্ৰসকলৰ মাজত শৃঙ্খলাবোধৰ অভাৱ, পাঠ্যপুথিৰ নিম্নমান প্ৰভৃতি সমস্যা সমাধানৰ পথ বিচাৰি তেখেত বৰ ব্যস্ত হৈ পৰা দেখা যায়। এই ব্যস্ততাৰ জৰিয়তে শিক্ষাৰ অগ্ৰগতিত যি এক আলোড়নৰ সৃষ্টি হৈছে, সেয়া নিশ্চয় স্মৰণীয় বিষয়। মুঠতে শিক্ষা বিস্তাৰৰ ক্ষেত্ৰত যি গতানুগতিকতাই আমাক লম্ভিছিল, শ্ৰীশইকীয়াই তাক ওফৰাই দি, তাৰ ঠাইত বাস্তৱ দৃষ্টি-ভঙ্গি প্ৰয়োগ কৰি শিক্ষা বিস্তাৰৰ ক্ষেত্ৰ প্ৰশস্ত কৰি তুলিলে। শিক্ষা প্ৰচাৰৰ বিষয়ত ৰক্ষণশীলতাৰ যি মামৰ ধৰিছিল এলা-পেচা মানুহে সেইকথা গম নাপায়। শিক্ষা মন্ত্ৰী হোৱাৰ আগতে শ্ৰীশইকীয়া এগৰাকী অধ্যাপক আছিল বুলিহে ইয়াৰ জাবৰ-জোঠৰ বোৰ সাৰিপুছি পেলাবলৈ কিছু পৰিমাণে সক্ষম হৈছে। এই খিনিতে শ্ৰীশইকীয়া শিক্ষা মন্ত্ৰী হোৱাৰ সাৰ্থকতা। তেখেতৰ চিন্তাৰ স্বাতন্ত্ৰ্য প্ৰতিপাদনে অসমৰ শিক্ষা বিভাগক নতুন ৰূপ দিয়াত এইদৰে সফল লাভ কৰিছে।

# উদাৰ-জাতীয়তাবাদী শ্ৰীশইকীয়া

স্বাধীনতাৰ পিছত লোকপ্ৰিয় বৰদলৈদেৱক মুখ্যমন্ত্ৰী হিচাপে পোৱাতো অসমীয়া-জাতীয় জীৱনৰ কাৰণে ভাগ্যৰ বল বুলিয়েই কব লাগিব। বৰদলৈদেৱ মহাত্মা গান্ধীৰ একনিষ্ঠ অনুগামী আছিল। তেওঁ ভাৰতৰ ঐক্য আৰু সংহতিৰ প্ৰতি সচেতন থাকিও অসমৰ স্বকীয়া ৰাজনৈতিক মৰ্যাদাক সদায় সন্মান প্ৰদৰ্শন কৰিছিল। সেইকাৰণে তেওঁ অসমৰ স্বাৰ্থৰ খাতিৰত নিৰ্ভীক নেতৃত্ব দিবলৈ মুঠেই সংকোচ কৰা নাছিল। বৰদলৈ দেৱৰ বুদ্ধিমত্তা আৰু বিচক্ষণ ৰাজনৈতিক চিন্তাৰ ফলত বৃহত্তৰ অসমৰ বুনিয়াদ ৰচনাৰ যি পৰিকল্পনা, সি ৰূপায়িত হোৱাৰ পথত আগ বাঢ়িব পাৰিছিল। নাগালেণ্ড, মিজোৰাম, মেঘালয়, অৰুণাচলকে ধৰি বৃহত্তৰ অসম গঢ়াৰ বৰদলৈদেৱৰ সজীৱ চিন্তা ঠন ধৰি উঠিছিল। বৰদলৈদেৱৰ পিছৰ মুখ্যমন্ত্ৰী সকলৰ এজনেও এই ঐতিহ্য ৰক্ষা কৰিবলৈ সক্ষম নহ'ল। তেখেতৰ মৃত্যুৰ পিছত অসম খণ্ড বিখণ্ড হ'ল। ইয়াৰ কাৰণে আমি নেতৃত্বক দোষাৰোপ কৰাতকৈয়ো উগ্ৰ-অসমীয়া জাতীয়তাবাদকহে দায়ী কৰিব পাৰোঁ। কিন্তু তাতোকৈ দায়ী হ'ল ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা অসমলৈ অহা নবাগত সকলৰ প্ৰৱসুৱা মনোভাব আৰু তেওঁলোকে অসমৰ ৰাজনৈতিক ব্যক্তিত্ব আৰু সংস্কৃতিক নিজৰ বুলি গ্ৰহণ কৰিবলৈ প্ৰকাশ কৰাৰ অনিচ্ছা। এই অনিচ্ছা আৰু প্ৰৱসুৱা মনোভাৱ পোষণ কৰি তেওঁলোকে অসমৰ ঐক্য আৰু সংহতিত যি আঘাত হানিছে, তাৰ প্ৰতিকাৰ কৰাৰ জোখাৰে বৰদলৈদেৱৰ পিছত আৰু এজনো মুখ্যমন্ত্ৰী আমি নাপালোঁ। ইফালে অসম এখন বৈচিত্ৰ্যপূৰ্ণ জাতি-উপজাতিৰে পৰিপূৰ্ণ ৰাজ্যৰ উপৰি হিন্দু-মুছলমান, বৌদ্ধ-খৃষ্টান আদি নানান সম্প্ৰদায়ৰ নানা সংস্কৃতিৰো মিলন ক্ষেত্ৰ। ইয়াত নানা ভাষা-ভাষীৰ

লোকৰো সমন্বয় ঘটিছে। অসমৰ বিভিন্ন ঠাইত অৱস্থিত চাহ-বাগিচাবোৰৰ মজদুৰে সকলে অসমৰ ৰাজনৈতিক জীৱনৰ লগত নিজকে মিলাই দিবলৈ কৰি অহা চেষ্টাও টুলদুঙাবিধৰ। এইবোৰ কথা চিন্তা কৰিলে আমাৰ আদান-প্ৰদানৰ মনোভাৱৰ দ্বাৰ উন্মুক্ত ৰাখিব লাগিব; তেতিয়াহে আমি আশ্চৰ্যকৰভাৱে অগ্ৰগতি সাধিব পাৰিম। তাকে নকৰি যদি আমি সংকীৰ্ণ উগ্ৰজাতীয়তাবাদী হৈ পৰোঁ তেন্তে আমাৰ ঐক্য আৰু সংহতিৰ ক্ষেত্ৰত খাল কাটি কুম্ভীৰ আনি লোৱাৰ দৰে হব।

সেইকাৰণে অসম আৰু অসমীয়াৰ ভাগ্য নিয়ন্ত্ৰণ কৰা যিকোনো ব্যক্তি, দল নাইবা প্ৰতিষ্ঠানে, সাধাৰণ শ্ৰেণীৰ লোক উন্মাদনাত আত্মহাৰা হ'লেও, মাদকতাত অন্ধ হৈ পৰিলেও সন্মাৰ্গৰ পৰা বিচলিত হব নালাগিব। কিন্তু সময়ে সময়ে আমি উন্মাদনাত আত্মহাৰা হোৱা, মাদকতাত অন্ধহোৱা দেখা পাওঁ, যাৰ ফল হিচাপে আমি অসমৰ স্বাৰ্থৰ পৰিপন্থী উচচ মূল্য দিব লগীয়া হৈছোঁ, আৰু অবাঞ্ছিত প্ৰভাৱৰ বলি হব লগীয়া হৈছোঁ। এইবোৰ কথা অনুসন্ধিৎসুসকলে নিশ্চয় উপলব্ধি কৰিব।

বিদ্বেষ, হিংসা, ভীতি, সাম্প্ৰদায়িকতা আৰু সংকীৰ্ণ প্ৰাদেশিকতাই আমাৰ ভৱিষ্যৎ ৰূপায়িত কৰিব পাৰিব নে নোৱাৰে সি হৈছে এই প্ৰসঙ্গত এটা গভীৰ প্ৰশ্ন। আমি যদি বুৰঞ্জীৰ পাত মেলি চাওঁ তেনেহলে কব লাগিব, নিশ্চয় নোৱাৰে। এই বোৰত সত্যৰ লেশমাত্ৰও নাই। ভুল মাধ্যমেৰে সজ উদ্দেশ্য এটা কেতিয়াও সিদ্ধি কৰিব নোৱাৰি। বৰং ইয়াৰ দ্বাৰা নিজৰ গাত জেং লগাই লোৱাহে হয়।

জীৱনৰ প্ৰতি খোজতে বাধা পাই আহিলেও শ্ৰীহিতেশ্বৰ শইকীয়াই এনে সংকীৰ্ণতাক কোনোদিনে প্ৰশ্ৰয় দি অহা নাই। তেখেতে উগ্ৰ জাতীয়তাবাদীৰ প্ৰতি আস্থা হেৰুৱাই পেলাইছে। তেখেতে বিচাৰে শক্তিশালী এখন অসম য'ত প্ৰতিজন নাগৰিকে সমান আসন পাব আৰু উৎকৰ্ষ সাধন বা সেৱাৰ সম্পূৰ্ণ সুযোগ লাভ কৰিব আৰু উগ্ৰ জাতীয়তাবাদ আৰু সাম্প্ৰদায়িকতা নাথাকিব। শ্ৰীশইকীয়া ডাঙৰীয়াৰ এনেবোৰ চিন্তাৰ কাৰণেই হবলা বহুতে তেখেতক অসমীয়া বিৰোধী বুলি নিন্দা কৰা শুনিছোঁ। যি সকলে অসমীয়া

প্ৰীতি বুলি নিজকে ৰোজাল-বোজাল কৰি ফুৰে, অথচ অসমীয়াৰ স্বাৰ্থতকৈ নিজৰ স্বাৰ্থত এৰেকৈয়া বোটলে সেইসকলে শ্ৰীশইকীয়া ডাঙৰীয়াৰ উদাৰ জাতীয়তাবাদক পচন্দ কৰাৰ প্ৰশ্নই উঠিব নোৱাৰে তেওঁলোকে জানি থোৱা উচিত যে সন্ধ্যাৰ ৰক্তৰাগৰ নিচিনাকৈ বিলাসিনীৰ অনুৰাগ ক্ষণস্থায়ী। সেইবাবে তেওঁলোকৰ এই নিন্দা বা তিৰস্কাৰ সত্বেও অসমৰ জনসাধাৰণে পুনৰবাৰ শ্ৰীশইকীয়া ডাঙৰীয়াক আকোৱালি ললে।

জাতীয়তাবাদৰ ওপৰত তেখেতৰ বিশ্বাস কেনেকুৱা জানিবলৈ আমি এদিন তেখেতক সুধিছিলোঁ। জৱহৰলাল নেহেৰুৰ উদ্ধৃতি দি তেখেত কৈছিল – "ভাৰতৰ এটা সত্তা আছেই। ই দৃঢ় আৰু অনাবিল ; ই বৰ্তমান বিলাই-বিপত্তি চেৰাই যাব পৰা আৰু এতিয়াৰ সামান্য অভাৱ অনাটনবোৰত কাতৰ নোহোৱা বিধৰ। এই কথা আমি শ্ৰদ্ধাৰে বিশ্বাস কৰোঁ যে ভাৰত এক, একাত্মা, অখণ্ড আৰু অবিভাজ্য দেশ। এখন বাসস্থান, একে সুখ দুখৰ ভাৱ আৰু এটা পৰিয়ালৰ স্নেহ সম্পৰ্কৰ আধাৰত আমাৰ এই ৰাষ্ট্ৰমন্দিৰ নিৰ্মাণ হৈছে। এনে অৱস্থাত জাতীয়বাদক প্ৰশ্ৰয় দিয়াতো আমি কেতিয়াও নিবিচাৰোঁ। কিন্তু উদাৰ-জাতীয়তাবাদী সকলক মই শ্ৰদ্ধা কৰোঁ।" শ্ৰীশইকীয়া ডাঙৰীয়াৰ এই উক্তিয়ে তেখেতৰ সংস্কৃতি সম্পন্ন মনৰ পৰিচয় ফৰকাল কৰি তুলিছে। সংস্কৃতিয়ে সমাজৰ সংহতি ৰক্ষা কৰে। অসমৰ নিচিনা এখন ৰাজ্যৰ য'ত বিভিন্ন জাতি-উপজাতি, জনজাতি ভৰি আছে, য'ত বিভিন্ন ভাষা-সম্প্ৰদায়ৰ লোক আছে, সমাজৰ মাজত সংহতি ৰক্ষা কৰিবলৈ যিয়ে উদাৰ মনোভাৱ লৈ কাম কৰিব পাৰিব সেইজনেই সঁচা অৰ্থত প্ৰকৃত ৰাজনৈতিক নেতা। শ্ৰীশইকীয়া ডাঙৰীয়া সেই গুণেত এজন মহৎ নেতা।

# অসম আন্দোলনৰ পটভূমি ঃ ৰাজনৈতিক অস্থিৰতা

১৯৭৭ চনৰ নিৰ্বাচন ভাৰতৰ ইতিহাসত এক স্মৰণীয় ঘটনা। এই নিৰ্বাচনত শ্ৰীমতী ইন্দিৰা গান্ধী আৰু তেওঁৰ দলৰ শোচনীয় পৰাজয় হয়। শ্ৰীমতী গান্ধীৰ বিৰুদ্ধে অভিযোগ আছিল, তেওঁ স্বেৰাচাৰী। মুদ্ৰামূল্য হ্রাস, বেঙ্কজাতীয়কৰণ, ৰাজন্যবৰ্গৰ বিশেষ সুযোগ-সুবিধা হ্রাস ইত্যাদি প্ৰত্যেকটো সিদ্ধান্ত আছিল ইন্দিৰা গান্ধীৰ সাহস আৰু দূৰদৃষ্টিৰ দৃষ্টান্ত। তেওঁৰ মতে সামন্ত তান্ত্ৰিক সুযোগ-সুবিধা বিলোপৰ প্ৰস্তাৱৰ জৰিয়তে ইতিহাসৰ চেতনা প্ৰকাশ কৰা হৈছে। এইটো সঁচা কথা যে তেওঁ নীতিৰ ক্ষেত্ৰত কোনো ধৰণৰ আত্মসমৰ্পণ কৰিবলৈ সম্মত নহয়। ইন্দিৰা গান্ধীৰ চৰিত্ৰৰ এই বৈশিষ্ট্যৰ কাৰণে তেওঁক স্বেৰাচাৰী বুলি কোৱাৰ যদি যুক্তি থকা বুলি কোনোবাই ভাবে, সেয়া নিজস্ব ভাৱনা-চিন্তাৰ কথা। ইন্দিৰা যুগৰ কেইটামান ঘটনাই ভাৰতৰ ৰাজনৈতিক ইতিহাসত খলক নকৰা নহয়। ১৯৬৯ চনত ৰাষ্ট্ৰপতি নিৰ্বাচনক কেন্দ্ৰ কৰি জাতীয় কংগ্ৰেছত প্ৰথম বিভাজনৰ সৃষ্টি হৈছিল। তাৰ পিছত ১৯৭১ চনত বাংলাদেশৰ মুক্তিযুদ্ধ আৰু ভাৰতবৰ্ষৰ ঐতিহাসিক ভূমিকা। ১৯৭৬ চনত জৰুৰি অৱস্থাৰ প্ৰৱৰ্তন আৰু তাৰ পিছৰ কেইমাহ মান তেওঁৰ জীৱনৰ এক সংকটময় অৱস্থা। ১৯৭৭ চনৰ সাধাৰণ নিৰ্বাচনত ইন্দিৰাগান্ধী আৰু তেওঁৰ দলৰ শোচনীয় বিপৰ্যয় তেওঁৰ জীৱনত গ্ৰহণ কৰিবলগীয়া হৈছিল। এই ঘটনা সমূহে গান্ধী এফালে যিমান জনপ্ৰিয় হৈ উঠিছিল; অন্যদিশত আকৌ তেওঁৰ প্ৰতি জনসাধাৰণৰ বিশ্বাস আৰু দৃঢ়তা লাহে লাহে কমিও আহিছিল। গণতন্ত্ৰত জনসাধাৰণৰ আস্থা আৰু বিশ্বাসেই নেতা সকলৰ মূলধন। ইন্দিৰা

গান্ধীৰ ওপৰত জন-সাধাৰণৰ বিশ্বাস আৰু আস্থা কমি অহাৰ কাৰণে তেওঁৰ বিৰুদ্ধে স্বৈৰাচাৰী বুলি অভিযোগ কৰিবলৈ সাহস কৰা হৈছে। কিন্তু এই অভিযোগৰ পিছত চিন্তাতকৈ অনুভূতিয়ে যে বেছি প্ৰাধান্য লাভ কৰিছে তাত সন্দেহ নাই।

সি যি কি হওঁক, জন-সাধাৰণৰ সদিচ্ছা লাভৰ ফলত দিল্লীত জনতা দলে ক্ষমতা লাভ কৰিবলৈ সমৰ্থ হয়। মধ্যপ্ৰদেশ, বিহাৰ, উড়িষ্যা, গুজৰাট, মহাৰাষ্ট্ৰ, কৰ্নাটক, ৰাজস্থান, হৰিয়ানা, উত্তৰপ্ৰদেশ, চিকিম, হিমাচল প্ৰদেশ, পাঞ্জাৱ প্ৰভৃতি ৰাজ্যতো এই দলে ক্ষমতাত অধিষ্ঠিত হয়। কেৰালাত অন্যান্য গণতান্ত্ৰিক দলৰ সহযোগত সম্মিলিত গণ-তান্ত্ৰিক ফ্ৰণ্ট গঠন কৰি কংগ্ৰেছ (ই) দলে কোৱালিচন মন্ত্ৰীসভা গঠন কৰিলে।

জনতাঢৌৱে সেই সময়ত সমগ্ৰ উত্তৰ ভাৰতক কোবাই গৈছিল যদিও, অসমত তেতিয়াও কংগ্ৰেছৰ শক্তিশালী প্ৰভাৱৰ কোনো পৰিবৰ্তন পৰিলক্ষিত হোৱাৰ চিন-মোকাম দেখা নগৈছিল। শ্ৰীশৰৎ চন্দ্ৰ সিংহ আৰু শ্ৰীহিতেশ্বৰ শইকীয়াৰ গাত তেতিয়ালৈকে টোপ এটাও পৰা নাছিল। তেখেত সকলে নিজ নিজ ক্ষমতা আৰু প্ৰভাৱ বিস্তাৰ কৰিবলৈ তেতিয়াও কোনো ধৰণৰ অসুবিধাৰ সন্মুখীন হোৱা নাছিল। চৌধ্যখন লোকসভাৰ আসনৰ ভিতৰত এই দলে দহখন আসনতেই নিজৰ প্ৰভাৱ সাব্যস্ত কৰিব পাৰিছিল। এই বাস্তৱ সত্যৰ পৰা অসমত কংগ্ৰেছৰ প্ৰাধান্যৰ বিষয়ে সম্যক উপলব্ধি কৰিব পাৰি। অসমক কংগ্ৰেছৰ প্ৰভাৱৰ পৰা মুক্ত কৰিবলৈ কেন্দ্ৰৰ নতুন জনতা চৰকাৰে বহু কৌশলেৰে জাল পেলাব ধৰিলে। কিন্তু সেই জালত ৰৌ-বৰালী কিয় পুঠি-খলিহাও নপাৰিল।

তথাপিতো ৰাজ্যৰ জনতা বিধায়ক সকলে অসমত কংগ্ৰেছক চৰকাৰ গ্ৰহণৰ অযোগ্য বুলিয়েই ভাবি আশাৰ কীট পুহি ৰাখিলে। শাসনৰ বাঘজৰী কংগ্ৰেছৰ হাতৰ পৰা নিজৰ হাতত তুলি লবলৈ তেওঁলোকৰ আকাঙ্ক্ষাই খদমদম লগালে। এনেতে ভূতৰ ওপৰত দানহ পৰিল। কেইগৰাকী মান কংগ্ৰেছ বিধায়কে তেওঁলোকৰ ভৱিষ্যত পথৰ অন্বেষণত যথাযত ৰক্ষা কৰিবলৈ অসমৰ্থ হ'ল; ফলত দলৰ মাজত সংঘৰ্ষ হৈ উঠিল অনিবাৰ্য আৰু নেতৃত্বৰ সলনিৰ বাবে তেওঁলোক হৈ পৰিল অতিব্যগ্ৰ। দিল্লীৰ জনতা চৰকাৰত

অসমক প্ৰতিনিধিত্ব কৰা শ্ৰীমতী ৰেণুকাদেবী বৰকটকীয়ে পৰিস্থিতিৰ এই সুবিধা গ্ৰহণৰ বাবে তৎপৰ হৈ উঠিল। তেওঁ দলৰ সদস্য সকলক দিচপুৰৰ জনতা ভৱনলৈ চকু ৰাখিবলৈ উৎসাহিত কৰিলে। এইদৰে ইঙ্গিত পাই তেওঁলোকে শাসকদলৰ বিধায়কক হাত কৰিবলৈ অহৰহ চেষ্টা চলাব ধৰিলে। সেই সময়ত নিজৰ আৰ্জিত গুণেৰে সমৃদ্ধ শ্ৰীহিতেশ্বৰ শইকীয়া আছিল অসমৰ গৃহমন্ত্ৰী। অসমৰ ৰাজনৈতিক সোঁতত কিদৰে নাঁও বাব লাগে চতুৰ শ্ৰীশইকীয়াই তাক ভালদৰে আয়ত্ব কৰি লৈছিল। তেখেতে গুৰি ব'ঠাপাত টানি ধৰাৰ ফলতে সেইবাৰ জনতা দলে অসমৰ ক্ষমতা দখল কৰাত বিশেষ গা-কৰিব নোৱাৰিলে। সিংহ মন্ত্ৰীসভাই নিজৰ সময় ছোৱালৈকে নিৰ্বিঘ্নে তিষ্ঠি থাকিল। শ্ৰীশইকীয়াই এইদৰে পৰিস্থিতিক চম্ভালি লবলৈ সক্ষম হোৱা গুণে, বহুতে তেখেতক কংগ্ৰেছৰ ঘাই ধৰণী বুলি জ্ঞান কৰিবলৈ ধৰিলে।

সিংহ মন্ত্ৰীসভাৰ সময় উকলি যোৱাৰ পিছত ১৯৭৮ চনত অসমত নিৰ্বাচন অনুষ্ঠিত হয়। ১২৬ খন আসনৰ ভিতৰত জনতাদলে ৫৩ খন আৰু কংগ্ৰেছে ২৬ খন আসনহে লাভ কৰিবলৈ সমৰ্থ হয়। জনতা দলক চৰকাৰ গঠন কৰিবলৈ আৰু ১১ খন আসনৰ প্ৰয়োজন হৈ ৰ'ল। সেয়ে সেইসময়ৰ জনতাদলৰ সভাপতি শ্ৰীচন্দ্ৰশেখৰে শ্ৰীশৰৎ চন্দ্ৰ সিংহ ডাঙৰীয়াক ফোন কৰি কলে—"হয় হিতেশ্বৰ শইকীয়াৰ লগত জনতা দলত যোগদি আপুনি মন্ত্ৰীসভা গঠন কৰক, নহয় আমাৰ লগত কোৱালিচন চৰকাৰ গঠন কৰি হ'লেও অসমৰ শাসনৰ গাদীত বহক।' শ্ৰীসিংহই শ্ৰীশইকীয়াৰ লগত শ্ৰীচন্দ্ৰ শেখৰে আগবঢ়োৱা প্ৰস্তাৱৰ বিষয়ে আলোচনা কৰিলে আৰু শেষত মান্তি নহওঁ বুলি খাটাংকৈ কৈ লেঠা মাৰি থলে। তেতিয়াহে জনতা বিধায়ক সকলে দীঘলকৈ উশাহ ললে—তেওঁলোকৰ বিষ্ট খণ্ডিল বুলি। তেওঁলোকে শ্ৰীশইকীয়াৰ বুদ্ধিক বজ্ৰৰ দৰে দেখিছিল! অৱশেষত ভৈয়াম জনজাতি পৰিষদ আৰু চি পি আই (এম)-ৰ স্বৰ্ত্তসাপেক্ষ সমৰ্থনত জনতাদলে মন্ত্ৰীসভা গঠন কৰিলে। ভৈয়াম জনজাতি পৰিষদৰ জন্মই হৈছিল এখন পৃথক জনজাতি গঠনৰ দাবীত। গতিকে জনতা চৰকাৰ থন হৈ পৰিল টলঙটা পৰিস্থিতিৰ মাজত ভাঁহি থকা এক অনিশ্চয়তাৰ সোঁতত উটি যাওঁ

উঠি যাওঁ হোৱা নাঁৰৱ দৰে। জাতীয় চৰিত্ৰ নিৰ্মল আৰু কৰ্মঠ কৰি তুলিবলৈ, এই চৰকাৰৰ শৰীৰত সাহস আৰু উদ্যমৰ স্বাভাৱিকতে অভাৱ হৈ পৰিল। শ্ৰীহিতেশ্বৰ শইকীয়া সদায় ৰাজনীতিত যুক্তিবাদী আৰু বাস্তবাদী। তেখেতে এই অৱস্থাৰ আঁৰত থাকি ক'ৰ পানী ক'লৈ যায়, তাৰ গতি-বিধি নিৰীক্ষণ কৰি থাকিল।

ইতিমধ্যে এক ক্ৰমাগত গতিত অসমৰ ৰাজনৈতিক বাতাৱৰণ নিদাৰুণ আৰু ক্ষতিকাৰক হবলৈ আৰম্ভ কৰিলে। সদৌ অসম ছাত্ৰসন্থাই ১৯৭৮ চনৰ আগষ্ট মাহত অসমৰ বিদেশী নাগৰিকৰ সমস্যাটো লৈ যোৰহাটৰ বিজ্ঞান মহাবিদ্যালয়ত এখন প্ৰতিনিধিত্ব-মূলক সভা পাতি সমস্যাটোৰ প্ৰতি ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হ'ল। সভাৰ মূল দাবী হ'ল—"বহিৰা গতৰ সোঁত বন্ধ কৰক আৰু বহিস্কাৰ কৰক।" অসমীয়া ৰাইজে ছাত্ৰ সন্থাৰ এই ধ্যান-ধাৰণাক একান্তমনে আকোৱালি ললে। ইফালে মঙ্গলদৈ লোক সভা সমষ্টিৰ প্ৰতিনিধি হীৰালাল তেৱাৰীৰ মৃত্যুৰ ফলত খালী হোৱা সেই আসনৰ বাবে উপ-নিৰ্বাচন পাতিবলগীয়া হয়। সেই সময়তো ভোটাৰ তালিকাখন সংশোধনী কৰাৰ বাবে দাবী উত্থাপন হয়। জনতা চৰকাৰে তালিকাখনৰ পৰা বিদেশী নাগৰিকৰ নাম আতৰাই দিবৰ বাবে বিবেচনা কৰিবলৈ সময় বিচাৰিলে। আনহাতে ১৯৭৯ চনৰ জুন মাহৰ ভিতৰতে ভোটাৰ তালিকাৰ সংশোধন কাৰ্য শেষ হব লাগিব। বিদেশী নাগৰিকৰ নাম বাতিল কৰাৰ সমৰ্থনত অসমীয়া অনুভূতিয়ে ক্ৰমে গভীৰতা লাভ কৰিলে। অসমীয়া অনুভূতিৰ প্ৰতি সহাৰি জনাই সদৌ অসম ছাত্ৰ সন্থাই জন-সাধাৰণক জাতীয় আন্দোলনৰ লগত চামিল কৰাতো নিৰৰ্থক নহব বুলি সুবিধাৰ সুযোগ গহন কৰিবলৈ চিন্তা কৰিলে। এই চিন্তাৰ ফলশ্ৰুতি স্বৰূপে ১৯৭৯ চনৰ ২৭ আগষ্ট তাৰিখে ডিব্ৰুগড়ত সদৌ অসম ছাত্ৰ সন্থাৰ উদ্যোগত অনুষ্ঠিত অভিবৰ্তনত—"অসম গণ-সংগ্ৰাম পৰিষদ" গঠন হয়। গণ-সংগ্ৰাম পৰিষদে বিদেশী বিতাড়নৰ উদ্দেশ্যে নিৰৱচ্ছিন্নভাবে আন্দোলন চলাই যাবলৈ কাৰ্যসূচী হাতত ললে; আৰু যেতিয়া ১৯৮০ চনৰ প্ৰথম ভাগতে লোকসভাৰ মধ্যৱৰ্তী নিৰ্বাচন অনুষ্ঠিত হব বুলি ঘোষণা কৰা হ'ল;

গণ-সংগ্ৰাম পৰিষদে ভোটাৰ তালিকা খন সংশোধক নকৰা পৰ্যন্ত নিৰ্বাচন অনুষ্ঠিত কৰিবলৈ বাধা দিবৰ কাৰণে দৃঢ়-সংকল্প হ'ল। বিদেশী নাগৰিককক ভোটাৰ তালিকাত সাঙুৰি দিলে অসমীয়াৰ প্ৰতিপত্তি হেৰাই যাব পাৰে—এই চিন্তাই অসমীয়াৰ মনত আশংকাৰ কীট জন্ম দিলে। সেয়ে সদৌ অসম ছাত্ৰ সন্থাইও ১৯৮০ চনৰ ২ ফেব্ৰুৱাৰী তাৰিখে বিদেশী নাগৰিকৰ সমস্যাৰ সন্দৰ্ভত ভাৰতৰ প্ৰধান মন্ত্ৰীলৈ দিয়া স্মাৰক পত্ৰৰ যোগেদি অসমত যিকোনো নিৰ্বাচন পতাৰ আগেয়ে সংশ্লিষ্ট ভোটাৰ তালিকাৰ পৰা বিদেশী নাগৰিকৰ নাম বাতিল কৰিবলৈ দাবী উত্থাপন কৰিলে।

ভোটাৰ তালিকাৰ পৰা বিদেশী নাগৰিকৰ নাম বাতিল কৰাৰ দাবী উত্থাপিত হোৱাৰ সমসাময়িক কালতে জনতা চৰকাৰৰ মন্ত্ৰীসভাৰ পৰা দুগৰাকী ধৰ্মীয় সংখ্যা লঘু সম্প্ৰদায়ৰ সদস্যক বহিভূৰ্ত কৰা হয়। ধৰ্মীয় সংখ্যা লঘু সম্প্ৰদায়ৰ মন্ত্ৰী দুগৰাকীয়ে বৰবৰা চৰকাৰে আন্দোলন কাৰী সকলৰ লগত সুৰ মিলাই যোৱা নীতিৰ বিৰুদ্ধাচৰণ কৰিছিল। সংখ্যালঘুৰ প্ৰতিনিধিসকল আৰু চি· পি আই (এম) প্ৰমুখ্যে ৰাষ্ট্ৰীয় দলসমূহ হৈ পৰিছিল বৰবৰা চৰকাৰৰ দৃষ্টিভঙ্গীৰ প্ৰতি সন্দিগ্ধ। সংখ্যালঘুসকলৰ চেতনাৰ পৰম্পৰাত নিজৰ ভৱিষ্যতৰ চিন্তাই আৱশ্যম্ভাৱীৰূপে প্ৰভাৱ পেলোৱাৰ ফলত বিদেশী নাগৰিক বিতাড়নৰ দাবীৰ প্ৰতি স্বাভাৱিকতে তেওঁলোকৰ ধাউতি কমি গ'ল। এনে পৰিস্থিতিত বৰবৰা মন্ত্ৰী সভাই বেছি দূৰ আৰু দৌৰিব নোৱাৰিলে। মাৰ্ক্সবাদী আৰু শ্ৰীযোগেন হাজৰিকা প্ৰমুখ্যে কেই গৰাকীমান বিধায়কে বৰবৰাৰ প্ৰতি তেওঁলোকৰ সমৰ্থন পৰিত্যাগ কৰাত ১৯৭৯ চনৰ নবেম্বৰ মাহত বৰবৰা মন্ত্ৰী সভাৰ পতন ঘটে।

অসমৰ ৰাজনৈতিক পৰিস্থিতিৰ এই গ'ল হোৱাৰা অৱস্থা দেখি বিৰোধী দল সমূহে নতুন চৰকাৰ এখন গঠন কৰিবলৈ শ্ৰীযোগেন হাজৰিকাক টিপ্ দি উৎসাহিত কৰিলে। শ্ৰীহাজৰিকায়ো আগ-গোৰ ভাবি নোচোৱাকৈ বিৰোধী দল সমূহৰ আশীৰ্বাদত চৰকাৰ গঠন কৰিলে হয়; কিন্তু বেছি দিন চম্ভালি ৰাখিব নোৱাৰিলে।

আন্দোলনকাৰী সকলৰ হৃদয় পৰিবৰ্তন কৰাতো তেতিয়া কোনো পথেৰেই সম্ভৱপৰ হৈ নুঠিল। তেতিয়া আন্দোলনৰ পৰিসৰ ইমান

ব্যাপক হৈ উঠিছিল যে চৰকাৰে বহু ধৰণৰ নীতি প্ৰয়োগ কৰিও আন্দোলৰ প্ৰচণ্ড গতিবেগক বাধা দিব পৰা নাছিল। আন্দোলনকাৰী সকলৰ বিক্ষোভ প্ৰদৰ্শনত হাজাৰ হাজাৰ জনতা আনকি ৰাজ্যিক কৰ্মচাৰী সকলেও সহযোগ কৰি আন্দোলনৰ গতিবেগক তীব্ৰতৰ কৰি তুলিলে। জন-সাধাৰণৰ পৰা এনে অকৃত্ৰিম সহযোগ লাভ কৰি আন্দোলনকাৰী সকলৰ ধমনী উৎসাহেৰে ভৰি পৰিল, বিদেশী নাগৰিকক বিতাড়ন কৰিবই—এই দুৰন্ত মানসিকতাই তেওঁলোকক সক্ৰিয় কৰি তুলিলে। গতিকে তেওঁলোকে চৰকাৰক কঠোৰভাৱে সইকিয়াই দিলে যে ভোটাৰ তালিকাৰ পৰা বিদেশী নাগৰিকৰ নাম উচ্ছেদ নকৰা পৰ্যন্ত অসমত কোনোধৰণৰ নিৰ্বাচন হব নোৱাৰিব। তেওঁ লোকে আৰু কলে যে চৰকাৰে বলপূৰ্বক ভাৱে নিৰ্বাচন জাপি দিলে, সেই নিৰ্বাচন সৰ্বসাধাৰণে গ্ৰহণ কৰাৰ প্ৰশ্নই নুঠে, বৰং তেনে নিৰ্বাচনৰ প্ৰাৰ্থীসকলক জাতীয় অস্তিত্ব ৰক্ষাৰ বিপৰীত মুখী শক্তি বুলি গণ্য কৰা হব। আন্দোলনকাৰী সকলৰ এই কঠোৰ ঘোষণাই সমসাময়িক ৰাজনৈতিক উন্মাদনাক আধিক জটিল কৰি তুলিলে।

সদৌ অসম ছাত্ৰ সন্থাই সত্যাগ্ৰহ আৰু পিকেটিং আৰম্ভ কৰিলে। কেন্দ্ৰীয় চৰকাৰে আহ্বান কৰা আলোচনাকো পৰিত্যাগ কৰিলে তেওঁলোকে, আৰু কোনো প্ৰাৰ্থীয়ে যাতে মনোনয়নপত্ৰ দাখিল কৰিব নোৱাৰে তাৰ বাবে চোকা প্ৰহৰী হৈ থাকিল আৰু নবেম্বৰ মাহৰ মাজত অসম বন্ধৰ আহ্বান দিলে লগতে গণপিকেটিং কৰিবলৈকো ৰাইজলৈ অনুৰোধ জনালে। ৰাইজো ছাত্ৰসন্থাৰ এই আহ্বানত কান-সৰালি মাৰি বহি নাথাকিল, ৰাস্তাই-ঘাতে ৰাইজৰ দল্দোপ্ হেন্দোলদোপ্। এনে উত্তেজনাৰ মাজত ৰাজ্যখনৰ পৰিস্থিত এক অনিশ্চয়তাৰ ফালে গতি কৰিব ধৰিলে, আৰু হাজৰিকা চৰকাৰেও যেন বেতনিৰ মাজত সোমাই এতিয়া বেত আঁজুৰিবলৈ প্ৰায় অসমৰ্থ হৈ পৰিল। অসমৰ ৰাজনৈতিক আকাশখন ধুমুহা-ঢেৰেকনিয়ে ছানি পেলোৱাৰ এই মুহূৰ্ততে প্ৰতিক্ৰিয়াশীল লোক সকলৰ শক্তি বৃদ্ধি হল। এই পৰিস্থিতিৰ সম্মুখীন হবলৈ কি ব্যৱস্থা গ্ৰহণ কৰিব লাগিব সেই ভাবি শ্ৰীহিতেশ্বৰ শইকীয়াৰ চকুত টোপানি নাইকিয়া হ'ল। অৱশেষত শ্ৰীহাজৰিকাই পৰিস্থিতি চম্ভালিব নোৱাৰিব, আৰু তেতিয়া

পৰিস্থিতি বিষম হব বুলি ভাবি শ্ৰীশৰৎ চন্দ্ৰ সিংহ আৰু শ্ৰীহিতেশ্বৰ শইকীয়াই শ্ৰীহাজৰিকাৰ প্ৰতি সমৰ্থন উঠাই ললে আৰু লগে লগে হাজৰিকা চৰকাৰৰো পতন ঘটিল। ৰাজ্যত ৰাষ্ট্ৰপতিৰ শাসন প্ৰৱৰ্তন হ'ল।

এফালে বিদেশী নাগৰিকক উচ্ছেদ কৰিবলৈ আন্দোলনকাৰী সকলে নিৰৱচ্ছিন্নভাৱে আন্দোলন চলাই থাকিল; আনফালে চৰকাৰৰ পুলিচ-মিলিটাৰীৰ কুচ-কাৱাজ আৰম্ভ হ'ল। এনে অৱস্থাত ব্ৰহ্মপুত্ৰ উপত্যকাত নিৰ্বাচন স্থগিত ৰখা হয়। নিৰ্বাচন স্থগিত হোৱাত আন্দোলন কাৰী সকলৰ মনৰ উৎসাহ বাঢ়িল সঁচা, কিন্তু বৰাক উপত্যকাত আন্দোলন কাৰী সকলৰ কোনো প্ৰভাৱ পৰিলক্ষিত নোহোৱাত, তেওঁলোকে অসমৰ পৰা খাৰুৱা তেল উলিয়াই নিয়াত বাধা প্ৰদান কৰিলে। এইদৰে আন্দোলনৰ কাৰ্যসূচীয়ে অন্তঃসলিলা ফল্গুৰ ফটিক ধাৰাৰ দৰে তীব্ৰগতিত প্ৰৱাহিত হবলৈ ধৰিলে।

সময়ে ১৯৮০ চনত ভৰি পেলোৱাৰ পিছত ইন্দিৰা গান্ধী পুনৰ ক্ষমতা ঘুৰাই পালে। জীৱনত উপৰ্যুপৰি বাধা বিঘিনি ধাৰাষাৰ দুঃখ কষ্ট পায়ো জীৱনক গতিৰ পৰা গতিশীল কৰি ৰাখিবলৈ তেওঁ দেশৰ শান্তি বিচাৰিলে, আছুৰ প্ৰতিনিধি সকলক লগ ধৰিলে। বিভিন্ন স্তৰত বহু আলোচনা-বিলোচনা হ'ল। কিন্তু আন্দোলনকাৰী সকলৰ খুটি নৰলিল। অনাকি ১৯৬৭ চনটো বিদেশী নাগৰিকৰ চিনাক্ত কৰণৰ ভিত্তি-বৰ্ষৰূপে বান্ধি দি ৰাজ্যপালে যি প্ৰস্তাৱ দাঙি ধৰিছিল তাকো তেওঁলোকে হেলাৰঙে প্ৰত্যাখ্যান কৰিলে। বিহু উছৰৰ সময়ত ইন্দিৰা গান্ধীয়ে অসম ভ্ৰমণ কৰি ১৯৭১ চনক বিদেশী নাগৰিকৰ চিনাক্ত কৰণৰ ভিত্তি-বৰ্ষ কৰিবলৈ আন্দোলন কাৰী সকলক অনুৰোধ কৰিলে। ছাত্ৰ সন্থা তাতো সন্তুষ্ট ন'হল; আৰু আন্দোলনৰ কাৰ্যসূচীও বন্ধ নহ'ল।

ইতিমধ্যে ৰাষ্ট্ৰপতি শাসনৰ ম্যাদ উকলি যোৱাৰ সময় উপস্থিত হল, আৰু অসম হ'ল এক সাংবিধানিক সংকটৰ সন্মুখীন। এই সংকটক বাধা দিবৰ কাৰণে বিলম্বিত বিধান সভাৰ সদস্য সকলে তজবিজ লগালে। বিশেষকৈ জনতা দল আৰু কংগ্ৰেছ (স) বিধায়ক সকলে সমস্যা সমাধানৰ পথ উদ্ভাৱনৰ বাবে ব্যস্ত হৈ পৰিল।

'মৰুভূমিত উটে পানীৰ গোন্ধলৈ জলাশয় বিচৰাৰ দৰে' জনতা দলৰ সংখ্যা লঘু সম্প্ৰদায়ৰ সদস্য সকলেও চৈয়দা আনোৱাৰা টাইমুৰৰ লগ বিচাৰিলে আৰু নিজৰ গোজ-পোতা স্বাৰ্থক সিদ্ধি কৰিবলৈ কংগ্ৰেছ (ই) দলক শক্তিশালী কৰি তুলিলে। এক বৃজন সংখ্যক কংগ্ৰেছ (স) দলৰ সদস্যও আহি নিৰ্বিবাদে কংগ্ৰেছ (ই)-ৰ লগ লাগিল। শ্ৰীহিতেশ্বৰ শইকীয়াই ঘটনাৰ আকাৰ-ইকাৰ কি হব পাৰে তৎক্ষণাত বুজি পালে ; আৰু শ্ৰীশৰৎ চন্দ্ৰ সিংহক একাষৰীয়া কৰি এৰি আগে-ভাগে আহি কংগ্ৰেছ (ই) দলত ভুক্ত হলহি। বহুতৰ অন্তৰত শ্ৰীশইকীয়াৰ এই আশ্চৰ্যজনক ঘটনাই নেতৃত্বৰ প্ৰতিদ্বন্দ্বী হব বুলি সন্দেহৰ বীজ আনিছিল যদিও সময়ত ই দূৰ হ'ল। যদিও শ্ৰীশইকীয়া বিধায়নী দলৰ স্বাভাৱিক নেতা ৰূপে সহজে নিৰ্বাচিত হব পাৰিলেহেঁতেন, তথাপি পৰিস্থিতিৰ স্বাৰ্থৰ প্ৰতিকূলে তেখেতৰ মনত কোনো সংঘৰ্ষ সৃষ্টি হোৱা পৰিলক্ষিত ন'হল ; আৰু অতি বিচক্ষণভাৱে শ্ৰীমতী টাইমুৰক নেতা নিৰ্বাচন কৰিলে। কিন্তু গাৰ মঙহেই শত্ৰু হোৱাৰ দৰে, শ্ৰীশইকীয়াৰ বিৰুদ্ধেও নিজ দলৰে এক শ্ৰেণীৰ লোকৰ অন্তৰত শত্ৰুতা গজি উঠিল। সেই বুলি শ্ৰীশইকীয়া কাৰো ওপৰত ক্ষুব্ধ হোৱা নাছিল, নাইবা আত্মপক্ষ সমৰ্থনৰ কাৰণে উদ্গ্ৰীবো হোৱা নাছিল। ইয়াৰ বিপৰীতে তেখেতে দলৰ সহকৰ্মী সকলৰ পৰা স্নেহৰ জৰিয়তে কাম আদায় কৰি লবলৈহে চেষ্টা কৰিছিল।

শ্ৰীমতী টাইমুৰৰ শাসনকালত আন্দোলনৰ গভীৰতা আৰু ব্যাপক হৈ পৰিল। জন-সাধাৰণৰ মনৰ উত্তেজনা আৰু ভয় দিনক দিনে বাঢ়িব ধৰিলে। বিদ্ৰোহৰ অগ্নিশিখা ঘনাই জ্বলিব ধৰিলে। শ্ৰীমতী টাইমুৰৰ উপদেষ্টা মণ্ডলীয়ে আন্দোলনক ভিন্ন পথেহে অগ্ৰসৰহোৱাত উত্তেজিত কৰিলে। আন্দোলনৰ ঢৌ প্ৰৱলভাৱে বাগৰিবলৈ ধৰা এই সময়ত শ্ৰীহিতেশ্বৰ শইকীয়াৰ দৰে অভিজ্ঞ নেতাৰ পৰামৰ্শ নিত্যান্তই প্ৰয়োজন বুলি দুই একে কোৱা-কুই কৰিছিল। এনে কোৱা-কুইৰ মূল্য নোহোৱা নহয়, কাৰণ তেখেতেই একমাত্ৰ দলৰ ভিতৰত নেতা, যিজনে নিজৰ স্থিতিটোক এক অভিনৱ পৰিকল্পনাৰে প্ৰস্তুত কৰিবলৈ অব্যৰ্থ নিশ্চয়তাৰে আঁগুৱাই যাব পাৰে। এই হেতুকে তেখেতৰ দিহা-পৰামৰ্শ লোৱা হৈ'তেন

পৰিস্থিতিয়ে বিষম ৰূপ ধাৰণ নকৰিলেহেঁতেন বুলি কিছুমানে ভাৱে। সি যিকি হওঁক অৱশেষত টাইমুৰ মন্ত্ৰী সভালো পতন ঘটিল আৰু দ্বিতীয় বাৰৰ বাবে অসমত ৰাষ্ট্ৰপতিৰ শাসন প্ৰৱৰ্তিত হ'ল। ফলত জনসাধাৰণৰ লগত প্ৰশাসন বিচ্ছিন্ন হৈ পৰিল, আৰু ইয়ে অসমীয়াৰ জাতীয় চেতনাক উত্তেজিত কৰি তুলিবলৈ সক্ষম হ'ল।

ৰাষ্ট্ৰপতিৰ শাসন প্ৰৱৰ্তনৰ পিছতো বিধান সভাক সজীৱ কৰি ৰাখিয়েই নিলম্বিত কৰা হৈছিল ; আৰু যাতে নতুন মন্ত্ৰীসভা গঠন কৰিব পাৰে তাৰ বাবে বিধায়ক সকলক সুবিধা দিয়া হৈছিল। এই সুবিধা গ্ৰহণৰ বাবে বহুজন হৈ উঠিল সক্ৰিয়। ইয়াৰ ফলশ্ৰুতিতেই ছ-মাহৰ ভিতৰতে শ্ৰীকেশৱ চন্দ্ৰ গগৈৰ নেতৃত্বত পুনৰ মন্ত্ৰীসভা গঠিত হ'ল। কিন্তু হ'লে কি হব অসমৰ ৰাজনৈতিক আকাশত আকৌ এচপৰা ক'লা ডাৱৰ নামি আহিল। শ্ৰীগগৈয়ো অলপ দিনৰ ভিতৰতে শ্ৰীমতী টাইমুৰৰ ভাগ্যৰ সতে মুখামুখি হবলৈ বাধ্য হ'ল। লগতে বিধান সভাৰ সকলো কাৰ্যকলাপো এইবাৰ হৈ পৰিল স্তব্ধ। পুনৰ অসমত ৰাষ্ট্ৰপতিৰ শাসনে গিজ্‌গিজাই উঠিল। আকৌ আন্দোলনৰ ঢৌৱে প্ৰবলভাৱে বাগৰিবলৈ ধৰিলে। শহীদ দিবস, মুক্তি যুঁজাৰুৰ তাম্ৰপত্ৰ প্ৰত্যাৰ্পণ, জোৰ লৈ সমদল যাত্ৰা, গণ-সত্যাগ্ৰহ, জনতা সান্ধ্য আইন, শোভাযাত্ৰা, গণ-পিকেটিং অসহযোগ আন্দোলন, ৰণ-শিঙা দিবস, ছাত্ৰ-সংহতি দিবস, ক'লা বেজ পৰিধান, শোক দিবস শান্তি-সম্প্ৰীতি দিবস, পথবন্ধ ইত্যাদি বিভিন্ন কাৰ্য্যসূচীৰ দ্বাৰা আন্দোলনৰ ব্যাপক ৰূপ প্ৰতিফলিত হ'ল ; সমগ্ৰ অসম উত্তপ্ত, সমগ্ৰ ডেকা শক্তি অশান্ত হৈ পৰিল। পৰিণতিত ১৯৮২ চনৰ ডিচেম্বৰ মাহলৈকে ২৭২ টা হত্যাকান্ড সংঘটিত হ'ল, ৪২৫ টা অগ্নি সংযোগ হ'ল, ৩৩০ টা বোমা বিস্ফুৰণ হ'ল। সংখ্যা লঘু সকলৰ মাজত ভয়ৰ আবিৰ্ভাব হ'ল, আৰু অৱশেষত বিভিন্ন সম্প্ৰদায়ৰ মাজত তিক্ততাৰ সৃষ্টি হ'ল।

# নিৰ্বাচন প্ৰসঙ্গ

সিংহ মন্ত্ৰীসভাত থাকোঁতেই শ্ৰীহিতেশ্বৰ শইকীয়াই নানা দিশত নিজকে যথেষ্ট প্ৰতিষ্ঠিত কৰি লৈছিল। আৰু সেই সময়ৰ পৰাই তেখেতে প্ৰশাসনীয় কামত আত্মনিয়োগ কৰি আহিছে। কিন্তু ৰাষ্ট্ৰপতিৰ শাসন কালছোৱাত তেখেত হৈ পৰিল যথেষ্ট নিৰুদ্বেগ।

১৯৮৩ চনত অসমৰ ৰাজনৈতিক ইতিহাসত এটি নতুন অধ্যায় সূচিত হ'ল। এই বছৰটো অসমৰ ৰাজনৈতিক ইতিহাসৰ অবিচ্ছেদ্য বছৰ হৈ পৰিল। বছৰৰ প্ৰথম মাহৰ আৰম্ভণিতে দিল্লীত ত্ৰিপাক্ষিক আলোচনা আৰম্ভ হৈছিল। অসম আন্দোলনৰ নেতাসকল, কেন্দ্ৰীয় চৰকাৰ আৰু বিৰোধী দলৰ নেতাসকলৰ মাজত অসমৰ বিদেশী নাগৰিকৰ সমস্যাটোৰ এটি সকলোৰে গ্ৰহণযোগ্য সূত্ৰ উদ্ভাৱনৰ নিমিত্তে এই আলোচনাৰ আয়োজন হৈছিল। উৎকণ্ঠাৰে সকলোৱে আলোচনাৰ সিদ্ধান্তলৈ বৈ আছিল। কিন্তু আলোচনাৰ মেজত মতবিৰোধ হ'ল। আলোচনা হৈ পৰিল ব্যৰ্থ।

বিদেশী বিতাড়নৰ ধুমুহা এইবাৰ তীব্ৰ গতিত বৰলৈ ধৰিলে। গাঁৱে গাঁৱে আন্দোলনৰ প্ৰচাৰ কাৰ্য চলিবলৈ ধৰিলে। ছাত্ৰসকলে স্কুল-কলেজ আৰু উকীল সকলে কৰ্ট-কাছাৰী এৰি প্ৰচাৰ কাৰ্যত ব্ৰতী হ'ল গৈ। এনে অৱস্থাতেই ঢৌতে খৰ মাৰি জানুৱাৰী মাহৰ ছয় তাৰিখে ভাৰতৰ নিৰ্বাচনী আয়োগে ফেব্ৰুৱাৰী মাহৰ ১৪, ১৭ আৰু ২০ তাৰিখে অসম বিধানসভা আৰু লোক সভাৰ ১২ খন আসনত নিৰ্বাচন পতা হব বুলি ঘোষণা কৰিলে। এই ঘোষণা শুনাৰ লগে লগে অসমীয়া ৰাইজৰ মুখত উদ্বেগৰ ছাঁয়া বিয়পি পৰিল।

ছাত্ৰসকল নিৰহ-নিপানীকৈ আন্দোলনৰ কাম-কাজত লাগি পৰিল। গাঁৱে ভুমুকি গৈ সভা-সমিতিত অগ্নিময় বাণীৰে প্ৰচাৰ

আন্দোলন প্ৰবল কৰি তুলিলে। আন্দোলনৰ প্ৰচাৰৰ প্ৰবলতা দেখি চৰকাৰো সন্ত্ৰস্ত হৈ উঠিল। অসমৰ সকলো ঠাইতে আন্দোলনৰ নেতাসকল বন্দী হবলৈ ধৰিলে। তাৰ পিছত দলে দলে অন্যান্য প্ৰধান কৰ্মী আৰু স্বেচ্ছাসেৱক সকলকো ধৰি নিয়া হয়।

প্ৰথম অৱস্থাত ভাৰত চৰকাৰে ঘোষণা কৰিছিল যে বিদেশী নাগৰিকৰ নাম ভোটাৰ তালিকাৰ পৰা বাতিল নকৰা পৰ্যন্ত অসমত কোনো ধৰণৰ নিৰ্বাচন পতা নহব। কিন্তু ছয় জানুৱাৰী তাৰিখে অসমত নিৰ্বাচনৰ তাৰিখ ঘোষণা কৰাৰ লগতে এইটোও কোৱা হ'ল যে সাংবিধানিক বিধি ব্যৱস্থাৰ প্ৰতি লক্ষ্য ৰাখি অসমত নিৰ্বাচন পাতিবলৈ চৰকাৰ বাধ্য। কিন্তু আন্দোলনকাৰী সকলে থৰখেদাকৈ নিৰ্বাচন পতাৰ আৱশ্যকতা অনুভব নকৰিলে; গতিকে তেওঁলোকে নিৰ্বাচন বন্ধ কৰাতোকে কামনা কৰিলে। এইবাৰ আন্দোলনকাৰী সকলে বিদ্ৰোহৰ এচেৰেঙা ব'দত তেওঁলোকৰ গা বাৰুকৈয়ে টঙীয়াই ললে। আন্দোলনৰ কাৰ্য সূচীত মানুহৰ সমাগম দিনক দিনে বৃদ্ধি হবলৈ ধৰিলে। ওঠৰ জানুৱাৰী তাৰিখে অকস্মাৎ বতৰ ডাঙৰীয়া হোৱাৰ দৰে অসমৰ আকাশতো এচপৰা ডাৱৰ নামি আহিল। সেইদিনা পুৱা পাঁচ বজাৰ পৰা ৩৫ ঘণ্টাৰ বাবে অসম বন্ধৰ আহ্বান কৰা হ'ল। মনোনয় পত্ৰ দাখিলৰ শেষ দিন আছিল উনৈশ তাৰিখ। আন্দোলনকাৰী সকলৰ মততে কেইটামান সৰ্বভাৰতীয় ৰাজনৈতিক দলেও খোপনি পুতিলে। সেই দল কেইটাৰ ভিতৰত আছিল— জনতাদল, লোকদল, ভাৰতীয় জনতা পাৰ্টি। এই দল সমূহেও নিৰ্বাচন বৰ্জন কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিলে। ইফালে ৰাজ্যিক কৰ্মচাৰী সকলেও নিৰ্বাচনী দায়িত্ব পালন নকৰাৰ সিদ্ধান্ত গ্ৰহণ কৰি নিৰ্বাচনী প্ৰক্ৰিয়াক একপ্ৰকাৰ গেলাত টেঙাদিয়া অৱস্থাত পৰিণত কৰিলে। এনে এটা দুশ্চিন্তাৰ মাজতো নিৰ্বাচনী প্ৰক্ৰিয়াৰ কাম-কাজ আগ বাঢ়িব ধৰিলে। নিৰ্বাচনৰ যাৱতীয় কাম-কাজক চম্ভালিবলৈ অসমৰ বাহিৰৰপৰা বিষয়া কৰ্মচাৰীক হায়াৰ কৰি অনা হ'ল। কংগ্ৰেছ(ই) আৰু বাম আৰু গণতান্ত্ৰিক মৰ্চাৰ কেইটি মান দলে নিৰ্বাচনত তেওঁলোকৰ ভাগ্যৰ সৈতে মুখামুখি হবলৈ প্ৰস্তুত হ'ল। লগতে কিছু সংখ্যক নিৰ্দলীয় প্ৰাৰ্থীয়েও মনোনয়ন পত্ৰ দাখিল কৰিলে। অসমৰ আঠাই-কেইখন বিধানসভা আৰু বাৰখন লোকসভাৰ

আসনৰ বাবে প্ৰতিদ্বন্দ্বীৰ পৰা মনোনয়ন পত্ৰ পোৱা হ'ল। তাৰে চাৰিখন বিধান সভাৰ আসনত প্ৰতিদ্বন্দ্বী প্ৰাৰ্থী নোলোৱাত কংগ্ৰেছ(ই) দলৰ প্ৰাৰ্থীয়ে সেই কেইখন আসন বিনা প্ৰতিদ্বন্দ্বিতাৰে লাভ কৰিলে।

নিৰ্বাচন ওচৰ চাপি অহাৰ লগে লগে ৰাজ্যখনৰ পৰিস্থিতিয়ে গুৰুতৰ ৰূপ ধাৰণ কৰিলে; আনকি ৰাজ্যখনৰ স্থিতাৱস্থাকো বিপদাপন্ন কৰি তুলিলে। এনেকুৱা আপদ-আহুকাল থকা স্বত্বেও ৬০০ জন প্ৰাৰ্থীয়ে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ সাজু হ'ল। ইয়াকে দেখি আন্দোলনৰ গতিবেগ আৰু প্ৰচণ্ড হৈ উঠিল আৰু ৰাজ্যৰ বিভিন্ন অঞ্চলত প্ৰলয়াংকাৰী ঘূৰ্ণীবতাহৰ বা-বলিবলৈ ধৰিলে। এই পৰিস্থিতিত সমাজবিৰোধী শক্তিসমূহ সক্ৰিয় হৈ উঠিল। নেলী, গহপুৰ, চমৰীয়া আদি ঠাইত নৰহত্যাৰ তাণ্ডৱ লীলা চলিল। বহু ঠাইত অগ্নি সংযোগ হ'ল, বহু দলং ভাঙি-ছিঙি চুড়মাৰ হ'ল, চৰকাৰী-বেচৰকাৰী অসংখ্য ঘৰদুৱাৰ ভষ্মিভূত হ'ল। কিছুমানে পুত্ৰ হেৰুৱালে, কিছুমানে স্বামী হেৰুৱালে। বহু কণ কণ শিশুৰ আৰ্তনাদে শোকৰ ৰোল তুলিলে। অসমৰ আকাশত জাউৰীয়ে জাউৰীয়ে শগুণ উৰিব ধৰিলে, জুই আৰু ধোঁৱাৰে আকাশ ছানি পৰিল। এনে প্ৰতিকূল পৰিবেশত জন-জীবন হৈ পৰিল বিপৰ্যস্ত। প্ৰায় তিনি লাখ ৫০ হাজাৰ লোকে আশ্ৰয় শিবিৰত আশ্ৰয় লব লগাত পৰিল। সৰ্বমুঠ প্ৰায় ৫৮ হাজাৰ পৰিয়াল গৃহহীন হ'ল। হত্যাকাণ্ড আৰু পুলিচৰ গুলিত প্ৰায় চাৰিহাজাৰ লোক নিহত হ'ল। ইয়াৰ মূলতে হৈছে সমাজবিৰোধী লোকৰ হৃদয় ভৰি থকা অসংলগ্ন চিন্তাৰ পৌনঃ পৌনিক অভিব্যক্তি। মানৱ সভ্যতাৰ দুৰ্দশা কিজানি ইয়াতকৈ আৰু বেছি একো হব নোৱাৰে। সমাজ-বিৰোধী লোকৰ এনে কু-কাৰ্যৰ নিমিত্তে অসমীয়াৰ সুনাম বিলৰ মাজত বন্ধ হৈ থকা কলা পানীৰ দৰে হৈ পৰিল।

আকাশত মেঘ উঠিছে যেতিয়া বৰষুণ দিবই। গোটেই অসম খনক আগুৰি ধৰা এক অন্ধকাৰ, এক অভাৱনীয় পৰিস্থিতিৰ মাজেতো নিৰ্বাচন অনুষ্ঠিত হৈ গ'ল। প্ৰায় শতকৰা ত্ৰিশ ভাগ ভোটাৰে নিৰ্বাচনত অংশ গ্ৰহণ কৰিলে। দলং আদি অগ্নিসংযোগ হোৱাৰ ফলত যাতায়তৰ অসুবিধাৰ কাৰণে কিছুলোকে ভোট দানৰ পৰা

বঞ্চিত হ'বলগীয়াত পৰিছিল। কামৰূপ জিলাৰ বহু ঠাইত ভোট-দাতাৰ সংখ্যা অতি নগণ্য আছিল। ধৰমপুৰ সমষ্ঠিত এক শতাংশতো কম ভোটাৰে ভোট দিবলৈ আহিছিল।

সাংবিধানিক বিধি-ব্যৱস্থা ৰক্ষাৰ বাবেই নিৰ্বাচনৰ প্ৰয়োজন হৈ পৰিছিল বুলি নিৰ্বাচনি আয়োগে যুক্তি দাঙি ধৰিছিল। সি যি কি হওঁক নিৰ্বাচনৰ ফলাফল ঘোষণা কৰাৰ ফলত কংগ্ৰেছ ( ই ) দলে ক্ষমতা লাভ কৰাৰ অৰ্হতা অৰ্জন কৰিলে। কংগেছ ( ই ) দলে ক্ষমতা পোৱাৰ কাৰণ হ'ল - প্ৰথম অৱস্থাত বিদেশী নাগৰিকৰ সন্দৰ্ভত উদ্ভৱ হোৱা সমস্যা সমাধানাৰ পৰিপ্ৰেক্ষিত ছাত্ৰ সকলে কৰা আন্দোলনৰ প্ৰতি অসমীয়া ৰাইজে স্বতঃস্ফূৰ্ত সমৰ্থন দিছিল। কাৰণ আন্দোলনৰ উদ্দেশ্য আছিল অসমীয়াৰ অস্তিত্ব ৰক্ষা আৰু পন্থা আছিল অহিংস। আন্দোলনৰ কাৰণে ৰাইজৰ জাতীয় চেতনা বেছ গভীৰ হৈছিল, আৰু জাতীয় স্বাধিকাৰৰ আগ্ৰহ স্পষ্টতৰ আৰু তীব্ৰতৰ হৈ উঠিছিল। কিন্তু নিৰ্বাচনৰ আগে আগে সংগ্ৰামী পৰিকল্পনা আৰু মোকাবিলা নেতৃত্বৰ অভাবৰ কাৰণে নিৰীহ জন-সাধাৰণ নিপীড়ন হ'বলগীয়া হোৱা কাৰ্যই জনসাধাৰণৰ নিৰাপত্তাৰ আকাংক্ষাত গতি সঞ্চাৰ কৰিলে। ফলস্বৰূপে এফালে আন্দোলনৰ চৰিত্ৰক দুৰ্বল কৰি তুলিলে, আনফালে গণ-অসন্তোষৰ সৃষ্টি হ'ল, যাৰ ফলত জন সাধাৰণে এনে এখন চৰকাৰ বিচাৰিলে যিয়ে শান্তি সম্প্ৰীতি ঘূৰাই আনিবলৈ সক্ষম হ'ব পাৰে। জন-গণৰ এই চেতনাই কংগ্ৰেছ ( ই ) দলক ক্ষমতা অৰ্জন কৰিবলৈ সুবিধা দিলে।

## মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়া—১৯৮৩

নিৰ্বাচনত ১১৯ খন বিধান সভাৰ আসনৰ ভিতৰত কংগ্ৰেছ (ই) দলে ৯৯ খন আসনত জয় লাভ কৰি চৰকাৰ গঠন কৰাৰ যোগ্যতা লাভ কৰিলে যদিও শ্ৰীহিতেশ্বৰ শইকীয়াৰ চিন্তাত গৰ্ভ গলি যোৱাৰ নিচিনা হ'ল। ইতিমধ্যে ঘটি যোৱা অমানুষিক দুৰ্ঘটনাৰ বাবে তেখেতৰ মন অনুতাপেৰ ধাৰাষাৰ হৈ পৰিল। এনেকুৱা এটা নিঃস্ব অৱস্থাৰ মাজতে তেখেত কংগ্ৰেছ (ই) বিধয়নী দলৰ সৰ্বসন্মতিক্ৰমে নেতা নিৰ্বাচিত হল; আৰু ২৭ ফেব্ৰুয়াৰী তাৰিখে অসমৰ মুখ্যমন্ত্ৰী হিচাতে শপত গ্ৰহণ কৰিলে। শ্ৰীশইকীয়া হ'ল অসমৰ দশম আৰু কনিষ্ঠতম মুখ্যমন্ত্ৰী।

জুই আৰু ধোৱাই তেতিয়াও অসমৰ আকাশ বতাহ দূষিত কৰি ৰাখিছিল। দুৰ্গত সকলৰ কৰুণ আৰ্ত্তনাদ আৰু অসমৰ সুনামৰ ওপৰত শগুণ পৰা অৱস্থা মোচাৰ সুযোগ গ্ৰহণৰ ই এটা উপযুক্ত সময়। সেই ভাৱিয়ে মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াই জনতা ভৱনত প্ৰৱেশ কৰি উঠিয়ে অসমবাসীলৈ প্ৰতিশ্ৰুতিমূলক এটি অনাতাঁৰ ভাষণ দিলে। আশ্ৰয় শিৱিৰত থকা দুৰ্গত সকলক নিজ নিজ বাসস্থানলৈ ঘূৰাই অনাৰ বাবে নিৰাপত্তামূলক ব্যৱস্থা গ্ৰহণ আৰু অসমলৈ পুনৰ স্বাভাৱিক অবস্থা প্ৰৱৰ্তনৰ প্ৰতিশ্ৰুতি—এই দুয়োটাই আছিল তেখেতৰ অনাতাঁৰ ভাষণৰ মূল উপজীব্য। লগে লগে তেওঁ পুণোদ্যমে সংস্থাপনৰ কামত আত্মনিয়োগ কৰিলে। বিধ্বস্ত অসমক কেনেকৈ স্বাভাৱিক অৱস্থালৈ ঘূৰাই আনিব পাৰি তাৰেই চিন্তাত তেখেতৰ মন পিট-পিটাবলৈ ধৰিলে। দিন নাই, ৰাতি নাই প্ৰশাসনীয় কাৰ্য সকলো সময়তে সক্ৰিয় হৈ উঠিল। এক যুদ্ধকালীন প্ৰচেষ্টাৰে প্ৰতিশ্ৰুতি ৰক্ষাৰ পথত অগ্ৰসৰ হব ধৰিলে।

মুখ্যমন্ত্ৰী শ্ৰীশইকীয়া এগৰাকী গতানুগতিক সাঁচত ঢালাই কৰা

মুখ্যমন্ত্ৰী নহয়। তেখেতৰ মতে মন্ত্ৰী মানে পেশা, চাকৰি অথবা পদধাৰী নহয়; মন্ত্ৰী মানে যিয়ে জন-সাধাৰণক ৰক্ষণা-বেক্ষণ দিব পাৰে, সিয়ে মন্ত্ৰী। সেয়ে তেখেতে মুখ্যমন্ত্ৰী হৈয়ে দুৰ্গত আৰু আশ্ৰিত সকলৰ কথা চিন্তা কৰিলে। এবাৰ আমি তেখেতৰ প্ৰতি-শ্ৰুতি প্ৰসঙ্গ দাঙি ধৰি সুধিছিলোঁ—'আপুনি যে দুৰ্গত সকলৰ পুনৰ সংস্থাপনৰ কথা কৈছে তাৰ বাবে জানো বৰ্তমান ৰাজকোষত ধন আছে? বৰ্তমান দেখোন ৰাজ্যৰ অৰ্থনৈতিক অৱস্থা দেউলীয়া প্ৰায়। সঘনে হোৱা বন্ধ, পথ বন্ধ আৰু জনতা সান্ধ্য আইনৰ নিচিনা কাৰ্যসূচীৰ বাবে ৰাজ্যখনৰ উদ্যোগসমূহ বৰ বেয়াকৈ ক্ষতিগ্ৰস্ত। ১৯৭৯ চনৰ পৰা ১৯৮১ চনলৈ প্ৰায় দুবছৰ কালৰ ভিতৰত ক্ৰমে যোগেন হাজৰিকা, আনোৱাৰা টাইমুৰ আৰু কেশৱ গগৈৰ মন্ত্ৰীসভা ভঙা-পতা হয়, আৰু প্ৰায় দুবছৰ কাল ৰাষ্ট্ৰপতিৰ শাসন প্ৰৱৰ্তন হয়। এফালে ৰাষ্ট্ৰপতি শাসন আনফালে আন্দোলনৰ বিভিন্ন কাৰ্যসূচী পালন। এই পৰিস্থিতিত ৰাজ্যখনৰ ৰাজহ বিভাগ বৰ বেয়াকৈ ক্ষতিগ্ৰস্ত হয়। এই বোৰৰ উপৰি ৰিজাৰ্ভবেংকৰ ওচৰত ৰাজ্য চৰকাৰৰ ৩২ কোটি টকাৰ অভাৰড্ৰাফট্ আছে। এনে এক প্ৰতিকূল পৰিস্থিতিত আপুনি জানো পুনসংস্থাপনৰ বোজা চম্ভালিব পাৰিব?"

খুব সহজ সৰল আন্তৰিকতাৰ সৈতে শ্ৰীশইকীয়াই আমাৰ ফালে তোঁতিয়া চাইছিল; আৰু আত্মবিশ্বাসৰ দৃঢ় প্ৰত্যয়েৰে কৈছিল—The free man is not afraid. He knows his strengh and does not fear. Likewise, he knows his weakness and does not attempt the impossible. Therefore, we should not fear, but face life with courage and confidence," তেখেতে পুনৰ কৈছিল "জন-সাধাৰণৰ প্ৰত্যাশা-পূৰণৰ লগে লগে আমি আমাৰ সংকল্প পূৰনো কৰিব লাগিব। নহ'লে আমি শপত গ্ৰহণেই বা কৰিলো কিয়? তাৰ উপৰি মোৰ বিশ্বাস কিছুমান শক্তি আৰু ঘটনাস্ৰোতে মোক পৰিচালনা কৰে। মই ভগবানৰ ওচৰত নিৰ্ভৰশীল। এখন বিধ্বস্ত অসম আমি উত্তৰ পুৰুষ সকলৰ কাৰণে এৰি থৈ যাব নোৱাৰো। সেয়ে হ'লে ইতিহাসে আমাক ক্ষমা নকৰিব।" সঁচাই সেই মহা সংকটতো অসীম সাহস,

নিষ্ঠা, ধৈৰ্য আৰু ৰাজনৈতিক বিচক্ষণতাৰে অসম্ভৱক সম্ভৱ কৰি যি শান্তিৰ সমীৰণ বোৱাই আনিলে তাৰ তুলনা দুৰ্লভ। যেতিয়া লৈকে ৰাজ্যখনৰ স্বাভাৱিক অৱস্থা ঘূৰি অহা নাছিল, তেতিয়ালৈকে তেখেতৰ মনৰ উৎকণ্ঠাও হৈ পৰিছিল প্ৰৱল। কিদৰেনো ৰাজ্যৰ মৰ্যাদা আৰু সুস্থ পৰিবেশ ঘূৰাই আনিব পাৰি তাৰে চিন্তাই তেখেতক কৰিছিল উদ্বিগ্ন। এই বোৰ সমস্যা সমাধানৰ পথ তেখেতে বিচাৰি ফুৰিছিল। এই ক্ষেত্ৰত গৃহ দপ্তৰটো অত্যন্ত গুৰুত্বপূৰ্ণ জৰুৰি বিষয় বুলি তেখেতে এই বিভাগটোৰ আমূল পৰিবৰ্তন একান্ত প্ৰয়োজন বুলি বিবেচনা কৰিলে আৰু আৰক্ষী বাহিনীক অধিক কাৰ্যক্ষম কৰি তুলিলে। ক্ষমতাৰ যাতে অপব্যৱহাৰ হব নোৱাৰে তাৰ বাবেও তেখেতে সচেতন দৃষ্টি ৰাখিলে। তেখেতে কেতিয়াবা কেতিয়াবা ক্ষোভ কৰি কোৱা শুনা গৈছিল যে দায়িত্ব, কৰ্তব্য ইত্যাদি বিষয়ৰ ওপৰত যি পৰিমাণে গুৰুত্ব দিয়া উচিত, সেই পৰিমাণে দিয়া নহয়। যাৰ ফলত জন-সাধাৰণ, গৰীৱ শ্ৰেণীয়ে জীয়াতু ভুগিব লগীয়া হয়। বেছিভাগ লোকেই ক্ষমতাৰ সুযোগ লয়, আৰু ইয়াৰ অপব্যৱহাৰ কৰে। ফলত দেশৰ অগ্ৰগতি আৰু জন-সাধাৰণৰ উন্নতি ব্যাহত হয়। সেয়ে ক্ষমতাৰ যাতে অপব্যৱহাৰ হব নোৱাৰে, তাৰ বাবে আমি সাৱধান হোৱা উচিত। শান্তি প্ৰতিষ্ঠাৰ অসীম গুৰুত্বৰ ওপৰত জোৰদি তেখেতে ১৯৮৩ চনৰ দুই মাৰ্চত অসমৰ কিছুমান অঞ্চলক 'অসম অশান্ত অঞ্চল আইন'ৰ অধীনত অশান্ত অঞ্চল বুলি ঘোষণা কৰিলে। ইয়াৰ ফলত, ভাৱুকি, মাৰপিট, লুটপাত, হত্যাকাণ্ড আৰু অগ্নিসংযোগ আদি কুটাঘাতমূলক কামৰ কুচ-কাৱাজ প্ৰায় বন্ধ হৈ পৰিল। এইদৰে পৰিস্থিতিৰ প্ৰয়োজনৰ বাবে তেখেতে এনে কিছুমান সুস্পষ্ট নীতি গ্ৰহণ কৰিলে, যাৰ ফলত নতুন নতুন প্ৰত্যাহ্বাৰ মুখামুখি হোৱাৰ শক্তি তেখেতে লাভ কৰিলে। শ্ৰীহিতেশ্বৰ শইকীয়াৰ সমস্ত কাজকৰ্ম, নীতি আৰু দৃষ্টিভঙ্গী বুজাৰ কাৰণে অসমৰ সাধাৰণ দৰিদ্ৰ, অবহেলিত, বঞ্চিত মানুহৰ প্ৰতি তেখেতৰ গভীৰ সহানুভূতি আৰু আস্থাৰ কথা মনত ৰাখিব লাগিব। এই প্ৰসঙ্গত জনা দৰকাৰ যে এই বিশ্বাস আৰু প্ৰতিশ্ৰুতি তেখেতে ঐতিহ্যৰূপে পাইছিল—তেখেতৰ পিতৃ স্বৰ্গীয় হলধৰ শইকীয়াৰ পৰা। তেখেতৰ কথা আৰু কামৰ মাজত যে কোনো ব্যৱধান

নাই—এনে গুণৰ অধিকাৰী হোৱাৰ ইতিহাস আছে, তেখেতৰ ঐতিহ্যপূৰ্ণ পৰিয়ালৰ ইতিহাস।

শ্ৰীশইকীয়া তেখেতৰ পৰিয়ালৰ এগৰাকী সাৰ্থক উত্তৰাধিকাৰী হোৱা বাবেই দুঃখক তেখেতে সুযোগ হিচাপে আৰু বিঘ্নক সোপান হিচাপে লব পাৰিলে। কোনো পৰাভৱকেই একান্ত সত্য বুলি কেতিয়াও মানি লোৱা নাই। নহ'লে অতি দুৰ্যোগৰ ধুমুহাৰ দিনতো তেখেত উঁৰি নোযোৱাকৈ নাথাকিল হেঁতেন। বৰং জুইত পুৰি সোণ উজ্জ্বল হোৱাৰ নিচিনাকৈ নানা আলৈ-আহুকালৰ মাজতো তেখেতক অধিক কাৰ্যক্ষম হৈ উঠাহে দেখা গ'ল। ১৯৮৩-ৰ সৰ্বাত্মক অশান্তিৰ মাজতো মুখ্যমন্ত্ৰীৰ দায়িত্ব হাতত তুলিলৈ প্ৰশাসনীয় দক্ষতাৰ অভিলেষ সৃষ্টি কৰিব নোৱাৰিলে হেঁতেন। এইটো সম্ভৱ হৈছিল একমাত্ৰ এই কাৰণেই যে, শ্ৰীশইকীয়াই এটা আদৰ্শক আগত ৰাখি কাম কৰে—এই আদৰ্শ হৈছে স্বাৰ্থ-সংস্পৰ্শশূণ্য সততাৰ আদৰ্শ, যাক তেখেতে কেতিয়াও উপেক্ষা কৰি নাই। উপেক্ষা কৰিব নোৱাৰাৰ প্ৰধান কাৰণ হৈছে জন-সাধাৰণৰ লগত থকা তেখেতৰ আত্মীয় সম্বন্ধ, যিটো তেখেতৰ চৰিত্ৰৰ এক প্ৰধান বৈশিষ্ট্য।

১৯৭৯—৮২-অৰ সময় ছোৱাত অসম আন্দোলন আৰু তাৰ প্ৰতিৰোধী প্ৰয়াস—এই দুয়োটাই বেছ তীব্ৰ আকাৰ ধাৰণ কৰিছিল। কিন্তু ১৯৮৩-৮৫ অৰ সময় ছোৱাত প্ৰতিৰোধী প্ৰয়াসতকৈ শান্তিৰ পৰিবেশ ৰচনাৰ চেষ্টাহে প্ৰকট হোৱা দেখা যায়। বিদেশী নাগৰিকৰ সমস্যাটো শ্ৰীশইকীয়াই মানি লৈছিল ; আৰু এই সমস্যা সমাধানৰ পথ যাতে প্ৰশস্ত হয় তাৰবাবে তেখেত হৈ পৰিছিল অতি তৎপৰ। তিনিজন সদস্যৰে গঠিত ন্যায়াধিকৰণৰ যোগেদি বিদেশী নাগৰিক চিনাক্ত কৰণৰ বাবে লোৱা সিদ্ধান্ত এই ক্ষেত্ৰত এটা ডাঙৰ পদক্ষেপ। দ্বিতীয়তে, বিদেশীয়ে যাতে পুনৰ প্ৰৱেশ কৰিব নোৱাৰে, তাক ৰোধ কৰাৰ উদ্দেশ্যে ২৬০ কিঃ মিঃ জোৰা অসম-বাংলাদেশ সীমান্তত বেৰ নিৰ্মাণৰ কাৰণে লোৱা সিদ্ধান্ত তেখেতৰ আন এক গুৰুত্বপূৰ্ণ ভূমিকা। তৃতীয়তে, সমস্যাটো আলাপ-আলোচনাৰ মাধ্যমেৰে মীমাংসা কৰিবলৈ শ্ৰীশইকীয়াই আন্দোলনকাৰী নেতাসকলৰ আন্তৰিকতাৰে সহযোগ কামনা কৰিছিল।

শ্ৰীহিতেশ্বৰ শইকীয়াৰ মুখ্যমন্ত্ৰিত্বৰ সময়ত আন্দোলনৰ গতিবেগ ঘৈ মন্থৰ হৈ পৰিছিল ; আৰু মানুহৰ মনৰ উত্তেজনা আৰু ভয় আঁতৰি গৈছিল, তথ্য আৰু পৰিসংখ্যাই এই কথা প্ৰমাণ কৰে। জনসাধাৰণৰ জীৱন যাত্ৰাও প্ৰায় স্বাভাৱিক হৈ পৰিছিল। এই সন্দৰ্ভত ব্লিজ কাকতে ১৯৮৩ চনৰ ৬ আগষ্ট তাৰিখে কৰা অভিমত প্ৰণিধানযোগ্য। যথা ঃ "ৰেল, বাচ ঠিকমতে চলিছে, চৰকাৰী কাৰ্যালয় নিয়মমতে বহিছে, হাট-বজাৰ শিক্ষানুষ্ঠানৰ পৰিবেশ এতিয়া স্বাভাৱিক। আচৰিত কথা ছাত্ৰসন্থাৰ নেতা প্ৰফুল্ল মহন্ত আৰু ভৃগু ফুকনো পৰীক্ষাত বহিছে। প্ৰকৃতাৰ্থত মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াই ৰাজ্যখনত সকলো বিষয় নিজৰ নিয়ন্ত্ৰণলৈ আনিছে। নতুন জিলা ছ-খনৰ উদ্বোধনৰ সময়ত ছাত্ৰসন্থা আৰু গণসংগ্ৰাম পৰিষদে জনোৱা আহ্বানৰ বিফলতাই ইয়াৰ প্ৰমাণ। এই বন্ধৰ প্ৰতি সহাৰি কোনো ঠাইতে নাছিল। হাট-বজাৰ অফিচ, কাছাৰী, চৰকাৰী প্ৰতিষ্ঠান সকলো নিয়মীয়া ভাৱেই চলিছিল।"

সমগ্ৰ ৰাজ্যজুৰি যেতিয়া বালিৰ ঘৰৰ দৰে জন-সাধাৰণৰ মন ভাঙি পৰিছিল, এক অনিশ্চিত ভৱিষ্যতৰ চিন্তাই তেওঁলোকক যেতিয়া জৰ্জৰিত কৰিছিল, এই সৰ্বগ্ৰাসী সংকটৰ পৰা উদ্ধাৰ কৰিবলৈ শ্ৰীশইকীয়াই যে সৰ্বশক্তি প্ৰয়োগ কৰিছিল তাত দ্বিমত থাকিব নোৱাৰে। হিন্দুস্থান টাইমচ্ কাকতে ১৯৮৩ চনৰ ১৭ জুলাই তাৰিখে কৰা মন্তব্যই এই কথাৰ প্ৰমাণ অধিক সবল কৰে। তাত কোৱা হৈছে—"অনেক বিসঙ্গতিৰ মাজতো নিজৰ কামত কৃতকাৰ্যতাৰে অগ্ৰসৰ হব পৰা এজন মুখ্যমন্ত্ৰী পোৱাতে অসমৰ কাৰণে সৌভাগ্যৰ কথা। আগৰ সকল মুখ্যমন্ত্ৰীৰ তুলনাত শ্ৰীহিতেশ্বৰ শইকীয়া অধিক দৃঢ়মনা আৰু ফলপ্ৰসু বুলি প্ৰমাণিত হৈছে।"

মুখ্যমন্ত্ৰী ৰূপে শ্ৰীহিতেশ্বৰ শইকীয়াৰ পুঙ্খানুপুঙ্খ বাস্তৱনিষ্ঠ বিচাৰ-বিশ্লেষণ সময়ে কৰিব। কিন্তু বৰ্তমান বিভিন্ন কথা আৰু কামৰ ভিত্তিত বিচাৰ কৰিলে পৰিশ্ৰমী আৰু নীতিবাদী শ্ৰীশইকীয়াক মানুহৰ হৃদয়পৰিবৰ্তন কৰাৰ ক্ষেত্ৰত সফল মুখ্যমন্ত্ৰী বুলি কোৱাৰ লগতে তেখেতে শান্তিৰ উৎস ধৰি আনিবলৈ কৰা চেষ্টাত কৃতকাৰ্য হোৱা বুলিও কব পাৰি।

চাহ-বাগিচাৰ মজদুৰ সকলৰ অভাৱ অভিযোগৰ পটভূমিত

শ্ৰীহিতেশ্বৰ শইকীয়াৰ সি ব্যক্তি মানস গঢ়লৈ উঠিছে, তাৰেই প্ৰতিচ্ছায়া স্পষ্ট হৈ উঠিছে মজদুৰ সকলৰ প্ৰতি থকা তেখেতৰ আন্তৰিক সহানুভূতিত। মুখ্যমন্ত্ৰী হোৱাৰ পিছত তেখেতে মজদুৰ সকলক অধিক সা-সুবিধা দিবৰ কাৰণে এটা সঞ্চালকালয় গঠন কৰে।

জনসেৱা মানৱতাৰ এটি মহৎ কৰ্তব্য। পীড়িত মানুহৰ কাৰণে জাতি-ধৰ্ম-বৰ্ণ-দেশগত ব্যৱধানৰ উধ্বৰ্ত থাকি শ্ৰীশইকীয়াই কৰুণা আৰু প্ৰেমৰ উদাৰ সেৱা আগবঢ়াই জনসেৱাৰ কাম কৰাৰ ভূৰি ভূৰি প্ৰমাণ আছে। মুখ্যমন্ত্ৰী হোৱাৰ পিছত তেখেতে সংখ্যালঘু আৰু পিছপৰা সকলৰ প্ৰতি যাতে অবিচাৰ হব নোৱাৰে, সেই উদ্দেশ্যে এটা সংখ্যালঘু চেল গঠন কৰে। ভাৰত চৰকাৰৰ সংখ্যালঘু আয়োগৰ নিৰ্দেশ সমূহৰ কাৰ্যকৰী ৰূপদানৰ কাৰণে এই চেলৰ দায়িত্ব হব। অকল সংখ্যালঘু বা পিছপৰা সকলৰ প্ৰতি দায়িত্ব পালন কৰাই নহয়, জনজাতি সকলৰ উন্নয়নৰ উদ্দেশ্যেও এক নতুন চিন্তাৰ পথ মুকলি কৰি তেখেতে এখন আঁচনি গ্ৰহণ কৰে; আৰু এই আঁচনিৰ মৰ্মে এটা জনজাতি উন্নয়ন সংস্থা গঠন কৰি জনজাতীয় সকলৰ ওপৰত অবাঞ্ছিত প্ৰভাৱৰ সোঁত বন্ধ কৰাৰ চেষ্টা চলায়। ৰাজ্যৰ সংহতি স্থাপনত ই এগছি উজ্জ্বল আশাৰ প্ৰদীপ।

শ্ৰীশইকীয়াই ক্ষমতা লাভ কৰাৰ পিছত অসমৰ জাতীয় অৰ্থনীতি গঢ়ি তুলিবলৈ চেষ্টা কৰা দেখা যায়। শ্ৰীশইকীয়াই স্বয়ংসম্পূৰ্ণ অৰ্থ-নীতি গঢ়াৰ প্ৰয়াসত কৃষিৰ ওপৰত গুৰুত্ব দিয়ে। নিত্য সামগ্ৰী কিছু-মান আমাৰ ৰাজ্যত চাহিদা অনুযায়ী কম উৎপাদন হোৱাৰ ফলত সেইবোৰ সামগ্ৰী ৰাজ্যৰ বাহিৰৰ পৰা আমদানি কৰিব লগীয়া হয়; যাৰ ফলত ৰাজ্যখনৰ পৰা শকত পৰিমাণৰ ধন ওলাই যায়। গতিকে এই সামগ্ৰী সমূহত আত্মনিৰ্ভৰশীল হবলৈ ব্যাপক কৃষি উন্নয়ন আঁচনি ৰূপায়িত কৰা হয়। এই আঁচনি অনুসৰি ১.৬০ লাখ হেক্টৰ মাটিত দাইল আৰু মাহজাতীয় শস্য আৰু ৩.০০ লাখ হেক্টৰ মাটিত তৈল বীজৰ খেতিৰ বাবে ধাৰ্য কৰা হয়। এই উৎপাদন ক্ষম আঁচনি কোনো কোনো আদৰ্শবাদী মন্ত্ৰীৰ চেতনাত কেতিয়াবা প্ৰতিফলিত হৈছিল যদিও বাস্তৱক্ষেত্ৰত সি দৃশ্যমান হোৱা নাছিল। কিন্তু শ্ৰীশইকীয়া মুখ্যমন্ত্ৰী হোৱাৰ পিছত এই আঁচনি কাৰ্যকৰী হোৱাৰ পিছত ৬৬

হাজাৰ টন দাইল আৰু মাহ আৰু ১২০ হাজাৰ টন তেল গুটি উৎপাদন হয়।' এইবোৰে হৈছে মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াৰ জীৱনৰ কাৰণে সোণৰ সোলেং।

ৰাজনীতি আৰু অৰ্থনীতিৰ ক্ষেত্ৰত অসমীয়া জাতি চূড়ান্তভাৱে অৱহেলিত হৈ কোনো ৰকমে নিজৰ অস্তিত্বটো নিমাও-মাওকৈ জীয়াই আছে। কিন্তু সেইদৰে বাচি থকা মৃত্যুৰ নামান্তৰ নহলেও মুমূৰ্ষ জাতিৰ আত্মৰক্ষাৰ ক্লিষ্ট প্ৰয়াণৰ বাহিৰে অন্য একো নহয়। আন্দোলনৰ ধুমুহাৰ মাজতো শ্ৰীশইকীয়াই জাতিটোক নতুন অৰ্থ-নৈতিক চেতনাত উদ্বুদ্ধ কৰি তুলিবলৈ প্ৰয়াস কৰিছিল। "সংহত গ্ৰাম্য বিকাশ আঁচনিৰ" জৰিয়তে ভূমিহীন শ্ৰমিক, ক্ষুদ্ৰ আৰু উপান্ত খেতিয়ক, গ্ৰাম্য কাৰিকৰ, অনুসূচীত জাতি, অনুসূচীত জনজাতি আৰু আৰ্থিক ভাৱে অনগ্ৰসৰ লোকক আৰ্থিকভাৱে সকাহ দিয়াৰ পৰিকল্পনা যুগুত কৰা হ'ল। এই পৰিকল্পনাৰ দ্বাৰা ৮৫ হাজাৰ পৰিয়ালে সা-সুবিধা লাভ কৰিলে। তাৰ উপৰি অনুন্নত শ্ৰেণীৰ কাৰণে সামাজিক আৰু অৰ্থনৈতিক আঁচনি, ভৈয়ামৰ জন-জাতি সকলৰ কাৰণে জন-জাতীয় উপপৰিকল্পনা, আৰু অনুসূচীত জাতিৰ কাৰণে পৰিকল্পনা আদি ৰচনা কৰি এই লোক সকলক সামাজিক আৰু আৰ্থিক ভাৱে উন্নত কৰিবলৈ প্ৰচেষ্টা কৰা হয়। এইদৰে দেখা যায় যে শ্ৰীশইকীয়াই মুখ্যমন্ত্ৰী হোৱাৰ পিছত এক বিৰাট পৰিকল্পনাৰ জৰিয়তে অসমৰ জাতীয় অৰ্থনৈতিক চেতনা প্ৰতিষ্ঠা কৰিবলৈ পথ মুকলি কৰি দি বিচক্ষণ দূৰদৰ্শীতাৰ পৰিচয় দাঙি ধৰিছে।

# ৰাজনৈতিক আবৰ্ত

সদৌ অসম ছাত্ৰ সন্থাই ১৯৭৯ চনৰ শেষৰ ফালে অসমৰ পৰা বিদেশী নাগৰিকক বহিষ্কাৰ কৰাৰ যি আন্দোলনৰ পাতনি মেলিছিল, সি নানান উদ্গিৰণৰ মাজেদি গুজৰি-গুমৰি আহি ১৯৮৫ চনত ৰচিত হোৱা 'অসম চুক্তিৰ' জৰিয়তে শাম কাটিব বুলি আশা কৰা হৈছিল। এই চুক্তি স্বাক্ষৰিত হোৱাৰ পিছত ছবছৰীয়া ঐতিহাসিক বিদেশী নাগৰিকৰ বহিষ্কাৰ আন্দোলনত অসমে ভোগ কৰা দুৰ্যোগ, যন্ত্ৰণা, আৰু ক্ষতিৰ সামৰণি পেলাই, ৰাজ্যখনলৈ স্বাভাৱিক অৱস্থা ঘূৰি আহিব বুলি সৰহ সংখ্যক লোকেই মানসিক সন্তুষ্টি লাভ কৰিছিল; আৰু সেইটোৱেই আছিল চুক্তিখনৰ আটাইতকৈ তাৎপৰ্য পূৰ্ণ কথা। চুক্তিখন আন এটা কথাৰ বাবেও উল্লেখযোগ্য বুলি বিবেচনা কৰা হৈছিল যে ছবছৰীয়া আন্দোলনৰ পিছত অসমে পুনৰ দেশৰ প্ৰধান সংস্কৃতিৰ লগত একত্ৰিত হোৱাৰ আনন্দ লাভ কৰিব পাৰিব। পিছে চুক্তিখনৰ বহু কথাই বৰ্তমান ইতিহাসৰ পৰিশিষ্ট অংশতহে ঠাই পালে।

চুক্তি স্বাক্ষৰ হোৱাৰ প্ৰাক, আলোচনা কালত আন্দোলনকাৰী নেতাসকলে শ্ৰীহিতেশ্বৰ শইকীয়াৰ চৰকাৰখন উচ্ছেদ কৰি তাৰ ঠাইত ৰাষ্ট্ৰপতিৰ শাসন জাৰি কৰিবলৈ জোৰ দিছিল। অৱশেষত সেয়ে হ'ল। শ্ৰীশইকীয়াক অপসাৰণ কৰা হ'ল, আৰু ৰাষ্ট্ৰপতিৰ শাসন প্ৰৱৰ্তন কৰি নিৰ্বাচন পতা হ'ল। আন্দোলনকাৰী নেতা সকলে গণপৰিষদ দল গঠন কৰি নিৰ্বাচনত নামিল। তেওঁলোকক ক্ষমতা প্ৰদান কৰিবলৈ অহ্বান জনাই ৰাইজক কোৱা হ'ল—যে 'অসম চুক্তি ৰূপায়ণ কৰিবলৈ একমাত্ৰ তেওঁলোকৰ দলহে উপযুক্ত হব। গতিকে সকলোৱে মাৰবান্ধি ভোট দি তেওঁলোকক জয়যুক্ত কৰিব লাগে। ১৯৮৬ চনৰ ২৪ ডিচেম্বৰত নতুন চৰকাৰ গঠন কৰা হ'ল, অসম গণপৰিষদ

চৰকাৰ। শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্ত হ'ল নতুন মুখ্যমন্ত্ৰী। সকলোৱে গৌৰৱ কৰিলে—পৰিস্থিতিৰ ৰূপান্তৰত অসম, সোণৰ অসম হ'ব। বহু আশা, বহু প্ৰত্যাশা, বুকুত বান্ধিলে ৰাইজে ৰায় দি অসম গণপৰিষদক চৰকাৰ গঠন কৰিবলৈ সুযোগ দিলে। ৰাজহুৱা ভাৱে নেহেৰু ষ্টেডিয়ামত শপত লৈ অসমবাসীৰ হকে আত্মোৎসৰ্গ কৰিম বুলি চৰকাৰ গঠন কৰিলে শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্তই। তাৰ পিছত আত্মোৎসৰ্গৰ ঠাই ললে আত্ম-প্ৰতিষ্ঠাই। যি আশা কৰি ৰাইজে গণপৰিষদক ক্ষমতা দিছিল, সেই আশাৰ ওপৰত চেঁচা পানী পৰিল। নিষ্ফল ক্ষোভ ৰাইজৰ অন্তৰত অকৌ পৰিল বিয়পি। নিৰুদ্বেগৰ হমুনিয়াহে তেওঁলোকৰ মন ভৰি পৰিল। অইনহে নেলাগে ছাত্ৰ সন্থাই নিজে গণপৰিষদৰ মন্ত্ৰী-বিধায়কৰ কাৰু-কাৰ্য'ত নিৰুদ্বেগ হৈ পৰিল। '৮৯-ৰ আহ্বান'ত ক্ষোভ প্ৰকাশ কৰি সদৌ কামৰূপ জিলা ছাত্ৰ সন্থাৰ সভাপতি শ্ৰীহৃষীকেশ গোস্বামীয়ে কবলৈ বাধ্য হ'ল—"....১৯৮৫ চনৰ ১৫ আগষ্টত এখন চুক্তি হ'ল, ভাৰত চৰকাৰ আৰু ছাত্ৰ সন্থাৰ মাজত। তাৰ পিছত চৰকাৰ গঠন হ'ল—৮২৯ গৰাকী শ্বহীদৰ বুকুৰ তেজেৰে। শত শত জনৰ দেহত সোমাই থকা গুলীবিদ্ধ সকলৰ দেহাইৰে। মৃত্যুলৈ ক্ষণ গণি থকা বৃদ্ধজন, কেন্সাৰ বেমাৰত ভুগি থকা ৰোগীজন আনকি প্ৰসৱ বেদনা ভুগি থকা মহিলা গৰাকীও ৰাইজৰ চৰকাৰখনক জন্ম দিবলৈ ১৯৮৩ চনৰ ২৪ ডিচেম্বৰত অন্যায়ৰ বিৰুদ্ধে ৰায় দিছিল। ভাবিছিল তেজৰ ডোঙাৰ মাজত জন্ম গ্ৰহণ কৰা এই হাতী পোৱালী টোৱে দুষ্কৃতিকাৰী সকলক মহতিয়াই যাব। মহতীয়াই যাব অসমীয়া জীয়ৰী, বোৱাৰীৰ সতীত্ব লুণ্ঠনকাৰীহঁতক, বিচাৰৰ কাঠগড়ালৈ আনিব সুভাষ শৰ্মা, মুকুনীবালা, পংকা ৰজাবাৰীৰ সাতজন যুৱকক হত্যা কৰা হত্যাকাৰীসকলক। "ৰূপান্তৰেহে জগত ধুনীয়া কৰে", ঠিক তেনেদৰে পৰিস্থিতিৰ ৰূপান্তৰত অসম বিভিন্ন ক্ষেত্ৰত ধুনীয়া হ'ব। পিচে কি হ'ল ?

ৰাজহুৱা ভাৱে নেহেৰু ষ্টেডিয়াম আৰু জজ খেল পথাৰত শপত লৈ অসমবাসীৰ হকে আত্মোৎসৰ্গ কৰিম বুলি ৰাজপাট লোৱা চৰকাৰখনৰ মন্ত্ৰীসকলে প্ৰথমতেই তথাকথিত ভদ্ৰলোকৰ ওপৰলৈ উঠিব খুজি ১৯৮৩ চনৰ কলঙ্কিত নায়ক হিতেশ্বৰ শইকীয়াৰ লগত

মিতিৰালি পাতিব নিবিচাৰিলেনে? যিটো সময়ত তামোলপুৰৰ লগতে অন্যান্য ঠাইত মেলেৰিয়াত শশ মানুহ মৃত্যুৰ মুখত পৰিছিল ঠিক তেতিয়াই কোনো সংগঠনৰ লগত আলোচনা নকৰাকৈ মন্ত্ৰীসভা বৃদ্ধি কৰি বাৰু কাৰ মংগল সাধিলে; শদিয়াৰ পৰা ধুবুৰীলৈ বান পানীৰ কৰাল গ্ৰাসৰ পৰা অসমীয়া ৰাইজে সকাহ নৌপাওঁতেই গুৱাহাটীখন বসবাসৰ অনুপযোগী বুলি কৈ ৰাজধানী স্থানান্তৰ কৰিব বিচৰাটো বাৰু বুদ্ধিমানৰ কামনে? শ্বহীদ বেদীত পুষ্পাঞ্জলী অৰ্পণ কৰি শ্বহীদৰ দুখত কণ্ঠস্বৰ গদ্ গদ্ হৈ পৰা মন্ত্ৰী বিধায়ক সকলে বুকুত হাত দি কব পাৰিবনে অসমৰ শ্বহীদ পৰিয়ালবৰ্গক সম্পূৰ্ণৰূপে সংস্থাপন দিয়া হৈছে? শ্বহীদ পৰিয়ালক সংস্থাপন দিয়া কথাবোৰ চিন্তা কৰাৰ সলনি ক'ত কেনেকৈ টকা-ঘটিব পাৰে তাৰ চিন্তাত উন্মাউল হোৱা মন্ত্ৰী বিধায়কৰ স্বৰূপ ইতিমধ্যে সদৌ কামৰূপ জিলা ছাত্ৰ সন্থাৰ পৰা সদাৰি কৰা হৈছে। জিলা ছাত্ৰ সন্থাই এই পদক্ষেপ দিয়া বাবে বহুতৰে শত্ৰুও হৈ পৰিছে। ১৯৮৫ চনৰ ১৭ জানুৱাৰীত বৰপেটাত কেন্দ্ৰীয়ভাৱে অনুষ্ঠিত হোৱা শিল্পীদিৱসত তেতিয়াৰ ছাত্ৰ সন্থাৰ সভাপতি প্ৰফুল্ল কুমাৰ মহন্তই অবৈধ চৰকাৰ খনৰ আধাৰশিলা স্থাপনৰ বাহুল্যক সমালোচনা কৰিছিল। কিন্তু এই ক্ষেত্ৰত বৰ্তমানৰ চৰকাৰেও অনুৰূপ কামকেই কৰিছে। শ্বহীদ সকলৰ নামত পুষ্পাঞ্জলি দিবলৈ এই সকল মন্ত্ৰী বিধায়কৰ নৈতিক অধিকাৰ আছেনে সিও চিন্তনীয়? কিয়নো দুনীতিৰ বাবে কেতবোৰ মন্ত্ৰী, মন্ত্ৰীসভাৰ পৰা বাদ দিয়াৰ লগে লগে তেওঁলোক জাগুৰ খাই উঠিল। যেন তেওঁলোকৰ কাম অকল মন্ত্ৰীত্বটোহে বজাই ৰখা।''

''সঙ্কটে হি পৰীক্ষন্তে প্ৰাজ্ঞাঃ শূৰাশ্চ সঙ্গৰে।'' বিপদত বিজ্ঞৰ আৰু সংগ্ৰামত বীৰৰ পৰীক্ষা হোৱাৰা দৰে, কাৰ্যতহে মানুহৰ স্বৰূপ ওলাই পৰে। গণ পৰিষদ চৰকাৰে নিজৰ শাসনকাৰ্যৰ দ্বাৰা স্বৰূপ উদঙাই দিলে। গণ পৰিষদৰ প্ৰায় পাঁচ বছৰৰ শাসনত শেষৰ দুই বছৰৰ ভিতৰতে ৭১৮২টা অপৰাধ হৈছিল—১৮৩৭টা হত্যাকাণ্ড, ২০৭২টা ধৰ্ষণকাৰ্য, ১১৩৪টা ডকাইতি, ১০০০টা অগ্নিকাণ্ড আৰু ৫৮০ বাৰ পুলিচৰ গুলি চালনা। 'অসম চুক্তি' ৰূপায়ণত অধিক গুৰুত্ব প্ৰদান কৰাৰ দুৰ্জয় সাহস বুকুত বান্ধিলৈ গণ-পৰিষদ চৰকাৰে

গাদীত বহাৰ পিছত তেওঁলোকৰ ব্যৱহাৰ আৰু চিন্তাৰ পৰিৱৰ্তন ঘটিল। চৰকাৰৰ এই পৰিৱৰ্তিত চিন্তাধাৰা অন্যান্য সকলৰো দৃষ্টি গোচৰ হৈছিল; আৰু তাৰ ফলতেই তেওঁলোকৰ নিজৰ মাজতে তীব্ৰ মত বিৰোধ ঘটিল। গণ-পৰিষদত মতভেদ আৰু দলাদলি ক্ৰমে চূড়ান্ত আকাৰ ধাৰণ কৰিলে। অৱশেষত গণ-পৰিষদৰ পৰা কিছু বিশিষ্ট নেতা আঁতৰি গৈ 'নতুন অসম গণ-পৰিষদ' দল গঠন কৰিলে যদিও তেওঁলোকে এতিয়ালৈকে গা-টঙাৰ পৰা অবস্থা পোৱাহি নাই। অসম গণ-পৰিষদ দলৰ নেতা সকলৰ মাজত এই মতবিৰোধ আৰু দলাদলিয়ে কংগ্ৰেছ (ই) দলৰ নেতা শ্ৰীহিতেশ্বৰ শইকীয়াক প্ৰৱল আশান্বিত কৰি তুলিলে। সেয়ে তেখেতে কংগ্ৰেছ কৰ্মী সকলক গঠনমূলক কাম-কাজত আত্মনিয়োগ কৰিবলৈ উদ্বুদ্ধ কৰি তুলিলে আৰু দলক সজীৱ আৰু সক্ৰিয় কৰি তুলিবলৈ নেতৃত্ব দিব ধৰিলে। ইয়াৰ আগতে শ্ৰীহিতেশ্বৰ শইকীয়া আৰু তেখেতৰ দল যে কিছু-কালৰ কাৰণে স্তব্ধ হৈ গৈছিল তাত সন্দেহ নাই। এটা নতুন বতাহৰ প্ৰৱাহ তেতিয়া অসমৰ ওপৰেদি বৈ গৈছিল; আৰু যুৱ-মানসত ছাত্ৰ সন্থা আৰু অসম গণ-পৰিষদ চৰকাৰে এটা বিশিষ্ট মনোৰম চেহাৰা লাভ কৰিছিল সেই সময়ত (অৱশ্যে বহুতৰ চকুত নহয়)।

এই সময় ছোৱাক শ্ৰীহিতেশ্বৰ শইকীয়াৰ কাৰণে অন্ধকাৰ সময় বুলিব পাৰি। এই ছোৱা সময়ত তেখেতে সাংঘাতিক ধৰণে মানসিক যন্ত্ৰণাত জীৱন কটাব লগীয়াত পৰিছিল। তেতিয়া অসমৰ বুকুত যি ঘটিছিল, সিয়ে বিক্ষুব্ধ বিচলিত কৰি তুলিছিল শ্ৰীশইকীয়াৰ চিত্তক, আৰু অনিৰ্বাণ তেখেতক আঘাত কৰিছিল। "ক্ষতে প্ৰহাৰা নিপতন্ত্যভীক্ষ্ণং" অৰ্থাৎ শৰীৰৰ ক্ষত প্ৰত্যঙ্গতেই বাৰে বাৰে প্ৰহাৰ পৰে; সেইদৰে "আপৎসু বৈৰাণি সমুদ্ভৱন্তি ছিদ্ৰেষ্বনৰ্থা বহুলী ভৱন্তি।" আপদ-কালত নানা ৰকমৰ শত্ৰুতাৰ উদ্ভৱ হয়; ছিদ্ৰ পালেই অনৰ্থবোৰ বহুগুণে বাঢ়িব ধৰে। শ্ৰীহিতেশ্বৰ শইকীয়াৰ ক্ষেত্ৰতো সেয়ে হ'ল। এনেয়ে ৰাজনৈতিক ঘূৰ্ণীবতাহে তেখেতৰ জীৱনৰ কেঁকুৰী অন্য এক অন্ধকাৰ বিন্দুলৈ বোৱাই নিছিল, তাতে আকৌ কিছুমান তথাকথিত বুদ্ধিজীৱিয়ে তেখেতৰ বিৰুদ্ধে অপপ্ৰচাৰত পঞ্চমুখ হৈ পৰিল। সেই সময়ত অসমৰ বিভিন্ন ঠাইত এক শ্ৰেণীৰ মানুহৰ ওপৰত বিশেষকৈ কংগ্ৰেছ (ই)

দলৰ কৰ্মী সকলৰ ওপৰত হোৱা জঘন্যতম অমানুষিক তাণ্ডৱ কাৰ্যবোৰে মানুহৰ অন্তৰ কঁপাই তুলিছিল। ছাত্ৰ সন্থাই প্ৰকাশ্যঃ ভাৱে কংগ্ৰেছ (ই)-ৰ বিভিন্ন কাৰ্যসূচীৰ বিৰোধিতা কৰিছিল। ইয়াৰ ফলত দলৰ নেতা সকলৰ মনত হৈছিল উদ্বেগৰ সৃষ্টি।

শ্ৰীশইকীয়াৰ বিৰুদ্ধে এটা অপপ্ৰচাৰ কৰা হৈছিল যে ক্ষমতাত থকা সময়ত তেওঁ আন্দোলনকাৰী সকলক পুলিচ চি. আৰ. পি. লগাই নিৰ্মম শাস্তি বিহিছিল। এই প্ৰচাৰৰ কাৰণে বহুতৰ মনত তেখেতৰ বিৰুদ্ধে অসন্তোষৰ কীট বাহ লৈছিল; আৰু তাৰ পোতক তুলিবলৈ অহৰহ চেষ্টা চলিছিল। ফলত অৰাজকতাৰ ৰক্তপাতেৰে অসম হৈছিল এখন অশান্তিপূৰ্ণ নৰকত পৰিণত। অথচ ১৯৮৩ চনত মুখ্যমন্ত্ৰী নিৰ্বাচিত হোৱাৰ পিছত আন্দোলনকাৰী সকলৰ বিৰুদ্ধে যাতে কঠোৰ ব্যৱস্থা লোৱা নহয়, তাৰ বাবে সতৰ্ক থাকিবলৈ বিষয়া সকলক তেখেতে নিৰ্দ্দেশ দিছিল। তেখেতে মুখ্যমন্ত্ৰী হোৱাৰ পিছত এই অপ-প্ৰচাৰবোৰৰ বিষয়ে ৰাইজৰ আগত সঠিক তথ্য দাঙি ধৰিবলৈ চেষ্টা কৰিছিল যদিও, তেখেতৰ এই প্ৰয়াস ব্যৰ্থ হয়। কাৰণ তেখেতৰ তেতিয়াৰ চৰকাৰ খনক অবৈধ চৰকাৰ বুলি প্ৰচাৰ কৰা হৈছিল, ১৯৮৩ চনৰ ৰক্তাক্ত নিৰ্বাচনৰ তেখেতক নায়ক পাতা হৈছিল। তেখেতক ৰাইজৰ মাজত সোমোৱাত বাধা দিবলৈ ছাত্ৰ-যুৱক সকলে জনতা কাফু প্ৰয়োগ কৰিছিল। এইদৰে শ্ৰীশইকীয়াৰ প্ৰকৃত মানুহজনৰ ওপৰত আঁৰ-কাপোৰ টানিব খোজা অভিসন্ধিবোৰে যে সাধাৰণ মানুহৰ মনত তেখেতৰ ভাৱমূৰ্তি বিনষ্ট কৰিছিল, তাত মুঠেই সন্দেহ নাই। অথচ শ্ৰীশইকীয়াই এই অৰচনাত্মক, অনিষ্টকাৰক সমালোচনাতো কেতিয়াও বিব্ৰত হোৱা নাই আৰু কাৰো বিৰুদ্ধে কেতিয়াও প্ৰতিহিংসা মূলক কামত প্ৰবৃত্ত হোৱা নাই। তেখেতৰ আৰু তেখেতৰ দলৰ ওপৰত চলা সন্ত্ৰাসময় অৱস্থাতো তেখেতৰ মুখত পৰনিন্দা, পৰচৰ্চাৰ কথা শুনা নাই। ই আছিল তেখেতৰ সহনশীলতাৰ ৰাজনৈতিক কষটি পাথৰ। শ্ৰীশইকীয়া ডাঙৰীয়াই এই কথা ভালকৈ জানে যে সাধাৰণ ৰাজনীতিকৰ সুনাম আৰু দুৰ্নাম ধান খেৰৰ জুইৰ দৰে ক্ষন্তেকীয়া। গতিকে এনেকুৱা ৰাজনৈতিক জীৱনত কোনো ধৰণৰ উন্মাদনাই তেখেতক টলাব নোৱাৰে। এইবোৰ বিষয়ত তেখেতৰ অন্তদৃষ্টি অতি গভীৰ।

স্মৰণযোগ্য যে ১৯৮৩ চনত যেতিয়া শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াই মুখ্যমন্ত্ৰী হিচাপে শপত গ্ৰহণ কৰিছিল, সেই সময়ত তেখেতৰ চৰকাৰ সম্বন্ধে আন্দোলনকাৰী সকলৰ মাজত জোৰ আলোচনা আৰম্ভ হৈছিল, তেওঁলোকে শ্ৰীহিতেশ্বৰ শইকীয়াৰ চৰকাৰৰ বিৰুদ্ধে মত পোষণ কৰিছিল যে শইকীয়াৰ চৰকাৰ অবৈধ চৰকাৰ। গতিকে সৰ্বসাধাৰণ ৰাইজে তেখেতৰ চৰকাৰৰ লগত সহযোগ কৰিব নালাগে। আনকি শ্ৰীশইকীয়া আৰু তেখেতৰ সতীৰ্থসকল য'লৈকে যায়, তাতেই বন্ধ নাইবা জনতা কাৰ্ফু দিয়াৰ ব্যৱস্থা কৰিব লাগে। কোনোৱে যদি শইকীয়া চৰকাৰৰ লগত সহযোগ কৰে কিম্বা যোগাযোগ ৰাখে, তেনে ব্যক্তিক হয় সামাজিক বইকট্ নহয় চিনাক্ত কৰি ৰাখিব লাগে। এনে সংকটময় মুহূৰ্ততো শ্ৰীশইকীয়া ডাঙৰীয়াই তেখেতৰ ৰাজনৈতিক বিচক্ষণতাৰে এবছৰৰ ভিতৰতে ৰাজ্যৰ স্বাভাৱিক অৱস্থা ঘূৰাই আনিবলৈ দৃঢ় মনোবল অটুট ৰাখিছে। আৰম্ভনিতে চৰকাৰ খনৰ প্ৰতি ৰাইজে বিৰূপ প্ৰতিক্ৰিয়া ধাৰণ কৰিছিল, যদিও পিছলৈ শ্ৰীশইকীয়াৰ দৃঢ় মনোবলৰ কাৰণে বহুতে তেখেতক সমৰ্থন জনালে। কিন্তু অসম গণ পৰিষদ চৰকাৰৰ দিনত যেতিয়া সন্ত্ৰাসৰ কাৰ্য-কলাপ বৃদ্ধি পাবলৈ ধৰিলে, মানুহ মনত উমাই থকা অশান্তিৰ জুইকুৰা আকৌ জ্বলি উঠিল। এইদৰে আন্দোলন আৰম্ভ হোৱাৰ পৰা ১৯৯১ চনৰ নিৰ্বাচনত পুনৰ জয়লাভ কৰালৈকে এই সময় ছোৱাৰ ভিতৰত এক অসহনীয় দুঃখজনক পৰিৱেশ আৰু ভাৰাক্ৰান্ত মনলৈ শ্ৰীশইকীয়া ডাঙৰীয়াই দিন কটাইছিল। ব্যক্তিগত আক্ৰমণ, আৰু কুৎসাৰ লক্ষ্য হৈয়ো, খেলুৱৈ সুলভ মনোভাৱেৰে তেখেতে নিৰলসভাৱে কাম কৰি থাকিল। কিন্তু দুখৰ বিষয় তেখেতৰ ব্যক্তি মানসৰ সঠিক মূল্যায়ণ আজিও ন'হল।

# জীৱনাদৰ্শৰ সংঘাতৰ মাজত

১৯৭২ চনত নাজিৰা সমষ্টিৰ পৰা বিধান সভালৈ নিৰ্বাচিত হোৱাৰ পিছত শ্ৰীশৰৎ চন্দ্ৰ সিংহৰ মন্ত্ৰীসভাত অন্তৰ্ভুক্ত হোৱাৰ লগে লগেই শ্ৰীহিতেশ্বৰ শইকীয়া বিতৰ্কিত ব্যক্তি হৈ পৰে। বিশেষকৈ ১৯৭৪ চনত যেতিয়া তেখেতক গৃহ দপ্তৰৰ ভাৰ দিয়া হৈছিল, সেই সময়ৰ পৰাই তেখেতৰ বিৰুদ্ধে নানা ধৰণৰ কথা ৰটনা হৈ আহিছে। সামান্য দুই এটা ঘটনাক উপলক্ষ্য কৰি ৰাজ্যখনত যেতিয়া শান্তি-শৃংখলা প্ৰশ্নৰ উদ্ভৱ হয়, তেতিয়াই শ্ৰীশইকীয়াৰ বিৰুদ্ধে নিন্দা আৰু গৰিহনাৰ জাউৰী উঠে, তেখেতক অনাহকতে গালি-শপনি দিয়া হয়। পৰৱৰ্তী দুই দশকবো বেছি সময় শ্ৰীশইকীয়া ডাঙৰীয়াই এইবোৰ অভিযোগ দৃঢ়তাৰে সৈতে অস্বীকাৰ কৰি আহিছে। এই প্ৰসংগত তেখেতৰ বিৰুদ্ধে আৰু এটা অভিযোগ হ'ল যে তেখেতে হেনো অসমীয়াৰ স্বাৰ্থৰ প্ৰতিকূলে কাৰ্যনিৰ্বাহ কৰি আহিছে। বিশেষকৈ তেখেতে ১৯৮৩ চনৰ মন্ত্ৰীসভা গঠনৰ বেলিকা অসমীয়াক প্ৰতিনিধিত্ব কৰাৰ ক্ষেত্ৰত ব্যৰ্থ হৈছে বুলি কোৱা হৈছে। কিন্তু অসমৰ ঐক্য আৰু সংহতিৰ প্ৰতি দৃষ্টি ৰাখি যে মন্ত্ৰী-সভা গঠনত গুৰুত্ব দিব লাগা হয়, সেই কথা সাধাৰণভাৱে মানি লবলৈ আমাৰ মানুহে অস্বীকাৰ কৰে। অসমীয়া ভাষা ভাৰত-সংবিধানৰ স্বীকৃত চৈধ্যটা প্ৰধান ভাষাৰ ভিতৰত অন্যতম হোৱা সত্ত্বেও, খাচ অসমতে অসমীয়া ভাষাভাষীৰ সংখ্যা মুঠ জন-সংখ্যাৰ তুলনাত টুলুঙা বিধৰ। ইফালে বিদেশী নাগৰিকৰ নিৰ্বৱচ্ছিন্ন প্ৰব্ৰজনৰ কাৰণে জাতিটোৰ ওপৰত মাধমাৰ বাৰুকৈয়ে পৰিছে। ফলত ধৰ্মীয় আৰু ভাষাগত সংখ্যালঘু সকলৰ মন যোগাই থাকিব নোৱাৰিলে অসমৰ মুখ্যমন্ত্ৰীৰ পদ অসমীয়াৰ ভাগ্যত সোণপাটিলা হৈ পৰিব। এই পৰিস্থিতিক চাম্ভালিবলৈ শ্ৰীশইকীয়াই তেখেতৰ মন্ত্ৰীসভাত বিভিন্ন শ্ৰেণীৰ প্ৰতিনিধিত্ব কৰা ব্যক্তিক সামৰি



গান্ধীয়া সত্ৰত শ্ৰীশইকীয়া আৰু তেখেতৰ পত্নী ডক্টৰ হেমপ্ৰভা শইকীয়া।



নতুনকৈ নিৰ্বাচিত হোৱা ৰাষ্ট্ৰপতি ডক্টৰ শঙ্কৰ দয়াল শৰ্মাৰ সৈতে শ্ৰীহিতেশ্বৰ শইকীয়া আৰু তেখেতৰ পত্নী ডক্টৰ হেমপ্ৰভা শইকীয়া।

লব লগা হৈছিল। সেই বুলি যে অবাঞ্ছিত প্ৰভাৱত তেখেতে উটি গৈছে সেয়া নহয়। অসমীয়া ভাষা-সংস্কৃতিৰ অগ্ৰগতিৰ কাৰণে সৰ্বশক্তি আৰু একাগ্ৰতাৰে যে তেখেতে কাম কৰি আহিছে তাৰ ভূৰি ভূৰি প্ৰমাণ আছে। অসমীয়াৰ সমস্যা আৰু সংকট সম্বন্ধে তেখেত আটাইতকৈ বেছি সচেতন, বেছি উদ্বিগ্ন। বিদেশী নাগৰিকৰ সমস্যাৰ প্ৰতি শ্ৰীশইকীয়া সম্পূৰ্ণ সজাগ। তেখেতে ১৯৮৩ চনত মুখ্যমন্ত্ৰীৰ দায়িত্ব গ্ৰহণ কৰাৰ দিনৰে পৰা অসম-বাংলাদেশ সীমান্তত প্ৰস্তাৱিত বেৰখনৰ নিৰ্মাণ কাৰ্য কৰিবলৈ কেন্দ্ৰীয় চৰকাৰৰ ওচৰত হেঁচা দি আহিছে।

অসমৰ আৰু কেইটামান জলন্ত সমস্যা হ'ল নিবনুৱা, অৰ্থনৈতিক অনগ্ৰসৰতা আৰু দৰিদ্ৰতা। এই সমস্যাবোৰ দূৰীকৰণৰ কাৰণে শ্ৰীশইকীয়া ডাঙৰীয়াই কুৰিদফীয়া আঁচনিখনৰ সফল ৰূপায়ণ হোৱাতো কামনা কৰে। কাৰণ এই আঁচনিত প্ৰতিটো পৰিয়ালক প্ৰতিজন ব্যক্তিক অৰ্থনৈতিকভাবে ৰক্ষণাবেক্ষণ দিয়াৰ ব্যৱস্থা আছে। শ্ৰীশইকীয়াৰ মতে অসমৰ সমস্যা লেঠাৰি নিচিঙাকৈ দীঘল আৰু সেইবোৰ একে ঢাপে সমাধান কৰিব লগা হৈছে। সমস্যাবহুল ৰাজ্য এখনৰ বাবে আন্দোলন বৰ ক্ষতিকৰ। সেয়ে তেখেতে আলাপ আলোচনাৰ মাজেৰে বিদেশী নাগৰিকৰ সসস্যা সমাধানৰ পথ বিচাৰি উলিয়াবলৈ কামনা কৰে। বিদেশী নাগৰিকৰ সমস্যা সমাধানৰ ক্ষেত্ৰত তেখেতৰ আন্তৰিকতাৰ অভাৱ মুঠেই নাই; ইয়াৰ আশু সমাধান হোৱাতো তেখেতে একাগ্ৰতাৰে বিচাৰে। ইয়াৰ লগতে অসমৰ ন্যায্য দাবীসমূহৰ প্ৰতি কেন্দ্ৰীয় চৰকাৰক সজাগ কৰি তোলাৰ কাৰণে আন্দোলনকাৰী নেতা সকল সফল হোৱত তেখেত পৰম কৃতাৰ্থ হৈছে। সেইবুলি তেখেতে বন্ধ হৰতাল আদিৰ দ্বাৰা সমস্যাৰ সমাধান হব বুলি নাভাৱে, বৰং এইবোৰৰ দ্বাৰা সমস্যাই জটিল ৰূপহে ধাৰণ কৰে বুলি শ্ৰীশইকীয়াই ভাবে। তেখেতৰ মতে গণতন্ত্ৰত সমস্যা মীমাংসাৰ একমাত্ৰ পথ হৈছে আলোচনা, আন্দোলন নহয়, আন্দোলনক তেখেতে নিৰৰ্থক বুলি ভাৱে। অসমৰ নাষ্য দাবী আদায়ত কেন্দ্ৰীয় নেতৃবৰ্গৰ অসন্তোষৰ আনিৰ্বাণ বহ্নি হৈ এলগী হোৱাৰ মানসিক সাহসৰ অভাবো তেখেতৰ নাই। বৰং তেখেতে পূৰ্বৰ প্ৰৱীণ নেতৃবৃন্দৰ আবেদন নীতিক ভিক্ষা বৃত্তি বুলি ধিক্কাৰ দিয়ে। তেখেতৰ পূৰ্বৰ

নেতা সকলৰ এনে সাহসৰ অভাবৰ কাৰণেই "বাঁৰি মাটিৰ কালা, কোৱাই-ধোৱাই যি পালা"—তাতেই সন্তুষ্ট হৈছিল। কিন্তু শ্ৰীশইকীয়া এনে উদাৰ মানসিকতাক প্ৰশ্ৰয় দিয়া লোক নহয়। তেখেতৰ মতে অসমীয়াই নায্য প্ৰাপ্যৰ পৰা বঞ্চিত হব নালাগে। আঞ্চলিক বৈষম্যও তেখেতে মানি নলয়। এইবোৰৰ কাৰণে যুদ্ধ দিয়াৰ সাহস তেখেতৰ নোহোৱা নহয়। বহুক্ষেত্ৰত যুক্তি প্ৰতিপাদনৰ অনবদ্য ক্ষমতাৰে তেখেতে কেন্দ্ৰীয় নেতৃবৰ্গৰ দৃষ্টি আকৰ্ষণ কৰাত সফল লাভ কৰি আহিছে বুলি কব পাৰি।

আমাৰ মাজত আজিকালি স্বদেশ প্ৰেমীৰ সংখ্যা অগণন। চাতুৰীভৰা ভাষাৰে স্বদেশ-প্ৰেমৰ বক্তৃতা দি নিজক নেতা বোলাই কৰ্মবিমুখ হৈ কাল কটাবলৈ বিচৰা তথা-কথিত দেশ-সেৱকৰ অভাৱ আজি কালি নাই। কিন্তু অভাৱ আছে নিজৰ ব্যক্তিগত সুখ আয়স সকলো স্বদেশৰ বেদীত উছৰ্গা কৰি ত্যাগকেই জীৱনৰ মূল মন্ত্ৰ বুলি গ্ৰহণ কৰা প্ৰকৃতাৰ্থত স্বদেশ-প্ৰেমীক বুলিলে যি বুজায়, তেনে মানুহৰ। তেনে মানুহ এতিয়া ক'ত পাম? সেই ৰামো নাই, অযোধ্যাও নাই। কিন্তু ওৱাক নিন্দে কোৱাই, পুঠি-খলিহাক নিন্দে ভেৰপেতি মোৱাই। আমি নিজেও তাৰ উৰ্ধত নহয়। বৰগীতক লোকগীত, সত্ৰীয়া নৃত্যক লোক নৃত্য বুলি কোৱা লোক জানো আমাৰ মাজত নোলাব, নিশ্চয় আছে। কোনোবাই কোৱা আমাৰ চকা-ছন্দাকৈ মনত পৰে। বৰগীত হেনো লোক গীত, সত্ৰীয়া নৃত্য হেনো লোক নৃত্য। তেনে লোকেও সত্ৰীয়া সংস্কৃতিৰ কথা কবলৈ নিমন্ত্ৰণৰ শৰাই আগবঢ়ালে থপ্‌জপ্‌কৈ নোলাব বুলি ডাঠি কব পাৰিবনে? জাতীয় চৰিত্ৰ নিৰ্মল আৰু কৰ্মঠ কৰি তুলিবলৈ সাৰ পানী দিয়া লোক আমাৰ মাজত একেবাৰে নাই বুলি কলে যদি আপত্তিজনক হয়, তেনেহলে আছে বুলিয়েই কলোঁ বাৰু, কিন্তু সংখ্যাত একেবাৰে নগণ্য বুলি কব নোৱাৰোঁনে? ইফালৰ সংখ্যাটো নিশ্চত শকত হব। শকত সংখ্যাটোৰ ভিতৰত শ্ৰীহিতেশ্বৰ শইকীয়াক অকলে গালি-শপনি দিলে পুঠি' খলিহাক ভেৰপেতি মোৱাই নিন্দাৰ লেখিয়া নহয় নে?

আজি অসমীয়া জাতীয় জীৱনৰ গুৰিত আনিষ্টকৰ বিহ ঢলাৰ চেষ্টা অহৰহ চলি আছে। এই বিহৰ চোকত আমাৰ অসমীয়া

ভাষা সাহিত্য আৰু জাতীয় জীৱন কল্‌পে-কল্‌পেকৈ চলি আছে যদিও সম্পূৰ্ণ আৰোগ্যৰ বাবে বহু পৰিচৰ্য্যা আৰু সময়ৰ আৱশ্যক। অসমীয়াৰ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাই এই পৰিচৰ্যাৰ প্ৰতি কিছু আটকাল দি আহিছে। সেইহেতু অসম সাহিত্য সভা প্ৰতিজন অসমীয়াৰেই শ্ৰদ্ধাৰ অনুষ্ঠান। শ্ৰীহিতেশ্বৰ শইকীয়াও এজন অসমীয়া ব্যক্তি। অসম সাহিত্য সভাক সেয়ে তেখেতে শ্ৰদ্ধাভক্তি কৰি আহিছে। অসম সাহিত্য সভাই যাতে গা-টঙীয়াব পাৰে তাৰ বাবে তেখেতেও লগৰ লগত পৰিচৰ্যা কৰাৰ উদাহৰণ আছে। ১৯৭৬ চনৰ কথা। সেই সময়ত শ্ৰীশইকীয়া অসমৰ গৃহ, জনসম্পৰ্ক আৰু সাংস্কৃতিক বিভাগৰ মন্ত্ৰী। টিহুত ৪৩ তম্ অসম সাহিত্য সভাৰ বিপুল সমাৰোহ। এই সমাৰোহ কৃতকাৰ্যতাৰ উদ্দেশ্যে তেখেতে অহোৰাত্ৰে দেহাভাঙি যি তজ্‌বিজ কৰিছিল, তাক আমি নিজে প্ৰত্যক্ষ কৰিছিলোঁ। তেখেত আছিল উক্ত অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ মুখ্য উপদেষ্টা। তাৰো আগতে নাজিৰা অধিবেশনৰো অভ্যৰ্থনা সমিতিৰ তেখেত আছিল সহকাৰী সম্পাদক। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰতি আনুগত্যৰ অলপো শিথিলতা নথকা শ্ৰীশইকীয়াৰ অসমীয়া প্ৰাণক কোনেও অস্বীকাৰ কৰিব নোৱাৰে। এইজন প্ৰকৃত অসমীয়া পুৰুষ। অসমীয়া ভাষা-সংস্কৃতি আৰু জাতিৰ কাণ্ডাৰি স্বৰূপ মহাপুৰুষৰ প্ৰতি তেখেতৰ যি গভীৰ শ্ৰদ্ধা আৰু ভক্তি তাৰ নমুনা দুৰ্লভ। সত্ৰসমূহৰ প্ৰতি থকা তেখেতৰ মুক্ত পৃষ্ঠপোষকতাই এই কথা অধিক প্ৰণিধান কৰি তোলে। অলপতে গুৱাহাটীৰ মাছখোৱাত সাংস্কৃতি প্ৰকল্পৰ আধাৰ শিলপ স্থাপন কৰি তেখেতে অসমৰ সাংস্কৃতি জগতৰ এক অভিলেষ স্থাপন কৰিলে।

অসমীয়া জাতিৰ উজ্বল ভৱিষ্যতৰ নানা সপোন তেখেতৰ অন্তৰত থুপুৰি খাই আছে। ভাৰতবৰ্ষৰ অন্যান্য ৰাজ্যৰ দৰে অসমৰ বাবে এখন স্থায়ী আৰু জাকত-জিলিকা ৰাজধানী নিৰ্মানৰ বাবে তেখেত অতি উৎসাহী। এই উদ্দেশ্যে চণ্ডীগড়ৰ আৰ্হিত এখন ৰাজধানী নিৰ্মাণ কৰিবলৈ চন্দ্ৰপুৰত তেতিয়াৰ প্ৰধান মন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীৰ হতুৱাই আধাৰশিলা স্থাপন কৰিছিল ; আৰু ইয়াৰ নাম ৰাখিছিল প্ৰাগজ্যোতিষপুৰ। এই নামটোৱে অতীত অসমৰ শৌৰ্য-বীৰ্য আৰু সাফল্যৰ কথাকে সূচায়। অতীত অসমৰ

ঐতিহ্যৰ প্ৰতি শ্ৰীশইকীয়া যে এগৰাকী শ্ৰদ্ধাশীল ব্যক্তি, ইয়াৰপৰা এইটোৱেই বুজিব পাৰি।

শ্ৰীহিতেশ্বৰ শইকীয়া প্ৰধানভাৱে এজন জন-সেৱক। জন-সেৱা কৰাই তেখেতৰ জীৱনৰ লক্ষ্য। এটা সময়ত নাজিৰা অঞ্চলৰ অৰ্থনৈতিক অৱস্থাক প্ৰতাৰিত কৰাৰ অভিসন্ধি চলিছিল। অসমীয়াৰ উদাৰ মানসিকতাৰ কাৰণে চাকৰি-বাকৰি, বেপাৰ-বাণিজ্যত অসমৰ ভূমি পুত্ৰ চিৰদিন প্ৰতাৰিত হৈ আহিছে। অসম চাহ কোম্পানীয়ে অসমীয়া মানুহক তেনেকুৱা প্ৰতাৰণাৰ বলি কৰিবলৈ কৰা অভিসন্ধি তেখেতে ৰাইজৰ আগত সদাৰি কৰি দি তাৰ প্ৰতিবাদ কৰিলে। নাজিৰাৰ ওচৰে পাজৰে থকা কোম্পানীৰ চাহ বাগিচা বোৰ বিক্ৰী কৰাৰ ফলত অঞ্চলটোৰ মানুহখিনি আৰ্থিকভাৱে ভীষণ ক্ষতিগ্ৰস্ত হ'ল। ইয়াৰ বিকল্প ভাবে শ্ৰীশইকীয়াই তেল আৰু প্ৰাকৃতিক গেচ আয়োগৰ সদৰ কাৰ্যালয় নাজিৰালৈ স্থানান্তৰিত কৰিবলৈ নিৰ্ভীক প্ৰতিবাদ কৰিলে। অৱশেষত তেখেতৰ অশেষ পৰিশ্ৰমৰ ফলত সেই চেষ্টা ফলৱতী হ'ল।

এইদৰে অসম আৰু অসমীয়াৰ কাৰণে টঙালি বান্ধি ঘূৰি ফুৰা শ্ৰীশইকীয়াই জীৱনত কম নাকানি-কাননি ভোগ কৰিবলগীয়া হোৱা নাই। তেখেতৰ জীৱন নাশৰ বাবে দুবাৰো চেষ্টা চলোৱা হৈছিল। প্ৰথমবাৰ ১৯৮০ চনৰ ১৯ এপ্ৰিলত। সেই সময়ত বিদেশী নাগৰিকক বিতাৰণৰ বাবে হোৱা আন্দোলনৰ পটভূমিত অসমৰ ইমূৰৰ পৰা সিমূৰলৈ জনতাৰ মাজত তীব্ৰ উত্তেজনাই দেখা দিছিল। আন্দোলনকাৰী নেতাসকলৰ মুক্তিৰ দাবীত ছাত্ৰ সকলে ৰাস্তাই-ঘাটে বিক্ষোভ প্ৰদৰ্শন কৰিছিল। কিন্তু শ্ৰীশইকীয়াৰ নিজ সমষ্টি নাজিৰাত আন্দোলনৰ প্ৰভাৱ একেবাৰে পৰা নাছিল বুলি কব পাৰি। স্কুল, কলেজ সমূহ স্বাভাৱিকভাৱে চলি আছিল। বন্ধৰ আহ্বান হ'লেও, উল্লেখযোগ্যভাৱে সহাৰি লাভ কৰিব। নোৱাৰিছিল। এইটো সম্ভৱ হৈছিল শ্ৰীশইকীয়াৰ উপস্থিতিৰ কাৰণে। সেই অঞ্চলত আন্দোলনকাৰী সকলে যে উল্লেখযোগ্যভাৱে প্ৰভাৱ পেলাব পৰা নাছিল তাৰ একমাত্ৰ কাৰণ হৈছে অঞ্চলটোৰ ওপৰত থকা শ্ৰীশইকীয়াৰ অভিভাবকত্ব।

শ্ৰীশইকীয়াৰ এই বিশেষ ব্যক্তিত্বৰ কাৰণে নিজৰ যথেষ্ট ক্ষতি হৈছে। আনকি তেখেতৰ জীৱনৰ নিৰাপত্তাও নাইকিয়া হৈ পৰিছে।

# মৃত্যু ভয় মোৰ নাই

নাজিৰাৰ কাৰণে এদিনৰ এটি নিশা আজিও স্মৰণীয় হৈ আছে। শ্ৰীশইকীয়াই তেখেতৰ সহোদৰ ৰোহিতেশ্বৰ শইকীয়া আৰু বন্ধু শ্ৰীজিতেন গোঁহাইৰ লগত শ্ৰীকলি দাস বৰা নামৰ এজন কংগ্ৰেছৰ নেতাৰ ঘৰলৈ বিহুৰ আতিথ্য-গ্ৰহণৰ বাবে গৈছিল। শ্ৰীবৰাৰ ঘৰৰপৰা উভতি অহাৰ পথত নাজিৰা চহৰত কেইগৰাকীমান সহকৰ্মীৰ লগত কথা-বতৰা পাতোঁতে গধূলি হ'ল। তাৰ পিছত তেখেতৰ শিমলুগুৰিৰ ঘৰলৈ ৰাওনা হৈ কিছুদূৰ গৈছে মাত্ৰ, এনেতে হঠাৎ তেখেতৰ গাড়ীৰ ওপৰত এটি বোমা নিক্ষেপ কৰাৰ দৰে শব্দ হ'ল। কিহৰ নো শব্দ হ'ল, সেইটো যাতে অনুসন্ধান কৰিব পাৰি, সেই ভাবিয়েই শ্ৰীশইকীয়াই গাড়ীখন লাহে লাহে চলাবলৈ ড্ৰাইভাৰক নিৰ্দ্দেশ দিলে। ঠিক সেই সময়তে গাড়ীৰ পিছ ফালে আৰু এটা ভীষণ শব্দ শুনা গ'ল। এয়া আছিল গাড়ীলৈ লক্ষ্য কৰি নিক্ষেপ কৰা আন এটা বোমাৰ শব্দ। সৌভাগ্য বশতঃ এইবাৰো বোমাটো লক্ষ্যভ্ৰষ্ট হ'ল। গাড়ীখন আহি শ্ৰীশইকীয়াৰ ঘৰৰ সন্মুখ পালেহি। তেখেতে লক্ষ্য কৰিলে গাড়ীখনৰ পিছ-ফালৰ এটি অংশ সামান্যভাৱে ক্ষতি হৈছে। তাৰ আধা ঘণ্টামান পিছত এজন মানুহ লৰি আহি খবৰ দিলে—"শব্দ হোৱা ঠাইখিনিত এটা মৃত দেহ পৰি আছে"। লগে লগে বহুতো বন্ধু-বান্ধৱ, সহকৰ্মী, আৰু গুণমুগ্ধ ব্যক্তি সকল শ্ৰীশইকীয়াৰ ঘৰত সমাবেশ হ'ল। তেখেতে সকলোৰে ভয় দ্বিধা আৰু উদ্বিগ্নতাৰ মাজত অতি সহজভাৱে কলে—"যিজন মানুহে মোক মাৰিবলৈ আহিছিল, তেওঁ নিজে মৰি থাকিল। ই এক অভাবনীয় আৰু দুঃখজনক ঘটনা। ঈশ্বৰৰ কি ইচ্ছা!"

[illegible]কীয়াৰ প্ৰাণনাশৰ দ্বিতীয় চেষ্টাটো চলোৱা হৈছিল

১৯৮৩ চনৰ ১৯ নবেম্বৰ তাৰিখে। সেই দিনাখনো গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনৰ সন্মুখত হাঁহাকাৰ লাগিছিল। কুৰিদফীয়া আঁচনি অনুযায়ী আৰ্থিকভাৱে অনগ্ৰসৰ লোকৰ মাজত ঋণ বিতৰণৰ উদ্দেশ্যে অনুষ্ঠিত সভাত যোগদান দিবলৈ তেখেত সহধৰ্মিনী ডক্টৰ হেমপ্ৰভা শইকীয়াৰ সৈতে ৰবীন্দ্ৰ ভবনলৈ আহিছিল। সময় আছিল তেতিয়া আবেলি পৰ। সভাৰ পৰা ওলাই আহি তেখেতে গাড়ীত উঠিবলৈ আগুৱাই গৈ গাড়ীত বহিছে মাত্ৰ, এনেতে এজন যুৱকে কোনো সংকোচ নকৰাকৈ ৰিভলভাৰ লৈ তেখেতৰ মুৰলৈ বুলি পোন কৰি ললে আৰু এহাতেৰে তেখেতক আজুৰি আনিবলৈ খপ্-জপ্ কৰিলে। অৱশ্যে সেই যুৱকজনৰ সকলো চেষ্টা ব্যৰ্থ হ'ল। অৰক্ষীলোকে পিছত যুৱকজনক বন্দী কৰিলে। ঘটনাটো ইমান দ্ৰুত গতিত সংঘটিত হৈছিল যে বহুতৰ মনৰ ধাৰণা স্পষ্ট হোৱা নাছিল। ডক্টৰ হেমপ্ৰভা শইকীয়াৰ একমাত্ৰ নিৰুদ্যম কণ্ঠস্বৰৰ বাহিৰে প্ৰকৃত ঘটনাটোৰ বিষয়ে সেই মুহূৰ্তত একোৱেই গম পোৱা ন'গল। পিছত জানিব পৰা গ'ল যে যুৱক জন গুৱহাটী কাৰিকৰী মহাবিদ্যালয়ৰ দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰ শ্ৰীত্ৰিদিব শৰ্মা। তেৱেঁই শ্ৰীশইকীয়াক বন্দুক টোৱাইছিল হেনো।

বহুজনে শ্ৰীশইকীয়াৰ প্ৰাণ নাশৰ কাৰণে চলোৱা এই কাৰ্যক গৰিহনা দিলে। সেই সকলৰ ভিতৰত বিশিষ্ট লোকসকল হ'ল— ইন্দিৰা গান্ধী, ৰাজীৱ গান্ধী, চি. এম. ষ্টিফেন, শ্ৰীমতী ৰাজেন্দ্ৰকুমাৰী বাজপেয়ী, সেই সময়ৰ কেন্দ্ৰীয় মন্ত্ৰীসকল, অসম মন্ত্ৰীসভাৰ সদস্য সকল, সেই সময়ৰ অসম বিধান সভাৰ অধ্যক্ষ শেখ চান্দ মহম্মদ, অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰীশৰৎচন্দ্ৰ সিংহ, শ্ৰীগোলাপ বৰবৰা, জনতা দলৰ নেতা শ্ৰীদুলাল বৰুৱা, মাৰ্ক্সবাদী নেতা শ্ৰীহেমেন দাস, সেইসময়ৰ লোকসভাৰ বিভিন্ন গোটৰ সদস্য সকল, আৰু অসমৰ বহুতো সাংবাদিক, লেখক, বুদ্ধিজীৱী প্ৰভৃতি জনসাধাৰণ। প্ৰসঙ্গত আমি তেখেতক এবাৰ এই ঘটনা স্মৰণ কৰি দিওঁতে মনত মাৰ্জিত স্নিগ্ধতাৰে আমাক কৈছিল—"জন্ম আৰু মৃত্যু আমাৰ হাতত নাই, ভগৱানৰ হাতত। কিন্তু মৃত্যু ভয় মোৰ নাই।" নিৰ্যাতনৰ ইমান হান-খোছৰ মাজতো শ্ৰীশইকীয়া ভাঙৰীয়াই কোনো ক্ষেত্ৰতে দুশ্চিন্তাত ভোগা নাই।

# পতি-পৰায়ণা সহধৰ্মিনী

শ্ৰীহিতেশ্বৰ শইকীয়া আৰু হেমপ্ৰভাৰ মাজত ১৯৬৪ চনৰ ৭ মাৰ্চ তাৰিখে বিয়া হৈ যায়। তেতিয়াৰে পৰাই সুখে দুখে শ্ৰীশইকীয়াৰ সহধৰ্মিণী হিচাপে হেমপ্ৰভা শইকীয়াই উপযুক্ত ভূমিকা পালন কৰি আহিছে। আনকি জীৱনত উপৰ্যুপৰি বাধা-বিঘিনি, দুঃখ-কষ্ট পায়ো, কোনো দিনে ভাগ্যৰ ওপৰত অভিযোগ নুতুলি স্বামীৰ কৰ্মময় জীৱনক গতিৰ পৰা গতিশীল কৰি ৰাখিবলৈ অহোৰাত্ৰে চেষ্টা কৰি আহিছে। হেমপ্ৰভা শইকীয়াৰ কাজে কামে, কথাই-বতৰাই বিৰিঙি উঠে এগৰাকী পতিপৰায়ণা নাৰীৰ অন্তৰ, স্বামীৰ মৰ্যাদা ৰক্ষাৰ কাৰণে দুৰন্ত অভিলাষ; যাৰ প্ৰভাৱে শ্ৰীহিতেশ্বৰ শইকীয়াৰ জীৱনলৈ আনি দিলে এক নতুন প্ৰাচুৰ্য, এক আত্মভৰা প্ৰত্যয়। এই প্ৰাচুৰ্য আৰু প্ৰত্যয়ৰ কাৰণে শ্ৰীশইকীয়াৰ জীৱনৰ দীগ-বাণী হৈ পৰিছে বৈচিত্ৰ্যৰে পৰিপূৰ্ণ।

বিয়াৰ পিছতেই অৰ্থনৈতিক দুৰৱস্থাৰ কাৰণে তেওঁলোকৰ জীৱনলৈ এচপৰা ডাৱৰ নামি আহিছিল। শ্ৰীশইকীয়াই তেতিয়া এখন ভেণ্ডাৰ কলেজত কাম কৰিছিল। এনেয়ে দৰমহাৰ সংখ্যা তেনেই নগণ্য যি কেইটা পায় তাকো উদাৰমনা শ্ৰীশইকীয়াই বাহিৰে বাহিৰে দান-দক্ষিণা কৰি উদং হাতে ঘৰ পাইহি। ইয়াৰ বাবে শ্ৰীমতী শইকীয়াৰ মনত কোনো ক্ষোভ বা আক্ষেপৰ গহ মুঠেই প্ৰতিফলিত নহয়। বৰং সেই অভাৱ অনাটন কেনেকৈ চম্ভালিব পাৰি তাৰহে উপায় বুধি চিন্তে। তেতিয়াৰ এইবোৰ সমস্যাই তেওঁলোকৰ স্বামী-স্ত্ৰীৰ সম্পৰ্ক আৰু বেছি ওচৰ চপাইহে আনিছিল। ডক্টৰ হেমপ্ৰভা শইকীয়াই "হিতেশ্বৰ শইকীয়াৰ ৰাজনীতি" গ্ৰন্থত এই বিষয়ে লেখিছে—"একেলগে চিন্তা কৰোঁ, চেষ্টা কৰোঁ—কেনেকৈ সমস্যাবোৰৰ সমাধান পাওঁ। এই দুখময় খিনিৰ যাতনা সহ্য কৰিবলৈ সাময়িক ভাৱে টান হ'লেও এতিয়া সেইবোৰ

অদৃশ্যৰ আশীৰ্বাদ যেনহে লাগে। সেই দিন বোৰৰ স্মৃতি মনৰ মণিকূটত বেদনা মধুৰ হৈ এতিয়াও আছে। ইফালেময়ো স্কুলৰ চাকৰিত সোমাই পৰিছিলো। সেয়ে দেখাত স্বামী-স্ত্ৰী দুয়ো চাকৰি কৰোঁ—সেয়ে বহুতে বহুত ধৰণে সহায় বিচাৰে। অন্যহাতে আৰ্থিক সমস্যাত পৰি আপোন জনৰ ওচৰত সহায় বিচাৰিলেও আমাক সহায় নকৰে। ভাই-ভতিজা, আত্মীয়-কুটুম্বৰ বহুতৰ দায়িত্ব বহন কৰিব লগা হোৱা বাবে দুয়োটোৱে দৰমহাৰ টকাৰে যোৱা মাৰিবলৈ অহোপুৰুষাৰ্থ কৰিব লগা হৈছিল। আমাৰ সেই অভাৱী দিনবোৰ অদৃশ্যৰ আশীৰ্বাদ বুলি এই বুলিয়েই কৈছোঁ যে আমাৰ সন্তান জিন্তু, ৰাজু আৰু বুলৰ জীৱনৰ ওপৰতো তাৰ প্ৰভাব পৰিছে—সিহঁতো আমাৰ সমভাগী হৈ মিতব্যয়ী হবলৈ শিকিলে।" এই অসামান্য মনোভাবে ডক্টৰ হেমপ্ৰভা শইকীয়াৰ সুমহান চৰিত্ৰক গভীৰভাবে উপলব্ধি কৰিবলৈ সহায় কৰিছে।

স্বামীৰ ভৱিষ্যতৰ সম্বন্ধে হেমপ্ৰভা শইকীয়া সদায় সচেতন। সুখত অধীৰ হৈ নপৰা আৰু দুখতো ভাঙি নপৰা ডক্টৰ শইকীয়াৰ আত্মসংযম, তেওঁৰ চৰিত্ৰৰ ভূষণ স্বৰূপ। ১৯৮৩ চনত যেতিয়া শ্ৰীহিতেশ্বৰ শইকীয়াই মুখ্যমন্ত্ৰী হিচাপে নিৰ্বাচিত হ'ল, তেতিয়া তেখেতৰ বন্ধুবান্ধৱ, সহকৰ্মী, গুণমুগ্ধ আদি বহুতো লোকে অভিনন্দন জনাবলৈ আহি উৎসৱ-আনন্দৰ উত্তেজনাত ভৰপুৰ হৈ পৰিছিল, তেতিয়াও হেমপ্ৰভা শইকীয়াই মৃগতৃষ্ণাত ভোল নগৈ একান্ত মনে ভৱিষ্যতৰ কঠোৰ বাস্তৱৰ কাৰণে চিন্তা কৰিছিল। তেওঁ এইটো ভালদৰে জানে যে এক দাৰুণ উত্তেজনাৰ সময়ত ৰাজ্যৰ শাসনৰ দায়িত্বলৈ সাফল্য লাভ কৰা অতি কঠিন হব। তাৰ উপৰি তেওঁ এই কথাও ভালদৰে উপলব্ধি কৰিব পাৰে যে গণতন্ত্ৰত সকল প্ৰশাসক হবলৈ হ'লে, জন-সাধাৰণৰ সহযোগ নিত্যান্তই বাঞ্ছনীয়। এনে অৱস্থাত বিদেশী নাগৰিকৰ বিতাড়ণৰ বাবে যেতিয়া সমগ্ৰ অসম জুৰি আন্দোলনৰ কোবাল ঢৌ বৈ পৰিছে, তেনেস্থলত জনসাধাৰণৰ সহযোগ মুঠেই আশা কৰিব নোৱাৰি, ইয়াৰ বিপৰীতে অবাঞ্ছিত ব্যৱহাৰৰ হে আশংকা বেছি। সেই কাৰণে ভৱিষ্যতৰ নিষ্ঠুৰ বাস্তৱৰ কাৰণে মানসিক ভাৱে প্ৰস্তুত থাকিবলৈ তেওঁৰ সহকৰ্মী সকললৈ বিনয়েৰে নিবেদন জনাইছিল।

"জনসেৱা মানৱতাৰ এটি মহৎ কৰ্তব্য।"—এই আদৰ্শৰ কাৰণেই শ্ৰীমতী শইকীয়াই স্বামীক মুখ্যমন্ত্ৰীৰ দায়িত্ব গ্ৰহণ কৰিবলৈ মানা কৰা নাছিল, বৰং ৰাজ্যখনৰ যাতে স্বাভাৱিক শান্তি-সম্প্ৰীতি ঘূৰি আহে তাৰ বাবে স্বামীৰ কামত কেতিয়াও সহায় কৰিবলৈ পৰাঙ্মুখ হোৱা নাই। এয়া তেওঁৰ জীৱনত এক বাস্তৱ সত্য। পত্নীৰ পৰা প্ৰেৰণা লাভ কৰাৰ কাৰণেই শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াই ৰাজ্যখনৰ পৰা বিনষ্ট হোৱা শান্তি আৰু সম্প্ৰীতি পুনৰ ঘূৰাই আনি নিজৰ ৰিষ্ট খণ্ডন কৰিবলৈ হৈছে সক্ষম।

সমাজৰ আৰু ৰাজনীতিৰ লগত সম্বন্ধ ৰখা আৰু সমাজৰ দুৰ্বল শ্ৰেণীৰ ন্যায়প্ৰাপ্তিৰ কাৰণে সহায় কৰা সকলৰ বাবে খোৱা-লোৱা-শোৱা আদিত সময় ৰক্ষা কৰাটো বহু কাৰণত সম্ভৱ হৈ নুঠে। শ্ৰীশইকীয়াইও কোনোদিনে ঘৰ চপা, খোৱা, শোৱা আদিত সময় ৰক্ষা কৰি চলা নাই বুলিয়েই কব পাৰি। ১৯৮১ চনৰ কিডনি স্থানান্তৰিত কৰাৰ নিচিনা সাংঘাটিক অস্ত্ৰোপচাৰ কৰাৰ পিছত শ্ৰীশইকীয়াৰ স্বাস্থ্যৰ বাবে নিয়মানুৱৰ্তিতা ৰক্ষাৰ অতি প্ৰয়োজন হৈ পৰে। কিন্তু সামাজিক আৰু ৰাজনৈতিক কামত ব্যস্ত হৈ থকা শ্ৰীশইকীয়াই প্ৰয়োজনীয় নিয়মানুবৰ্তিতা খিনিও পালন কৰাৰ ক্ষেত্ৰত শিথিল মনোভাৱ গ্ৰহণ কৰা দেখা যায়। অৱশ্যে সাতোটা কামত ব্যস্ত হৈ থকাৰ কাৰণে সময়মতে নিজৰ কাম কৰিব নোৱাৰোটো স্বাভাৱিক। তেতিয়া পত্নী হিচাপে শ্ৰীমতী শইকীয়াই চোকা প্ৰহৰীৰ দৰে কাম কৰে। সেই বুলি তেওঁ ৰাজনৈতিক আৰু সামাজিক কামত শ্ৰীশইকীয়াক কোনো প্ৰকাৰে বাধা দিয়া নাই। বৰং স্বামীয়ে যাতে নিজৰ গতিপথত আগুৱাই যাব পাৰে তাৰ বাবে তেওঁ নিৰতিশয় সহায় কৰি আহিছে। এনেকৈ তেওঁৰ অন্তৰৰ নিভৃত স্থানত থকা স্বামী ভক্তিৰ অনন্ত ফল্গুধাৰা বাহিৰলৈ নানা ৰূপত বৈ আহিছে, কেতিয়াবা পত্নী, কেতিয়াবা সহকৰ্মী আৰু কেতিয়াবা সচিবৰ ভাওতো অৱতীৰ্ণ হৈছে।

হেমপ্ৰভাৰ পিতৃ কমলচন্দ্ৰ সন্দিকৈদেৱে তিনিচুকীয়াৰ ইটাখুলি চাহবাগিচাত কাম কৰিছিল। তাতেই হেমপ্ৰভাৰ জন্ম। পিতৃ-মাতৃৰ সাত গৰাকী ল'ৰা ছোৱালীৰ ভিতৰত হেমপ্ৰভা হৈছে অনুজা, আৰু সেয়ে তেওঁ সকলোৰে অতি আদৰৰ কন্যা।

হেমপ্ৰভাৰ মাতৃ গোলাপীদেৱী গৃহিনী হিচাপে এগৰাকী আদৰ্শ নাৰী আছিল। মাতৃৰ আদৰ্শণীয় পৰিচৰ্যাত হেমপ্ৰভাই সহজে লাভ কৰিছে, উদাৰ মনোভাৱ মুখত মৃদু হাঁহি আৰু আন্তৰিকতা পূৰ্ণ হাঁহি।

ডক্টৰ হেমপ্ৰভা শইকীয়াৰ শ্ৰদ্ধা, স্নেহ, আৰু মমতা অসীম। দেৱৰ ৰোহিনী আৰু ভতিজা প্ৰদীপক অতি নিৰ্মমভাৱে হত্যাকৰাৰ পিছত তেওঁৰ অন্তৰত ক্ষোভ আৰু আশংকা থুপুৰি খোৱাতো স্বাভাৱিক। অথচ সেই সময়তো তেওঁ কেতিয়াও কাৰো প্ৰতি তিতা-কেঁহা দুই চাৰিটা কথাৰেও বান এৰা নাই। নিজৰ পৰিয়ালৰ ওপৰত চূড়ান্ত দৌৰাত্ম্য চলি থকা সময়ত কেতিয়াবা বিতুষ্ট হৈছিল, যদিও এই বিতুষ্টতা তেওঁৰ কাৰণে বালিৰ বান্ধৰ দৰে খন্তেকীয়া। সমাজৰ বা নিজৰ অতি সংকটপূৰ্ণ মুহূৰ্তত জীৱন-নৌকা চলাই নিবৰ বাবে প্ৰয়োজনীয় অগ্ৰগামী সাহসিক দিহা দিব পৰাতো সাধাৰণ নাৰীৰ কাম নহয়। হেমপ্ৰভা শইকীয়াই তেওঁৰ স্বামীক উৎসাহ উদ্দীপনাৰে আত্মশক্তি ৰচনাত ইন্ধন যোগাই থাকিব পৰাটোৱেই তেওঁৰ মহত্ব। এইদৰে তেওঁ অসাধাৰণ নাৰীৰ ৰূপতো নানা সময়ত প্ৰতিফলিত হোৱা দেখা গৈছে।

ডক্টৰ হেমপ্ৰভা শইকীয়াৰ লগত মোৰ প্ৰথম যোগযোগ হৈছিল ফোণৰ জৰিয়তে। মোৰ কথা খিনি গভীৰ সহানুভূতিৰে সৈতে শুনিছিল; আৰু তাৰ পিছৰটো ৰবিবাৰে তেওঁৰ বাসভৱনলৈ মাতিছিল পুৱা ৮ বজাত। সেই মতে মই গৈ তেওঁৰ ওচৰত উপস্থিত হলোঁ— দেখিলোঁ তেখেত বৰ চিন্তিত। মোৰ মনৰ উষ্মা কিছু দমি গৈছিল— প্ৰথম সাক্ষাততেই ব্যৰ্থ হলো বুলি। তথাপি সৌজন্যতাসূচক নমস্কাৰ এটি দি পৰিচয় দিলোঁ। তাৰ পিছত মোৰ মুখলৈ মূৰ তুলি চালে। মোৰো চকু দুটা তেওঁৰ মুখমণ্ডলৰ ওপৰেৰে বাগৰি গ'ল— সহজ, সৰল এক স্নেহময়ী, হাস্যময়ী নাৰীত যেন তেওঁ পৰিণত হ'ল। এক মুহূৰ্তৰ আগতে মোৰ দমী যোৱা মনৰ সংকোচবোৰ যেন হঠাৎ নাইকিয়া হৈ পৰিল। কোনো বাধা, কোনো কৃত্ৰিমতাৰ বশবৰ্তী নোহোৱাকৈ মই ভাবি যোৱা কথাবোৰ উত্থাপন কৰিলোঁ। কথাবোৰ গভীৰ শ্ৰদ্ধাৰে শুনি যোৱাত বৰ অভিভূত হৈ পৰিছিলোঁ। সাক্ষাৎকাৰৰ শেষত তেওঁক এটা প্ৰশ্ন কৰিছিলোঁ— "কি ধৰণৰ মানুহ আপোনাৰ প্ৰিয়" বুলি উত্তৰত তেওঁ কৈছিল—

"নীতিৰ প্ৰতি আস্থাশীল লোকেই মোৰ শ্ৰদ্ধাশীল ব্যক্তি। মানুহৰ সৰলতা আৰু সাধুতাই মোক বৰকৈ আকৰ্ষণ কৰে। শিক্ষক সকলক মই শ্ৰদ্ধা আৰু সমীহ কৰোঁ, তেওঁলোকৰ মহৎ কৰ্মৰ কাৰণে। ওচৰ-চুবুৰীয়া আৰু গৰীৱ শ্ৰেণীৰ লোকৰ প্ৰতি মোৰ গভীৰ স্নেহ, মমতা আৰু শুভেচ্ছা সদায় আছে।" কথাকেই আষাৰৰ মাজেৰে ডক্টৰ শইকীয়াৰ অসাধাৰণ মানবীয় সত্তা উজ্জ্বল হৈ ধৰা দিছে।

ডক্টৰ শইকীয়াৰ বিষয়ে আৰু এটা কথা কব পাৰি যে—কোনো বিদ্বেষ, পুৰণি সংঘৰ্ষৰ স্মৃতি, অহমিকা আদিয়ে তেওঁৰ স্বচ্ছ দৃষ্টি, যুক্তি আৰু ৰাজনৈতিক প্ৰজ্ঞাক আচ্ছন্ন কৰিব পৰা নাই। এই প্ৰসঙ্গত মনত ৰখা প্ৰয়োজন যে, তেওঁৰ স্বামী শ্ৰীহিতেশ্বৰ শইকীয়াৰ বিষয়ে নানান বিভ্ৰান্তিকৰ প্ৰচাৰ চলোৱা সকলৰ প্ৰতিও কোনো সময়তে বিদ্বেষী হৈ উঠা নাই। আনকি তেওঁলোকৰ পৰিয়ালৰ কেবা জনকো হত্যা কৰাৰ পিছতো সন্ত্ৰাসবাদী সকলৰ লগত সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্ক স্থাপনৰ কথা কৈ আহিছে। এইটোও তেওঁৰ চৰিত্ৰৰ এটি লোভনীয় দিশ।

মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াৰ দক্ষ প্ৰশাসকৰ লগত ডক্টৰ হেমপ্ৰভা শইকীয়াৰ নাম যে অবিচ্ছেদ্যভাৱে জড়িত, এই কথা সহজে বুজিব পাৰি। দেশৰ মঙ্গল লৈ ঐকান্তিক লক্ষ্য ৰাখি স্বামীৰ শুশ্ৰূষাৰ কাৰণে নিজৰ সুখ-স্বাচ্ছন্দ্য সকলো বিসৰ্জন দি গাঁৰ ছাঁটোৰ দৰে লাগি থাকি শ্ৰীশইকীয়াক ৰাজনৈতিক জীৱনৰ গতি পথত আগ বাঢ়িবৰ কাৰণে যি প্ৰেৰণা আৰু উৎসাহৰ আৱশ্যক সেইবোৰ যোগান ধৰাত তেওঁৰ কোনো ত্ৰুটি হোৱা নাই বৰং কব পাৰি যে এই বিষয়ে তেওঁৰ ত্যাগ ৰাম ভক্ত লক্ষ্মণৰ দৰে। লক্ষ্মণে যিদৰে ৰামচন্দ্ৰ আৰু সীতাৰ কাৰণে নিজৰ চৌধ্যটা বসন্ত হেলাৰঙে নেওচি ত্যাগৰ মহান আদৰ্শ ৰাখিলে, হেমপ্ৰভা শইকীয়াও স্বামীৰ কাৰণে নিজৰ সকলো স্বাচ্ছন্দ্যতা ত্যাগ কৰি আদৰ্শ ৰাখিলে। ই যেন তেওঁৰ কঠোৰ তপস্যা, আৰু এই তপস্যাত তেওঁ সিদ্ধি লাভ কৰিছে। স্বামীৰ কাৰণে ছাওদাঙৰ হাতত তিল তিলকৈ প্ৰাণ বিসৰ্জন দিয়াৰ বিস্ময়কৰ ইতিহাস আমাৰ মাজত আছে। কিন্তু এনেকুৱা আদৰ্শৰ অনুপ্ৰেৰণাৰে স্বামী ভক্তিৰ ঐতিহ্য বহনকাৰী নাৰীৰ নিদৰ্শন বৰ্ত্তমান সমাজত কম আছে। স্বামীৰ প্ৰতি ঐকান্তিক ভক্তি পৰায়ণা নাৰী বহুত

আছে ; কিন্তু স্বামীক কৰ্মক্ষেত্ৰত আগ বঢ়াই নিয়াৰ পাৰদৰ্শিতা বহুতৰ নাই। ডক্টৰ হেমপ্ৰভা শইকীয়া এই দুয়োটা গুণেৰে বিভূষিতা এগৰাকী আদৰ্শব্ৰতী নাৰী। তেওঁৰ জীৱনৰ ওপৰত মানুহ আৰু নিয়তিৰ নিৰ্মম অত্যাচাৰৰ সময়তো জীৱন-ৰঙ্গমঞ্চত কিদৰে অভিনয় কৰিব লাগে তাক তেওঁ ভালদৰে আয়ত্ত কৰি লব পাৰিছে, আৰু সফল হৈছে।

শ্ৰীশইকীয়া ডাঙৰীয়াই জীৱনৰ নানান পাৰিবাৰিক সমস্যা, ব্যক্তিগত সমস্যা, দেশৰ সমস্যা, প্ৰচণ্ড ৰোগৰ ক্লেদেৰে জৰ্জৰিত শৰীৰ লৈ ধৈৰ্য আৰু সহনশীলতাৰ পৰীক্ষাত যি সফলতাৰ গৌৰৱ অৰ্জন কৰি আহিছে, তাৰ গুৰিত সাৰ পানী ঢালি অহা গৰাকীয়েই হ'ল তেখেতৰ সহধৰ্মিনী ডক্টৰ হেমপ্ৰভা শইকীয়া।

স্বামীৰ অনুভূতিক সৰ্বোত্তম সন্মান কৰাটো নাৰীৰ প্ৰধান কৰ্তব্য —এই অসামান্য মনোভাৱ চিৰদিন পোষণ কৰি আহিছে ডক্টৰ শইকীয়াই। শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াই সাধাৰণ মানুহক জীৱন ৰক্ষাৰ প্ৰতিষেধক সংগ্ৰামত অক্লান্ত সৈনিকৰ ভূমিকা লৈ নিজৰ ব্যক্তিগত সুখ, আয়াস সকলো জাতিৰ উদ্দেশ্যে উছৰ্গা কৰি ত্যাগকেই জীৱনৰ মূলমন্ত্ৰ বুলি গ্ৰহণ কৰি আৰু মানুহৰ সক্ৰিয় কৰ্মপ্ৰেৰণাক সন্মান জনাই অহাৰ উৎস হৈছে তেখেতৰ পত্নী ডক্টৰ শইকীয়া। স্বামীৰ এই আদৰ্শবোৰৰ যাতে সঠিক ৰূপায়ণ হয়, তাৰ প্ৰতি সজাগ দৃষ্টি ৰাখোঁতে ৰাখোঁতে ডক্টৰ শইকীয়াৰ এইবোৰ অভ্যাসত পৰিণত হৈছে।

ডক্টৰ শইকীয়াই আনক কৰুণাৰ পাত্ৰ বুলি ভাবি লোকক কেতিয়াও কৰুণা নকৰে। স্বামীৰ আদৰ্শ ৰূপায়িত কৰাৰ উদ্দেশ্যে, অন্যক কৰুণা কৰি নিজকে ধন্য কৰাৰ সুযোগ লাভৰ বাবেহে তেওঁ অন্যৰ প্ৰতি দয়াশীল হয়। মুখ্যমন্ত্ৰীৰ সহধৰ্মিনী বুলি বহুতে তেওঁলোকৰ নানান সমস্যা লৈ তেওঁৰ ওচৰ চাপাতো স্বাভাৱিক। সাতবন কাটি কৰিও তেওঁ সকলোৰে সাক্ষাৎ গ্ৰহণ কৰে আৰু যি সকলৰ সমস্যা ন্যায় বুলি ভাবে, সেই সমস্যা সমূহৰ সমাধানৰ উদ্দেশ্যে শ্ৰীশইকীয়া ডাঙৰীয়াৰ আগত দাঙি ধৰে।

আত্মাভিমানে কোনো দিনে তেওঁৰ চৰিত্ৰত ঠাই ফুৰিব পৰা নাই। প্ৰসঙ্গত এবাৰ তেওঁ কৈছিল—"ৰাজহুৱা জীৱনত এগৰাকী আৰু ব্যক্তিগত জীৱনত অন্য এগৰাকী হৈ মিছা অভিমানৰ কাৰণে

ওফাল্দ ফুৰা বিধৰ তিৰোতাৰ প্ৰতি মোৰ পুতৌ জন্মে। সেইদৰে ডাঙ্কোপ মৰা কথা কৈ নিজৰ গাত জেং লগাই লোৱা লোককো মই কোনো দিনে প্ৰশ্ৰয় দি অহা নাই।" তেওঁৰ মনৰ এই বিশেষ সংস্কাৰৰ কাৰণে লোক-মানসত তেওঁৰ ব্যক্তিত্বই সন্মানৰ যোগ্যতা লাভ কৰিছে।

শ্ৰীহিতেশ্বৰ শইকীয়াৰ ওৰেটো জীৱন নানা ধৰণৰ সংঘাতেৰে পৰিপূৰ্ণ ভাগ্যয়ো তেখেতক এৰা নাই। তেতিয়া ১৯৮৯ চন। বোম্বাইৰ বিখ্যাত যশলোক হাসপাতালৰ চিকিৎসক সকলে পৰীক্ষা কৰি জনালে যে শ্ৰীশইকীয়াৰ দুয়োটা মূত্ৰাশয় অস্বাভাৱিক ভাৱে ক্ষতিগ্ৰস্ত হৈছে। সুস্থ মানুহৰ পৰা মূত্ৰাশয় এটা আনি শ্ৰীশইকীয়াৰ দেহত স্থাপন কৰিবলৈ পৰামৰ্শ দিলে। খবৰ শুনাৰ লগে লগে সকলোৱে প্ৰমাদ গণিব ধৰিলে, কি কৰা যায়? ইফালে ৰোগগ্ৰস্ত স্বামীৰ মনোবেদনা দেখি সহধৰ্মিনীয়ে সান্ত্বনা লব পৰা নাই। ভৱিষ্যত জীৱনক লৈ বহু কথাই তেওঁৰ মনৰ মাজত ভিৰ দি ধৰিলে, অকণমানি বুলৰ কথা, প্ৰৱেশিকাৰ বাবে প্ৰস্তুতি হবলৈ ধৰা অকলশৰীয়া জিন্তুৰ কথা, আৰু দেৱৰ আৰু অনিমাৰ লগত এৰি থৈ অহা ৰাজুৰ কথাবোৰে তেওঁৰ অন্তৰ ভাৱাক্ৰান্ত কৰি তুলিলে। অনিশ্চিত ভৱিষ্যতৰ চিন্তাই তেওঁক হুৰা-দুৰা কৰি তুলিলে। উপায় ভৰসা নোপেৱা হৈ পৰিল। বিপদ কালত ধৈৰ্যই একমাত্ৰ সম্বল। যি হবৰ আছে হবই, এতিয়া উপায় উদ্ভাৱনা কৰাই একমাত্ৰ কৰ্তব্য। এনে সান্ত্বনা বুকুত বান্ধি লৈ স্বামীৰ ৰোগৰ চিকিৎসাৰ পথ অনুসন্ধান কৰিলে। নানা জনৰ পৰামৰ্শ ললে। অৱশেষত বহুতো বন্ধু-বান্ধৱৰ দিহা-পৰামৰ্শ সহায়-সহযোগেৰে বিশেষকৈ তেতিয়াৰ টাইমুৰ চৰকাৰৰ সহায়ত আমেৰিকালৈ যাবলৈ সমৰ্থ হ'ল।

এইদৰে এক আতঙ্কভৰা কৌতুহলৰ ওৰ পৰিল। ১৯৮৯ চনৰ ২৫ জুনত শ্ৰীটুনি শইকীয়াৰ পৰা মূত্ৰাশয় এটা আনি শ্ৰীহিতেশ্বৰ শইকীয়াৰ দেহত স্থাপন কৰা হ'ল; আৰু দুমাহৰ ভিতৰতে শ্ৰীশইকীয়া সম্পূৰ্ণ সুস্থ শৰীৰ লৈ গুৱাহাটীলৈ উভতি আহিল। সেই সময়ত টাইমুৰ চৰকাৰ ভঙ্গ হৈ যোৱাত শ্ৰীহিতেশ্বৰ শইকীয়া বিধায়ক মাত্ৰ আছিল। তেখেতৰ স্বাস্থ্যৰ প্ৰতি সুচেতন দৃষ্টি ৰাখিবৰ কাৰণে ডক্টৰ শইকীয়াই তেওঁ কলেজৰ শিক্ষকতাও এৰি

শ্ৰীশইকীয়াৰ লগতে থাকিবলৈ ললে। তেতিয়াৰে পৰা আজিলৈকে শ্ৰীমতী শইকীয়াই তেখেতৰ স্বামী শ্ৰীহিতেশ্বৰ শইকীয়াৰ লগত সুখে-দুখে গাৰ ছাঁটোৰ দৰে লগে লগে আছে।

ডক্টৰ শইকীয়াৰ চৰিত্ৰৰ আন এটা মোহনীয় বৈশিষ্ট্য হ'ল মুখ্য-মন্ত্ৰীৰ লগত অসম তথা ভাৰতৰ অনেক ঠাইলৈ গ'লেও নিজকে কিছু অন্তৰালত লুকাই ৰাখে, প্ৰকাশ কৰিব নিবিচাৰে। তেওঁৰ প্ৰতি এটা প্ৰচলিত ধাৰণা হ'ল যে গম্ভীৰ আৰু সহজ সৰল প্ৰকৃতিৰ মহিলা, অথচ মুখ্যমন্ত্ৰীক সকলো কামতে সঠিক আৰু নিৰ্ভুল ভাৱে আগবঢ়াই নিয়াত যোগ্য সাহায্য কৰিব পাৰে।

# মিজোৰামৰ ৰাজ্যপাল

'অসম চুক্তি'ৰ পিছত অসমত মধ্যকালীন নিৰ্বাচন অনুষ্ঠিত হয়। এই নিৰ্বাচনত কংগ্ৰেছ (ই) দলৰ পৰাজয় হ'ল আৰু অসম গণ-পৰিষদ দলে নতুনকৈ চৰকাৰ গঠন কৰিলে। গণপৰিষদৰ শাসন-কালত পিটনিত পৰা ম'হৰ দৰে কংগ্ৰেছে শিঙজোকাৰী থাকিব লগীয়াত পৰিল। সেই সময়ছোৱাত কংগ্ৰেছক এলাগীৰ দৰে কৰাই নহয়, বহুতে দলটোক উৎখাত কৰাৰ বাবেও তৎপৰ হৈ পৰিছিল;—বহু কংগ্ৰেছীৰ ঘৰ ভাঙিছিল, কিছুলোকৰ ঘৰত জুই জ্বলাইছিল, কিছুলোকক মাৰিয়াইছিল, আৰু কিছুক হত্যা কৰিছিল। মুঠতে কংগ্ৰেছী নিধনৰ দৌৰাত্ম্যই এনে চূড়ান্ত ৰূপ লৈছিল যে মানুহ ভয়ত পেপুৱা লাগিছিল। এই সময় ছোৱাতেই শ্ৰীহিতেশ্বৰ শইকীয়াৰ ঘৰে পৰে শত্ৰু বাঢ়িবলৈ ধৰিলে। "আপৎসু বৈৰাণি সমুদ্ভৱন্তি ছিদ্ৰেষ্বনৰ্থা বহুলী ভৱন্তি"। আপদকালত নানা ৰকমৰ শত্ৰুতাৰ উদ্ভৱ হয়; ছিদ্ৰ পালেই অনৰ্থবোৰ বহুগুণে বাঢ়িবলৈ ধৰে। শ্ৰীহিতেশ্বৰ শইকীয়াকো সেই সময়ত অনৰ্থবোৰে আগুৰি ধৰিলে। ছিদ্ৰ উলিয়াই তেখেতক দলৰ বিষয়বাবৰ পৰাও অপসাৰিত কৰা হ'ল। লগে লগে তেখেতৰ জীৱনতো এচপৰা ডাৱৰ নামি আহিল। ইমানতো ধৈৰ্যই তেখেতক এৰা নিদিলে। বৰষুণৰ পানীত ৰাজপথ পিছল হ'লেও বিজ্ঞলোকে জানো বিপথে গমন কৰে? শ্ৰীশইকীয়াইও নীতিত খুপনি পুতি থাকিল, আৰু নিৰ্বিকাৰ হৈ পৰিস্থিতিয়ে কি গঢ় লয় তালৈ নিৰীক্ষণ কৰিবলৈ ধৰিলে। বাৰিষা কালত কুলিচৰায়ে নীৰৱে থকাৰ দৰে শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াই আপদ কালত নীৰৱ হৈ পৰিল।

সেই সময়ত মন আৰু শৰীৰ দুয়োটাই ক্লান্ত হৈ পৰাত শ্ৰীশইকীয়া প্ৰায়ে বিধায়কৰ বাসস্থান ৮৪ নম্বৰত থাকিবলৈ লৈছিল। তালৈকে তেখেতৰ বহু বন্ধু-বান্ধৱে সাক্ষাৎ কৰিবলৈ গৈছিল—

কিছুমান গৈছিল খবৰ লবলৈ, আৰু কিছুমান গৈছিল—কামৰ বাবে। প্ৰকৃত মানুহ প্ৰত্যুপকাৰৰ কাৰণে বিপন্ন হ'লেও পিছ নোহোকে। শ্ৰীশইকীয়াই সেই সময়তো যাকে যেনেকৈ পাৰে সহায় কৰি আহিছে। ই তেখেতৰ মহৎ উদাৰতাৰ লক্ষণ। ভাবিলে আচৰিত লাগে যে সেই সময়তত অবৰ্ণনীয় অস্থিৰতাৰ মাজতো তেখেতে আত্মপক্ষ ৰক্ষাৰ মনোবল কেনেকৈ গোটাইছিল! নীতিত অবিচল আছিল কাৰণেই হয়তো তেখেতৰ মন ভাঙি পৰা নাছিল, ডাঠ হৈ আছিল। অবিৰাম লৰা-ঢপৰা কৰিও কেতিয়াও ক্লান্তি আৰু অৱসাদ অনুভৱ নকৰা শ্ৰীহিতেশ্বৰ শইকীয়াই তেতিয়া ৮৪ নম্বৰৰ ঘৰত নিথৰ নিষ্পন্দ হৈ থাকিব লগীয়া হোৱাতো তেখেতৰ বাবে আছিল সাংঘাটিক শাস্তিৰ দৰে। সেই সময়ত তেখেতৰ একমাত্ৰ চিন্তা আছিল—বাতিটো কেনেকৈ বিপদ-আপদ নোহোৱাকৈ কটাব পাৰি। মনৰ এই অৱস্থাৰ মাজতে এদিন হঠাৎ সেই সময়ৰ প্ৰধান মন্ত্ৰী ৰাজীৱ গান্ধীৰ পৰা আদেশ আহিল যে তেখেতে মিজোৰামৰ উপ-ৰাজ্যপালৰ কাৰ্যভাৰ গ্ৰহণ কৰিবলৈ যাব লাগে। এই কথাই তেখেতৰ গা-মন অলপো উধোৱা নাছিল; তথাপিতো প্ৰধানমন্ত্ৰীৰ আদেশ পালন কৰিবলৈ তেখেতে মানি ললে। তেতিয়া অসমৰ বাৰ্তাৰ কাকত বোৰত ইয়াৰ প্ৰতিক্ৰিয়া হিচাপে নানা প্ৰকাৰৰ মুখৰোচক নিন্দাৰ প্ৰচাৰ হবলৈ ধৰিলে। শ্ৰীশইকীয়াই বুজিব পাৰিলে —উৰহৰ খং ভগা ঢাৰিতহে; গতিকে সেই নিন্দাৰ প্ৰচাৰবোৰে তেখেতৰ গল হেঙাৰ নোৱাৰিলে। মিজোৰামলৈ তেখেত ৰাওনা হ'ল।

শ্ৰীহিতেশ্বৰ শইকীয়া মিজোৰামলৈ যোৱাৰ পিছত তাত কংগ্ৰেছ (ই) এ ক্ষমতাত নিজকে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হ'ল। তেতিয়াহে বোধ হয় প্ৰধানমন্ত্ৰীৰ মনৰ সংশয় দূৰ হ'ল। বিপদকালত মানুহৰ গুণ সমূহ ছায়ে আগুৰি থকা জুইৰ দৰে অৰ্থাৎ তাৰ স্ফুৰণ নহয়। যেনেকৈ অন্ন চিন্তাত কাতৰ হৈ পৰা জনৰ কবিতাও কাতৰ হৈ পৰে। শ্ৰীশইকীয়াৰ দক্ষতাৰ পৰিচয় মিজোৰামতহে ওলাই পৰিল।

সেই সময়তে মিজোৰামে ৰাজনৈতিক চেতনাত অনুপ্ৰেৰণা লাভ কৰিলে; আৰু পূৰ্ণৰাজ্যৰ মৰ্যাদাও পালে। শ্ৰীশইকীয়াই ৰাজ্যপাল হিচাপে সুখ্যাতিৰে কাৰ্যনিৰ্বাহ কৰি থাকিল। আস্তে আস্তে তেখেতৰ



মিজোৰামৰ ৰাজ্যপাল হিচাপে শপত গ্ৰহণ কৰি থকা অৱস্থাত শ্ৰীহিতেশ্বৰ শইকীয়া ।



মিজোৰামৰ ৰাজ্যপাল শ্ৰীহিতেশ্বৰ শইকীয়া আৰু তেখেতৰ পত্নী ডক্টৰ হেমপ্ৰভা শইকীয়া।

বিৰূপ খণ্ডিব ধৰিলে। প্ৰথম অৱস্থাত মুখ্যমন্ত্ৰী লালদেঙ্গাৰ জনপ্ৰিয়তাই মিজোৰামৰ আকাশ চুইছিল গৈ ; কিন্তু ক্ৰমে ক্ৰমে তেওঁৰ পৰিয়ালৰ কাৰ্যকলাপে জনসাধাৰণৰ মনত বিতৃষ্ণতাই গা-কৰিব ধৰিলে। শেষৰ ফালে লালডেঙ্গা চৰকাৰে সাধাৰণ মানুহৰ সমস্যাৰ প্ৰতি মুঠেই কাণ-সাৰ নিদিয়া হ'ল, স্বজনপ্ৰীতি আৰু দুৰ্নীতিৰ কাৰণে সৰ্ব সাধাৰণৰ মন অসন্তুষ্টিৰে ভৰি পৰিল। ফলত সেই চৰকাৰৰ পতন ঘটিল আৰু ৰাষ্ট্ৰপতিৰ শাসন প্ৰৱৰ্তিত হ'ল। ৰাজ্যপাল হিচাপে শ্ৰীহিতেশ্বৰ শইকীয়াৰ ওপৰত মিজোৰামৰ শাসনভাৰ ন্যস্ত হৈ পৰিল।

শ্ৰীহিতেশ্বৰ শইকীয়াই সকলো সময়তে নিৰ্মোহ, নিৰ্মম জীৱন-সত্যক উপলব্ধি কৰিবলৈ শিকি আহিছে। সেই কাৰণে মিজোসকলৰ অসন্তোষৰ হেতু উলিয়াই সেই বোৰৰ আশু সমাধানৰ কাৰণে অলপো খোকোজা নলগাকৈ কাম কৰি গ'ল। শ্ৰীশইকীয়াই এনে চকুত লগা ধৰণে মিজো-জন-সাধাৰণৰ কাম কৰিব ধৰিলে যে তেখেতৰ প্ৰতি জন-সাধাৰণৰ শ্ৰদ্ধাভক্তি দিনক দিনে প্ৰগাঢ় হবলৈ ধৰিলে। তেখেতে উধৰ পৰা মুধলৈ এনেকুৱা ধুমু-ধামেৰে কামবোৰৰ জোৰা মাৰিলে যে মিজো সকল স্তম্ভিত হৈ পৰিল, উৎসাহ-উদ্দীপনাৰে তেওঁলোকৰ মন-প্ৰাণ উপচি পৰিল। এইদৰে মিজোসকলৰ মাজত শ্ৰীশইকীয়াই গভীৰ জনপ্ৰিয়তা লাভ কৰিব পাৰিলে। ৰাজ্যপাল হিচাপে তেখেতে মিজো-সকলক আকৰ্ষণ কৰাৰ মূলতে আছিল—মিজো উগ্ৰপন্থী সকলক বিশেষকৈ যি সকলে আত্মসমৰ্পণ কৰিছে, সেই সকলক সংস্থাপনৰ ব্যৱস্থা কৰা কাৰ্য, দ্বিতীয়তে, মিজোৰামত পানীৰ সাংঘাটিত অনাটন। শীতকালিত পানীৰ কাৰণে মানুহৰ মাজত হাঁহাকাৰৰ সৃষ্টি হয়, অশেষ জীয়াতু ভূগিব লগীয়া হয়। ৰাজ্যপাল শ্ৰীশইকীয়াই পানী যোগানৰ প্ৰকল্প হাতত লৈ তাক অতি শীঘ্ৰে নিৰ্মাণ কৰি উলিয়াই পানী যোগান কাম মুকলি কৰি এই অভাবৰ পৰা ৰাইজক সকাহ দিলে। তৃতীয়তে, তেখেতে শাসনৰ দায়িত্ব লৈ অতি নিষ্ঠাৰে আৱশ্যকীয় সামগ্ৰীৰ মূল্য হ্ৰাস কৰিবলৈ চেষ্টা কৰে। পোন্ধৰ-কুৰি টকাত বিক্ৰী হোৱা চাউলৰ দাম হ্ৰাস কৰি পাঁচ টকাত ৰাইজৰ মাজত যোগান ধৰিবলৈ সক্ষম হয়। এনেকৈ কৰ্তব্যৰ প্ৰতি ঐকান্তিক নিষ্ঠা আৰু দায়িত্ব পালনত সচেতনতা থকাৰ বাবেই শ্ৰীশইকীয়া আজিও

মিজো সকলৰ মনত ভগবান স্বৰূপ হৈ আছে। নিষ্ঠা আৰু একাগ্ৰতাই অন্তঃকৰণৰ দৰব। শ্ৰীশইকীয়াৰ নিষ্ঠা আৰু একাগ্ৰতাৰ কাৰণেই তেখেতে মিজো-সকলৰ হৃদয় জয় কৰিব পাৰিছে। খ্ৰিষ্টীয়ান সকলে ভাল কাম কৰা মানুহক নিগাজীকৈ স্বীকৃতি দিয়ে আৰু তেওঁক ভগবান বুলি ভাবে। তেওঁলোকৰ মতে—"God works, and so man should work. The christian will be diligent in good works all the time for a man is to be judged by his works. As man works for the good, it is God who works in and through him * সেইদৰে শ্ৰীহিতেশ্বৰ শইকীয়াই নিজৰ কৰ্মৰ কাৰণে মিজো সকলৰ হৃদয়ত স্থায়ী সাঁচ বহুৱাই থব পাৰিছে। তেখেতে ৰাজ্যপাল হিচাপে মিজো উগ্ৰপন্থী সকলৰ হৃদয় পৰিবৰ্তন কৰি তেওঁলোকক শান্তিৰ পথলৈ আনিবলৈ ক্লান্তিহীন ভাৱে কৰা যত্নত সফল হোৱাটোতেই তেখেতৰ মহৎ কৃতিত্ব।

---

* O. P. Ghai : Unity in Diversity দ্ৰষ্টব্য

# সংকট-কালীন মুহূৰ্তত কংগ্ৰেছ দলৰ গুৰি ধৰোঁতা

'অসম চুক্তি' অনুসৰি শ্ৰীহিতেশ্বৰ শইকীয়াই তেওঁৰ মন্ত্ৰী-সভা ভঙ্গ কৰি দিয়ে, আৰু তাৰ পিছতেই অসমত মধ্য-কালীন নিৰ্বাচন হয়। এই নিৰ্বাচনৰ পিছত অসম গণ-পৰিষদ দলে চৰকাৰ গঠন কৰে। শ্ৰীহিতেস্বৰ শইকীয়াই তেখেতৰ চৰকাৰ ভঙ্গ কৰি দিবলৈ কৰা নিৰ্দেশ নিৰ্বিবাদে মানি লৈছিল। অনুশাসনত বিশ্বাসী আৰু ৰাজ্যৰ ৰাজনীতিৰ স্বাৰ্থত শ্ৰীশইকীয়াই প্ৰধানমন্ত্ৰীৰ এই নিৰ্দেশ মানি লৈ তেখেতৰ উদাৰ মনৰ পৰিচয় দিয়ে। তাৰ পিছতো তেখেত কম ব্যস্ত হৈ পৰা নাছিল। কংগ্ৰেছক নিমাও-মাও অৱস্থাৰ পৰা পুনৰ সজীৱ, সক্ৰিয় কৰি তুলিবৰ কাৰণে সংগঠনৰ কামত অভিভাৱকত্ব দিব লগাত পৰিল। কিন্তু সেই সময়তে তেতিয়াৰ প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধীয়ে তেখেতক মিজোৰামলৈ পঠিয়াই দিলে ৰাজ্যপালৰ দায়িত্ব লবলৈ। সম্ভৱ দলৰ ভিতৰুৱা কন্দলৰ কাৰণে তেখেত অপসাৰিত হ'ল। তেতিয়া লালডেঙ্গা মিজোৰামৰ মুখ্যমন্ত্ৰী। ৰাজ্যপাল শ্ৰীশইকীয়াই মিজো সকলক মূল সুঁতিৰ সতে পুনৰ মিলি যাবলৈ কৰা প্ৰচেষ্টাত সহাৰী লাভ কৰিলে। ইফালে অসম গণপৰিষদৰ আমোলত অসমৰ কংগ্ৰেছ (ই)-ৰ কনকঠিয়া নাইকিয়া হৈ পৰাৰ উপক্ৰম হ'ল। তাৰ উপৰি দলৰ ভিতৰত দেখা দিয়া নানান ক্ষোভ-বিক্ষোভৰ মোকাবিলাত চৰম ব্যৰ্থতা আহি পৰিল। ইত্যাদি কাৰণত অসমৰ কংগ্ৰেছ কৰ্মী সকলে শ্ৰীশইকীয়াক পুনৰ অসমলৈ আহিবৰ নিমিত্তে প্ৰচণ্ড হেঁচা দিলে। সংগঠনটোৰ ভৱিষ্যত অন্ধকাৰ দেখি তেতিয়াৰ প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধীৰো অন্তৰত বহুু প্ৰশ্নই খুঁদুৰী খাইছিল; আৰু সেই ভমকতে শ্ৰীশইকীয়াক এদিন দিল্লীলৈ মাতি নি কলে— "আপুনি অসম কংগ্ৰেছৰ সংগঠনৰ কামত আহিবলৈ সাজু হওঁক"।

ইতিমধ্যে অসম গণ-পৰিষদৰ নেতা সকলে তেওঁলোকৰ ক্ষমতা লাভৰ ক্ষেত্ৰত অসমৰ জন-সাধাৰণে আগ বঢ়োৱা বৰঙণিক যথাযথ মূল্য দিবলৈ উৎসাহী নাছিল বুলি বহুতো প্ৰমাণৰ পৰা স্পষ্ট হৈ উঠিছিল। নহ'লে 'অসম চুক্তি' ৰূপায়ণত দিয়া প্ৰতিশ্ৰুতিক এফলীয়াভাবে ৰাখি তেওঁলোকে আত্ম প্ৰতিষ্ঠাৰ কাৰণে খোপনি পুতি নবহিল হেঁতেন। তাৰ উপৰি অসম গণ পৰিষদৰ শাসন কালত যে আইন-শৃংখলাৰো অভাৱনীয় ভাৱে অৱনতি ঘটিছিল তাৰো প্ৰমাণ আছে। নহলেনো মুখৰ মাতষাৰো ফুটাই কব নোৱাৰাৰ ক্ষোভত চকুপানী টুকি এক শ্ৰেণীৰ মানুহে এলাগীৰ দৰে থাকিব লগীয়া হৈছিল কিয় এখন গণতন্ত্ৰ দেশত! আকৌ দেশৰ স্বাধীনতা সংগ্ৰামত টঙালি বান্ধি ঘূৰি ফুৰা বহুতৰে পৰিয়াল বৰ্গই নাকনি-কাননি ভোগ কৰিব লগীয়াত পৰিছিল কিয়! ইত্যাদি কথা ভাবি-চিন্তিয়েই আৰু ডেকা শক্তি যাতে অপচয় হৈ তেলফাটুদি সমাজ বিৰোধী কাৰ্য্যত লিপ্ত হব নোৱাৰে আৰু নিজৰ তথা সমাজৰ অপকাৰ কৰিব নোৱাৰে তাৰ বাবে ৰণ দিব পৰা এজন উপযুক্ত নেতাৰ প্ৰয়োজন বোধ কৰিয়েই শ্ৰীশইকীয়াক অসম প্ৰদেশ কংগ্ৰেছ (ই)-ৰ সভাপতি নিযুক্ত কৰা হ'ল।

জন-সাধাৰণৰ স্বাৰ্থৰ অনুকূলে আত্মনিয়োগ আৰু কৰ্তব্য সম্পৰ্কে চৰম উপলব্ধি কৰিব পাৰিলেহে ৰাজনৈতিক নেতা সকলৰ মহত্ব প্ৰকাশ পায়। শ্ৰীহিতেশ্বৰ শইকীয়া এনে এগৰাকী মহান নেতা। কৰ্তব্য সম্পৰ্কে তেখেতৰ চৰম উপলব্ধি থকাৰ কাৰণেই তেখেত আজি অসমৰ এগৰাকী অবিসম্বাদী নেতা ৰূপে নিজকে প্ৰতিষ্ঠা কৰিব পাৰিছে। যিটো সংগঠনৰ মঞ্চত অভিনয় কৰি তেখেত নায়ক হব পাৰিছে, সেই কংগ্ৰেছ সংগঠনটোৰ ফাপৰত পৰা অৱস্থা দেখি তেখেতৰ পুৰুষত্বত বজ্ৰ পৰা যেন হ'ল। সেয়েহে কংগ্ৰেছক পুনৰ্জীৱিত কৰিবলৈ, আৰু নিটোল স্বাস্থ্যৰ অধিকাৰী হৈ দলীয় চৰিত্ৰ নিৰ্মল আৰু কৰ্মঠ কৰি তুলিবলৈ শ্ৰীশইকীয়াই সততে চেষ্টা কৰিবলৈ ধৰিলে।

অকল চাতুৰী ভৰা কথাৰে কৰ্মবিমুখ হৈ কাল কটোৱা নেতা সকলৰ মুখাবোৰ এদিন নহয় এদিন খুলি পৰিবই। তেওঁলোকৰ জীৱন বোৰো এটা সময়ত গতিহীন হৈ পৰে। গতিহীনতাৰ আন এটা নাম

মৃত্যু। নানা প্ৰতিকূল অৱস্থাৰ মাজতো যিয়ে দুৰ্বাৰ গতিত জীৱন নৌকা বাই যাব পাৰে, তেওঁহে লক্ষ্যত উপনীত হব পাৰে। শ্ৰীশইকীয়া ডাঙৰীয়াইও কংগ্ৰেছ দলৰ গতিবেগ তীব্ৰ কৰি তুলিলে; অথচ সেই সময়ত বহুতো কংগ্ৰেছৰ নেতা-পালিনেতাই নানা কাৰণত দলত্যাগ কৰি ওলাই ওলাই গৈছিল। বাৰ্তাৰ কাকতৰ পৃষ্ঠাই পৃষ্ঠাই এনে লোকৰ নামৰ তালিকা প্ৰকাশ পাইছিল। ইমানতো শ্ৰীশইকীয়া থমকি ৰোৱা নাছিল। দলীয় কৰ্মীসকলক পদত্যাগ নকৰি ধৈৰ্য ধৰিবলৈ বিনয়েৰে আহ্বানহে জনাইছিল। কৈছিল, আমাৰ স্তিমিত সূৰ্য এদিন হ'লেও মেঘ ফালি ওলাই আহিবই। তেখেতে তৃণমূলৰ পৰাই দলটোক পুনৰ সংগঠিত কৰিবলৈ উঠি-পৰি লাগিল; আৰু জন-সাধাৰণৰ মাজত হাজাৰ বাধা নেওচিও সোমাই পাৰিবলৈ যত্ন কৰিলে, অবিৰাম গতিত সংগ্ৰাম কৰিব ধৰিলে। আকৌ নিৰ্বাচন খেলিলে। বিজয়ৰ গৌৰৱত দলে আকৌ সজীৱ হৈ উঠিল। ১১৬ খন বিধান সভাৰ আসনৰ ভিতৰত ৬৬ খন আসন লাভ কৰি শাসনৰ ক্ষমতা পুনৰ অধিকাৰ কৰি ললে।

নিৰ্বাচনৰ আগৰ অৱস্থাটো কংগ্ৰেছৰ ইতিহাসত আটাইতকৈ জটিল আছিল। আলফা, বড়ো-উগ্ৰপন্থীয়ে ৰাজ্যখনত আতংকৰ সৃষ্টি কৰি ৰাখিছিল। তেতিয়াও কংগ্ৰেছ কৰ্মী সকলে সন্ত্ৰাস-মুক্ত হৈ নিৰ্বাচনী অভিযান চলাব পৰা নাছিল। ছাত্ৰ সন্থাই দেখ্‌দেখকৈ কংগ্ৰেছক ভোট নিদিবলৈ ৰাইজক আহ্বান জনাইছিল। এই নিৰ্বাচনত এইবোৰ শক্তিৰ আক্ৰমণৰ মূল লক্ষ্য হৈ পৰা সত্ত্বেও কংগ্ৰেছ (ই) দলে ক্ষমতা অৰ্জন কৰিবলৈ সমৰ্থ হোৱা কথাই দুটা বিষয় স্পষ্ট কৰি দিয়ে। প্ৰথম কথা হ'ল—শ্ৰীহিতেশ্বৰ শইকীয়াৰ সমকক্ষ অন্য দ্বিতীয় জন নেতাক অসমৰ ৰাইজে নিবিচাৰে; দ্বিতীয়তে, ছাত্ৰ সন্থা প্ৰমুখ্যে শ্ৰীশইকীয়াৰ বিৰোধী শিবিৰৰ প্ৰতি ৰাইজৰ আস্থা হেৰাই গৈছে। শ্ৰীশইকীয়াই জন-সাধাৰণৰ মাজত কংগ্ৰেছৰ ভাবমূৰ্তি উন্নত কৰি তুলিলে। তেখেত সেই সময়ত কংগ্ৰেছৰ সভাপতি নহৈ আন কোনোবা হোৱা হ'লে—কংগ্ৰেছে কেনে সন্মান লাভ কৰিব পাৰিলে হেঁতেন, সেয়া চিন্তা কৰিবলগীয়া বিষয়। আজি কংগ্ৰেছ নেতা সকলৰ কিছুমানে তেখেতৰ বিৰুদ্ধে সমালোচনাৰ অস্ত্ৰ উলিয়াবলৈ প্ৰয়াস কৰা দেখা গৈছে। সেয়া কংগ্ৰেছ দলৰ কাৰণে কিহৰ চিন কৰ

নোৱাৰি। কিন্তু শ্ৰীশইকীয়াৰ অবিহনে কংগ্ৰেছ শক্তি যে সাংঘাটিক ধৰণে ক্লান্ত হৈ পৰিব ই ধ্ৰুৱপ। যেতিয়ালৈকে প্ৰাণ অত্যন্ত ক্লান্ত নহয়, যেতিয়ালৈকে ইন্দ্ৰিয়সমূহ নিষ্পন্ন নহয়, তেতিয়ালৈকে বৰষুণত পথ পিছল হ'লেও, তেখেতে বিপথে গমন কৰা পুৰুষ নহয়। সেইদৰে ৰাজহুৱা অনুষ্ঠানবোৰকো তেখেতে বিপথে যাবলৈ এৰি নিদিয়ে। তেনে স্থলত কাৰোবাৰ স্বাৰ্থত ব্যাঘাত জন্মিলে তেখেতৰ বিৰুদ্ধে তিতা-কেঁহা দুই চাৰিটা কথাৰ বান এৰাটো আৰু তেওঁ লোকৰ অন্তৰত শত্ৰুতা গজি উঠাটো সমীচীন বুলি ধৰি লোৱা উচিত হবনে! বৰং সেই বোৰে দলীয় স্বাৰ্থক কঠোৰ ভাৱে আঘাতহে কৰিব পাৰে। শ্ৰীশইকীয়া এইবোৰ জানি শুনিয়ে দলীয় কৰ্মী সকলক সংগঠনৰ দিশ মজবুত কৰিবলৈ আহ্বান জানাই আহিছে।

# পূৰ্বাঞ্চল আৰু শ্ৰীশইকীয়া

ভাৰতবৰ্ষৰ পূৰ্বাঞ্চলৰ এগৰাকী বিশিষ্ট কংগ্ৰেছ নেতা হিচাপে শ্ৰীহিতেশ্বৰ শইকীয়াৰ নিপুণ কৌশলৰ ওপৰত সংশয় কৰিব লগীয়া নিশ্চয় কাৰণ নাই। পূৰ্বাঞ্চলৰ ৰাজনীতিৰ গভীৰ সমস্যা বিলাকৰ পৰ্যবেক্ষক হিচাপে শ্ৰীশইকীয়াক সেই কাৰণেই কেন্দ্ৰীয় নেতৃবৰ্গই নিয়োগ কৰিছিল, আৰু তেখেতে নিপুণতাৰে সেই দায়িত্ব পালন কৰি সকলোৰে শলাগ লাভ কৰিব পাৰিছিল। এইবোৰ দায়িত্ব পালনৰ জৰিয়তে তেখেতৰ ৰাজনৈতিক গভীৰ জ্ঞানৰ পৰিচয় ৰাইজে পাই আহিছে। বহুতে তেখেতৰ কৰ্মনিপুনতাৰ আৰু গভীৰ ৰাজনৈতিক অভিজ্ঞতাৰ ওপৰত আঁৰকাপোৰ টানিব বিচাৰি, কিছুমান অবাঞ্ছিত বাক্য বাণ এৰা দেখা গৈছে; তেনে কাৰ্যক কোনো বিবেকে সমীচীন বুলি যে গ্ৰহণ নকৰে, তাক কোৱা বাহুল্য মাথোন। নীতি আৰু আদৰ্শৰ প্ৰতিও তেখেত দৃঢ় বিশ্বাসী; সেয়ে তেখেতে সৰ্বভাৰতীয় কংগ্ৰেছ নেতা সকলৰ ভিতৰতো ক্ৰমাৎ ক্ষমতাশালী হৈ উঠিছে। আত্মপক্ষ ৰক্ষা কৰাত তেখেতৰ বিচক্ষণতা দেখিয়েই ইন্দিৰা গান্ধীয়ে তেখেতক উত্তৰ পূৰ্বাঞ্চলৰ কিছুমান গুৰুতৰ সমস্যাৰ পৰ্যবেক্ষক হিচাপে নিযুক্তি দি আহিছিল। ইন্দিৰা গান্ধীৰ পিছতো ৰাজীৱ গান্ধীয়েও শ্ৰীশইকীয়াৰ ওপৰত গভীৰ আস্থা এৰি দিয়া নাছিল।

পূৰ্বাঞ্চল ৰাজ্য কেইখনৰ ঐতিহ্য-চেতনাৰ লগত শ্ৰীশইকীয়া অবিচ্ছিন্ন ভাৱে জড়িত। তেখেতে নিজকে এই ৰাজ্যকেইখনৰ জনসাধাৰণৰ লগত ভ্ৰাতৃত্বৰ এনা জৰীৰে নিকপ—কপীয়াকৈ বান্ধি ৰাখিব পাৰিছে। প্ৰত্যেক খন ৰাজ্যৰ লোকসকলে তেখেতক মৰম আৰু শ্ৰদ্ধা কৰে। বিশেষকৈ জন-জাতীয় ভাই ভনীসকলে তেখেতলৈ সম্ভ্ৰম স্নেহ দিয়াতো যেন তেওঁলোকৰ বাপতি সাহোন হে এনে ভাব মানুহৰ মনত জন্মে। এবাৰ শিৱসাগৰত সাত

জনীৰ বিহু উদযাপন মণ্ডত শ্ৰীশইকীয়াৰ প্ৰাণনাশ চেষ্টাৰ প্ৰসঙ্গত শ্ৰীগেগঙে আপাঙে ৰাইজৰ আগত কৈছিল "শ্ৰীযুত শইকীয়া আমাৰ বন্ধুৰ কুটুম, আমাৰ ভাই, আপোনালোকক যদি তেখেতক নালাগে, আমাৰ ভাইক আমাক দি দিয়ক।" আপাঙৰ এই কথাৰ আঁৰত শ্ৰীশইকীয়াৰ প্ৰতি তেওঁলোকৰ কিমান গভীৰ ভালপোৱা আছে, তাৰেই প্ৰমাণ দাঙি ধৰিছে। মিজোৰামৰ ৰাজ্যপাল হৈ থাকোঁতেও, মিজোসকলে তেখেতক ভূয়সী প্ৰশংসা কৰিছিল, আনকি তেওঁলোকে শ্ৰীশইকীয়াৰ শাসনত থাকি নিজকে ইমান ধন্য মানিছিল যে ৰাষ্ট্ৰপতিৰ শাসনৰ অৱসানৰ পিছতো শ্ৰীশইকীয়াই শাসন কাৰ্য নিৰ্বাহ কৰি থকাতোকে তেওঁলোকে বিচাৰিছিল। ইয়াৰ পাৰা এইটোৱেই দেখা যায় যে মিজোসকলৰ মাজোতো শ্ৰীশইকীয়াৰ জনপ্ৰিয়তা ব্যাপক ভাবে আৰু দকৈ প্ৰৱেশ কৰিছিল।

পূৰ্বাঞ্চলৰ ৰাজ্য সমূহৰ নিৰ্বাচনৰ সময়ত শ্ৰীশইকীয়া একাধিকবাৰ পৰ্যবেক্ষক নিযুক্ত হয়। এই নিযুক্তিয়ে পূৰ্বাঞ্চলৰ বিভিন্ন ৰাজ্যৰ সংগঠনৰ লগত তেখেতৰ মৰমচেনেহৰ এনা জৰিডাল আৰু দৃঢ় কৰি দিয়ে সেয়ে তেখেতে মিজোৰামৰ ৰাজ্যপালৰ কাৰ্য-নিৰ্বাহ কৰোঁতে জাতীয় কংগ্ৰেছে একাধিকবাৰ গণতান্ত্ৰিক সমাজবাদৰ পথত দেশক আগ বঢ়াই নিয়াৰ সংকল্প গ্ৰহণ কৰি যি প্ৰস্তাৱ গ্ৰহণ কৰিছিল, তাৰ কাৰ্যকৰী ৰূপায়ণ কৰাৰ দৃষ্টি ভঙ্গি সন্মুখত ৰাখি, মিজোসকলৰ সামাজিক আৰু অৰ্থনৈতিক অবিচাৰ দূৰ কৰিবলৈ, সকলোকে সমান সুবিধা দিয়াত সুনিশ্চিত কৰিবলৈ আৰু অৰ্থনৈতিক শৃংখলা প্ৰতিষ্ঠা কৰিবলৈ তেখেত হৈ পৰিছিল অধিক তৎপৰ। ইয়াৰেই ফলশ্ৰুতি হিচাবে মিজো সকলে শ্ৰীশইকীয়াক এতিয়াও শ্ৰদ্ধাৰে সুঁৱৰে।

পূৰ্বাঞ্চলৰ জন-সাধাৰণৰ বিশেষকৈ পৰ্বতীয়া জন-জাতিৰ লোক সকলৰ মাজত নিৰ্বাচনে কি ধৰণে প্ৰভাৱ পেলাই—এইকথাৰ জনাৰ উদ্দেশ্যে এগৰাকী নিৰ্বাচনৰ পৰ্যাবেক্ষক হিচাপে আমি তেখেতৰ পৰা জানিবলৈ বিচৰাত তেখেতে কৈছিল "নিৰ্বাচনৰ কামত উত্তৰপূব অঞ্চলৰ আটাইবোৰ ৰাজ্যলৈকে পৰ্যবেক্ষক হিচাপে ইন্দিৰাগান্ধী আৰু ৰাজীৱ গান্ধীৰ দিনত যাবলৈ আমি সুবিধা পাওঁ। মিজো সকলে নিৰ্বাচনটোক খেলুৱৈ সুলভ মনোবৃত্তিৰে লয়। গীত-মাতেৰে নিৰ্বাচনৰ প্ৰচাৰ কাৰ্য চলায়। নিৰ্বাচনক লৈ বহুতে সুন্দৰ সুন্দৰ



মিজো ছাত্ৰ-ছাত্ৰীসকলে ৰাজ্যপাল শ্ৰীহিতেশ্বৰ শইকীয়াৰ উপস্থিতিত আনন্দ প্ৰকাশ কৰা মুহূৰ্ত এটি।



অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ এখন সভাত প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধীৰ সৈতে শ্ৰীসন্তোষ মোহন দেৱ আৰু মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়া।

গীত্ ৰচনা কৰে,' আনকি নিৰ্বাচনী ইস্তাহাৰখনো গীতৰ মাধ্যমেৰে তেওঁলোকে প্ৰচাৰ কৰিব ভাল পায়। সকলো প্ৰাৰ্থীকে একেখন সভালৈ ৰাইজে মাতে, বক্তৃতা দিবলৈ দিয়ে, আৰু সেইবোৰ শুনে আৰু তাৰ দ্বাৰা জোনে যি ধৰণে প্ৰভাৱিত হয়, সেই ধৰণে ভোটদান কৰে। মিজোৰামৰ ৰাইজে নিৰ্বাচনত ভোট দানৰ বাবে কোনো প্ৰাৰ্থীৰ পৰা টকা নিবিচাৰে। মিজোৰামৰ ভোটাধিকাৰ সকলে ভোট দান কৰা কাৰ্যক এক পৱিত্ৰতাৰ কাম বুলি ভাবি লয়; গতিকে তেওঁলোকে পৰাপক্ষত ভোটদানৰ পৰা বিৰত নাথাকে; আৰু কোনো ধৰণৰ লোভৰ বশৱৰ্তী হৈ ভোট দান নকৰে। সেয়ে প্ৰাৰ্থী সকলে খুব কম খৰছতে নিৰ্বাচন খেলিব পাৰে। মিজোৰামত শিক্ষিতৰ সংখ্যা দেশৰ অন্যান্য ৰাজ্যৰ তুলনাত বৰ বেছি কাৰণেই এইটো সম্ভৱপৰ হৈ উঠিছে। আমি ভাবোঁ যে মিজোসকল এই ক্ষেত্ৰত আদৰ্শনীয়।

নাগালেণ্ডৰ নিৰ্বাচন অৱশ্যে ব্যয়বহুল। তাত ভোটাধিকাৰ সকলক প্ৰাৰ্থী সকলে ভোজ-খুৱায় আৰু উপহাৰ দিয়ে। উপহাৰতে বহু টকা খৰছ কৰিব লগীয়া হয়। কোনো কোনোৱে আকৌ সমৰ্থক সকলক বিনামূল্যে খাদ্য সামগ্ৰী যোগান ধৰে। এইদৰে নিৰ্বাচনৰ সময়ত প্ৰাৰ্থীসকল খৰচান্ত হৈ পৰে। মণিপুৰতো প্ৰাৰ্থী সকলে ৰাইজক ভাত খুৱাব লগীয়া হয়; আৰু কোনো কোনো সমৰ্থকক প্ৰাৰ্থীয়ে তেওঁলোকৰ ঘৰলৈ খাদ্য-সামগ্ৰী যোগান ধৰিব লগীয়া হয়। অৰুণাচলৰ নিৰ্বাচন আমাৰ দৰেই; তেওঁলোকেও নিৰ্বাচনত প্ৰাৰ্থী সকলক আমাৰ দৰেই ব্যৱহাৰ কৰে। সেই দৰে মেঘালয় আৰু ত্ৰিপুৰাৰ নিৰ্বাচনো আমাৰ অসমৰ দৰে। আমি চিকিমলৈ কেবাবাৰো গৈছোঁ। ইয়াতো টকা-পইচাৰ খৰছ হয়; কৰ্মী সকলকো খোৱা-লোৱা দিব লগীয়া হয়। ইয়াৰ নিৰ্বাচনী সভাবিলাক একে ঠাইতে হয়; আৰু ৰাইজো প্ৰায় একেখিনিয়েই থাকে। বিভিন্ন দলৰ বিভিন্ন প্ৰাৰ্থীয়ে সেই একেখিনি ৰাইজৰ আগত তেওঁলোকৰ বক্তব্য দাঙি ধৰে এজনৰ পিছত এজনকৈ।"

তেখেতৰ সমুখত বহি আৰু তেখেতৰ লগত কথা পাতি মোৰ মনলৈ আহিছিল উইলেম্ ভান্লুনৰ এষাৰ কথা। নেপোলিয়ানৰ ব্যক্তিত্বৰ বিষয়ে তেওঁ লেখিছিল—"Napoleon was the greatest of actors and the whole European continent was his

stage. At all times and under all circumstances he knew the Precise attitude that would impress the spectators most and he understood what words would make the deepest impression. "মোৰ নিজস্ব ধাৰণা যে শ্ৰীশইকীয়াৰ চৰিত্ৰতো এনে ব্যক্তিত্বৰ বৈশিষ্ট্য কিছু পৰিমাণে আছে। শ্ৰীহিতেশ্বৰ শইকীয়াৰ বৈচিত্ৰপূৰ্ণ কৰ্মময় জীৱনত এটি কথাই নিজৰাৰ ফটিক পানীৰ দৰে পৰিস্কাৰ ভাৱে দেখা দিয়ে যে, তেখেতে বিভিন্ন পদত, সকলো সময়তে আৰু বিভিন্ন পৰিস্থিতিত সমগ্ৰ উত্তৰ-পূৰ ভাৰতত সফলভাৱে কাৰ্য-নিৰ্বাহ কৰি আছে ; কিন্তু কাহানিও নিৰাশাৰ সোঁতত-উটি যোৱা নাই। যিসকলে মানুহৰ নেতৃত্ব বহন কৰে, সেই সকলৰ কাৰণে ই এটা অপৰিহাৰ্য গুণ ; যাক প্ৰতিভা বুলি কব পাৰি।

১৯৯২ চনৰ শেষৰ ফালে অৰ্থাৎ আজিৰ পৰা কেইমাহ মান আগতে মেঘালয়ত ৰাজনৈতিক অস্থিৰতাৰ উদ্ভৱ হৈছিল। সেই সময়তো তাৰ নেতাসকলে শ্ৰীশইকীয়াৰ ওচৰ চাপিছিল—দিহা-পৰামৰ্শ বিচাৰি ; আৰু শ্ৰীশইকীয়াই নিষ্ঠাৰে সৈতে ৰাজ্যখনত সুস্থ পৰিৱেশ ৰচনা হোৱাৰ কামনাৰে তেওঁলোকক বুজনি দিছিল। এই দৰে শ্ৰীশইকীয়াই ব্যক্তিগতভাৱে, ৰাজ্যপাল হিচাবে আৰু পৰ্যবেক্ষক ৰূপে পূৰ্বাঞ্চলৰ বিভিন্ন পৰিস্থিতিত, সকলো সময়তে আশাশুধীয়া ভাৱে কাম কৰি আহিছে।

# হিতেশ্বৰ শইকীয়া আৰু যুৱকৰ সমস্যা

চিন্তাৰ স্বাতন্ত্র্য হৈছে ব্যক্তিত্বৰ প্রতিফলন। যি কোনো মানুহৰ কথা-বতৰাৰ জৰিয়তে তেওঁৰ চিন্তাশীল মনৰ বহল ছবি ভাঁহি উঠে। লেখক সকলৰ ৰচনাৰ মাজত স্পষ্ট হৈ উঠে তেওঁলোকৰ মনৰ পৰিচয়। যি কোনো ৰচনাতে লেখকজনৰ চিন্তা, মন সঞ্চাৰ হয়। সেইদৰে এটা জাতিৰ সাহিত্যৰ মাজেৰে উপলব্ধি কৰিব পাৰি সেই জাতিৰ ঐতিহ্য আৰু আভিজাত্য।

শ্রীহিতেশ্বৰ শইকীয়াৰ সাহিত্য ৰচনা কৰাৰ প্রয়াস হয়তো এটা সময়ত আছিল যদিও সেই কাম আজিও আকাশ-কুসুম হৈয়ে ৰ'ল। লেখত লবলগীয়া ধৰণৰ কোনো ৰচনা তেখেতে আমাক এতিয়ালৈকে দিয়া নাই। মাজে সময়ে অ'ত ত'ত দুই এখন ৰচনা ধৰণৰ প্রবন্ধ কেৱল পোৱা গৈছে। কেতিয়াবা আলোচনা, কেতিয়াবা চিঠি, কেতিয়াবা প্রবন্ধ আৰু কেতিয়াবা উদ্বোধনী নাইবা মুখ্য অতিথিৰ ভাষণৰ জৰিয়তে তেখেতৰ প্রতিভা সম্বন্ধে আমাৰ চেতনাক সঞ্চাৰ কৰি দিয়ে। ৰচনাৰ সংখ্যা নিচেই তাকৰ যদিও সেইখিনিৰ প্রাঞ্জল ভাষা আৰু খোকোজা নলগা চিন্তাৰ আঁতে দাঙি ধৰিছে তেখেতৰ কলা-সুলভ মনৰ চানেকি। 'যুৱকৰ সমস্যা' শীৰ্ষক ৰচনা বা প্রবন্ধটোৰ ভাষা যেনেকুৱাই নহওঁক লাগে, তাত নবীন লেখকজনৰ যুৱকৰ হকে চিন্তা কৰা ভাৱ এটা ফটফটীয়াকৈ ওলাই আছে।

এই ৰচনাৰ জৰিয়তে শ্রীশইকীয়াই শ্রদ্ধা আৰু সহানুভূতিৰে যুৱক সকলৰ সমস্যাৰ বিষয়ে নিজস্ব উপলব্ধি বিশ্লেষণ কৰিছে। এই বিশ্লেষণক গভীৰ আৰু বাস্তৱ দৃষ্টিভঙ্গীৰ এক নিখুঁট চিত্র বুলি কব পাৰি। যুৱক সকলৰ সমস্যাৰ সমাধানৰ পথৰ সন্ধানো তেখেতে নিপুণভাবে দাঙি ধৰিছে। তেখেতৰ বক্তব্য, বিচাৰ প্রণালী

আৰু সিদ্ধান্তৰ পৰিমাপ বুজিবলৈ তলত ৰচনাখিনি দাঙি ধৰা হ'ল—

মানৱ জীৱন সমস্যা বহুল। জীৱন যাত্ৰাৰ অৰ্থই হৈছে, সমস্যাৰ বাটেৰে অগ্ৰসৰ হোৱা। মানুহৰ স্তৰে স্তৰে আৰু সমাজভেদে বিভিন্ন সমস্যা আহি পৰে। গাইগুটীয়া সমস্যা আৰু যুটীয়া সমস্যা জীৱন যাত্ৰাৰ স্তৰ হিচাপে আছে। বাল্যকাল আৰু বাৰ্ধক্যৰ সমস্যাতকৈ যুৱকৰ সমস্যা গুৰুতৰ আৰু জটিল অৰ্থাৎ ভৰ ভাদৰ নদীৰ দৰে।

যুৱক বুলিলে জীৱনৰ মধ্যম স্তৰ ১৮ বছৰৰ পৰা ৩০/৩২ বছৰলৈ আমি ধৰি ল'ব পাৰোঁ। এই স্তৰত সাধাৰণতে পিতৃ-মাতৃৰ ওপৰত নিৰ্ভৰ কৰি চলিবলৈ টান পায় আৰু আন হাতে জীৱন প্ৰস্তুতিৰ উপযুক্ত সংস্থান নাপালে অকল সমস্যাই নহয় বৰং বেছি অথন্তৰৰ সন্মুখীন হব লগা হয়। ফলস্বৰূপে আনন্দ উছাহৰ পৰিৱৰ্তে নিৰাশা আৰু হতাশাৰ ছাঁ পৰে। মনোবৈজ্ঞানিকৰ মন্তব্য "যৌৱনকাল ধুমুহা আৰু বিপৰ্যয়ৰ উৎস"। কথাফাকিয়ে এই ছোৱাকালৰ এটি স্পষ্ট ধাৰণা দিয়ে। অথচ জীৱনৰ প্ৰতিষ্ঠা উৎকৰ্ষতা আৰু স্থায়িত্বৰ উপযুক্ত সময় এইখিনিয়েই। এই স্তৰত তিষ্ঠিব পাৰিলে আৰু আত্ম প্ৰতিষ্ঠা কৰিব পাৰিলে যি কোনো সমস্যাৰে সন্মুখীন হব পৰা সামৰ্থ্য আছে। চমু ইঙ্গিতেৰে কব পাৰি যুৱকৰ মনস্তাত্বিক (যৌন সমস্যা আদি) অৰ্থনৈতিক, সামাজিক, ৰাজনৈতিক বা জাতীয় সমস্যাই প্ৰধান।

যৌৱনৰ উন্মাদনাত হয়তো অনীতিকৰ কাম কৰা দেখা যায় যিহেতু অপথে পৰিচালিত হয় বা অৱস্থাই বাধ্য কৰায়। এই সমস্যাক সন্ধিলগ্নৰ সমস্যা বুলিব পাৰি। সমাজ বা অভিভাৱকৰ প্ৰেৰণাত যৌন সমস্যাৰ কিছু সমাধান কৰালেও অৰ্থনৈতিক সমস্যাই মহৎ অনৰ্থৰ বাট মুকলি কৰি দিয়ে। ৰাজনৈতিক সমস্যাবোৰ দীৰ্ঘস্থায়ী নহয় বুলি ধৰিব পাৰি, কিন্তু সমস্যা বুলিলেই যুগৰ ডাক, যুগৰ প্ৰতিধ্বনি আৰু প্ৰতিবিম্ব।

সামাজিক আৰু অৰ্থনৈতিক সমস্যা যে বেচি মূৰ্তিমান ই সত্য আৰু ইয়াৰ হেঁচা জাতিৰ প্ৰাণশক্তি যুৱকৰ ওপৰত পৰিছে। এনে ৰকমৰ চাঞ্চল্যৰ দৃষ্টি পৃথিৱীৰ বিশেষকৈ ভাৰতৰ যুৱক সকলৰ ওপৰত বৰ্তমান বৃত্তাকাৰ। ১৯৪৭ চনৰ নৱলব্ধ স্বাধীনতাৰ অভিযান শেষ হৈছে যদিও ভৱিষ্যতৰ বাট যে ক্ৰমে জটিলতৰ ই স্পষ্ট। বিদেশী শাসনৰ পৰা ভাৰত যদিও কৰাল গ্ৰাসমুক্ত হ'ল তেওঁলোকে এৰি থৈ যোৱা বীজাণু, আৱৰ্জনা আৰু বিভিন্ন ত্ৰুটিয়ে বৰ্তমান সমাজক বিব্ৰত কৰিছে আৰু সমস্যাই লানি পাতিছে।

যুৱক সকল কোন পথে যাব, কি কৰিব, পথহীন পথিকৰ দৰে অথবা আহমদ হাজৰিকাৰ 'দিনকণা' কবিতাৰ দিনকণাৰ দশাৰ দৰে তেওঁলোকৰ অৱস্থা। অথচ যোগ্য শক্তিৰ অভাৱ নাই। লগাব পাৰিলে মুধৰ খুটা হৈয়ো উঠিব পৰা শক্তি আছে, মাত্ৰ লাগে বাস্তৱৰ সমুখত থিয় হৈ প্ৰকৃত বাটৰ সন্ধান। বৃদ্ধ সকলৰ ধৰ্ম অৰ্থ আৰু মোক্ষৰ চিন্তা, দুৰ্নীতিকাৰীৰ দুৰ্নীতি চিন্তা, এইবোৰকে সমস্যা বুলি নিজ নিজ কক্ষত চলি আছে ; কিন্তু যুৱক সকলৰ চিন্তা যোগ্য পথৰ বা প্ৰকৃত স্থানৰ। অসমৰ যুৱকৰ সমস্যা ততোধিক। বাট কোনটো ? নিৰক্ষৰ ভোটাৰে গণতন্ত্ৰৰ মূল্য নুবুজি কোনো দলৰ বাক শক্তিৰ প্ৰভাৱত পৰি যেনেকৈ চকু মুদি ভোট দিয়ে যুৱকৰ শক্তি তেনেকুৱাই হৈছে নেকি ?

বৰ্তমান শিক্ষাৰ যি কেৰোণ তাক দূৰ কৰি পৰিবৰ্তন কৰা আৱশ্যক। শিক্ষাই মানুহক পোহৰ দেখুৱাই সুপথত কাৰ্যক্ষম কৰে। কিন্তু আমাৰ গতানুগতিক "ভাটৌ পঢ়োৱা" শিক্ষাই বহু পৰিমাণে পঙ্গু কৰিছে। আমেৰিকা, ইংলেণ্ড, ৰুছিয়াতো শিক্ষা আছে আৰু ভাৰততো আছে। ভাৰতৰ শিক্ষা তেনে কাৰ্যকৰী নহয় বুলি আন দেশৰ লগত ফেৰ মাৰিব নোৱাৰে। আমাৰ শিক্ষা শতকৰা ৩৭। ৩৮তে সীমিত হৈ আছে অথচ বৈজ্ঞানিক আৰু অৰ্থকৰীশিক্ষাৰ অভাৱ হৈ আছে। আমাৰ মাত্ৰ বৃটিছ যুগৰ শিক্ষাৰ আলমতে কলম পিহি খোৱা শিক্ষাই কল নিনাদ কৰিছে। কিন্তু হাতে-

কামে লাগি ভাত মাছ অৰ্জন কৰি খোৱা শিক্ষাৰ অভাৱ। বিশ্ববিদ্যালয় বা পৰিষদবোৰে উপযুক্ত পাঠ্য ক্ৰমণিকা প্ৰস্তুত কৰি কাৰ্যকৰী শিক্ষাৰ ব্যৱস্থা কৰা যে উচিত এই সমস্যাও যুৱকৰ সন্মুখত।

পঞ্চবাৰ্ষিকী পৰিকল্পনাৰ আঁচনিবোৰে অৱশ্যে কিছু কাম হাতত লৈছে যদিও সাময়িক বিপৰ্যয়ে প্ৰগতিৰ পথত বাধা দিছে, পাৰ্শ্ব জ্যোতিৰ দৰে। যুৱকে জানে, যুৱকক লাগে কৰ্মযোগী শিক্ষা, বৃহৎ শিল্পানুষ্ঠান, ফলপ্ৰসূ কৃষি, সুগম ৰাস্তা, নাগৰিকত্বৰ পূৰ্ণ শ্বাস, আৰু উপযুক্ত নিয়োগ ব্যৱস্থা —কিন্তু হয় কেনেকৈ? যুৱকে পায় কত? দেশৰ সমস্যা হৈছে ১। অন্নবস্ত্ৰ, ২। ধনী-দুখী প্ৰভেদ, ৩। ৰাজনৈতিক দলৰ মতভেদ, ৪। বহিৰাগতৰ প্ৰশ্ন, ৫। ভাষা সমস্যা, ৬। ভৱিষ্যত নিয়োগ নীতি, ৭। বেকাৰ সমস্যা, ৮। জীৱনৰ মূল্যবোধ, ৯। দেশৰ ডাক আদি। নাও ডুবা প্ৰাণীৰ দৰে কক্‌বকাই উঠিছে যুৱক—উপযুক্ত স্থান, নেতৃত্ব আৰু সুযোগৰ অভাৱত শিক্ষাজীৱন বিপৰ্যয় কৰি সামাজিক জীৱনৰ শৃংখলা তেওঁলোকৰ স্বেচ্ছাচাৰে ভাঙি দিয়ে যাৰ ফলত শাসনৰ আসনো লৰি উঠিব লগা হয়। যুৱকে ভাবিবলৈ বাধ্য হয় ভুল কৰিলে নে ভাল কৰিলে। পৃথিৱীৰ যুৱক সকলৰ লগত ভাৰতৰ সংখ্যা পিয়ল কৰি চালে দেখা যায় ভাৰতৰ শতকৰা ৭০ জনেই সমস্যামুক্ত নহয়। অসমৰ ততোধিক শিক্ষিত নিবনুৱাৰ মুকলি বজাৰ নীৰৱ দাৰ্শনিকৰ দৰে।

সমাজৰ পৰিবৰ্তন, যুগৰ ডাক আৰু উপযুক্ত সুযোগ পালে তৰুণৰ শক্তি প্ৰয়োগ কৰিবলৈ উৰ্বৰা ক্ষেত্ৰ নিশ্চয় পোৱা যায়; কিন্তু তৰুণেও চিন্তা কৰে উল্লেখিত সমস্যাবোৰ, লগতে চিন্তা কৰে সমাজৰ পৰিহাৰ্য্য দোষ কি কি—চমুকৈঃ —সংহতিৰ অভাৱ, নৈতিকতা আৰু জাতীয় চৰিত্ৰহীনতা, দুনীতি, অসুস্থ পৰিবেশ ইত্যাদি। এই সমস্যাৰ সন্ধিক্ষণত আমাৰ যুৱক সকল নৈসৰ্গিক সমস্যা প্ৰকৃতিয়ে আনে আৰু সমাজৰ সমস্যা মানুহে নিজে সৃষ্টি কৰে। সমস্যা

সৃষ্টিকাৰী সমাজে সমাধানৰো পথ লব পাৰে। তাৰ বাবে লাগে সুস্থ মন, একাগ্ৰতা, আবেগিক ঐক্য আৰু ত্যাগ স্বীকাৰ।' সাময়িক উত্তেজনাৰ হৈ-চৈয়ে স্পষ্ট বাটৰ সন্ধান দিব নোৱাৰে।

যুৱকৰ শক্তিয়ে দেশৰ শক্তি, জাতিৰ মেৰুদণ্ড। যুৱকক যোগ্য পথত পৰিচালিত কৰা শিক্ষকৰ, শাসকৰ, সমাজৰ আৰু বিবেকৰ কৰ্তব্য। শিক্ষিত মাত্ৰেই চাকৰি পোৱাৰ কথা যুৱকে নেভাৱে; কিন্তু গুণ আৰু যোগ্যতাৰ সমাদৰ পালে লাজ, অভিমান, আভিজাত্যৰ বৃথা গৌৰৱ এৰিব পাৰিলে ভাত-মাছ আৰ্জি খোৱাৰ ক্ষেত্ৰ নিশ্চয় পাব। দেশ বিদেশৰ যুৱকৰ লগত ফেৰ মাৰিবলৈ অধিক শক্তি গোটাই ললে সমাজবাদৰ মুক্ত বাটত উঠিব পাৰিব আৰু সামন্তবাদক প্ৰত্যাখ্যান কৰিব পাৰিলে সেই পৰিমাণে মেঘমুক্ত চন্দ্ৰৰ দৰে উদিত হোৱাৰ আশা।"

শ্ৰীশইকীয়া দেৱৰ এই কথাখিনি যুৱক সকলৰ সমস্যা আৰু তাৰ সমাধানৰ ক্ষেত্ৰত সুষম কথা। শ্ৰীশইকীয়া নিজে যে এজন আদৰ্শ-বাদী লোক, সেইটো স্পষ্ট কৰি দিয়ে। তেখেতৰ এই ৰচনাখিনিয়ে তেখেতে বিশ্বাস কৰে যে যুৱকৰ মাজত ব্যক্তিজীৱন আৰু সমাজ-জীৱনৰ অপৰিহাৰ্য গুণ আৰু অভ্যাস বিলাক সৃষ্টি কৰাই হব প্ৰকৃত জাতি গঠনৰ অন্যতম উপায়। যুৱক সকলৰ আত্ম প্ৰতিষ্ঠা ৰচনাৰ ক্ষেত্ৰত শ্ৰীশইকীয়া দেৱৰ এই ৰচনাখনে অনদব্য প্ৰেৰণাৰ সন্ধান দিয়ে। তাৰ উপৰি যুৱকৰ সমস্যাৰ ইয়াত এখন বাস্তৱ ৰূপ প্ৰকাশ পাইছে। শ্ৰীশইকীয়াৰ প্ৰথম জীৱনৰ এই ৰচনাখিনিয়ে তেখেতৰ অতুলনীয় চিন্তাৰ সম্যক পৰিচয়ো পৰিস্কাৰ কৰি দিছে। তাৰ উপৰি শ্ৰীশইকীয়া ডাঙৰীয়াৰ এই ৰচনাৰ বিশেষত্ব হ'ল—ই কেতিয়াও পাঠকৰ ক্লান্তিকৰ নহয়। তেখেতৰ ৰচনা ৰীতি ভাৱৰ পোনপটীয়া বাৰ্তাবাহক।

বৰ্তমান সমাজ তথা ৰাজনৈতিক জীৱনত যুৱ-শক্তিৰ প্ৰভাৱ যে কিমান ব্যাপক সেই কথা কোৱাৰ প্ৰয়োজন নাই। সমাজৰ বিচিত্ৰ কাৰ্যকলাপ আৰু প্ৰত্যাহিক কৰ্মধাৰাৰ আজিৰ যুৱ-শক্তিয়ে প্ৰত্যক্ষ আৰু নিগূঢ়ভাৱে যে পৰিচালনা কৰিছে, সেই কথাও অনুসন্ধিৎসু

সকলো নিশ্চয় অনুধাৱন কৰিব পাৰিছে। বৰ্তমান আমাৰ সমাজ ইটোৰ পিছত সিটোকৈ লেঠাৰি নিচিঙা বেমেজালিত পৰি হজমশক্তি হেৰুৱাই পেলোৱাৰ দৰে হৈছে। এনে শীৰ্ণ অৱস্থাক ৰোধ কৰিব নোৱাৰিলে সমাজ তথা জাতিৰ ভৱিষ্যত তেনেই অন্ধকাৰ। সুস্থ যুৱ-শক্তিৰ এই ক্ষেত্ৰত ভূমিকা অস্বীকাৰ কৰিব নগীয়া নহয়। জাতিৰ বৰ্তমান সেমেকা ধূলিময় পৰিস্থিতিৰ সময়ত স্পষ্ট আৰু নিৰ্ভীকভাৱে প্ৰাণ-শক্তিৰ উন্মেষ প্ৰখৰ কৰি তোলাত যুৱক সকলে আগভাগ লব লাগিব। কিন্তু যেতিয়া যুৱক সকল নিজেই সমস্যাত জৰ্জৰ হৈ পৰে, তেতিয়া জাতিটোক আগবঢ়াই নিয়াৰ প্ৰাণ-শক্তি তেওঁলোকে হেৰুৱাই পেলায়। সেয়ে শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াই যুৱক সকলৰ সমস্যাৰ অৱতাৰণা কৰি সেইবোৰৰ যথাযথ সমাধানৰ উপায় যৌক্তিকতাৰ মানদণ্ডেৰে বিশ্লেষণ কৰিছে। যুৱক সকলৰ বিষয়ে এনে গভীৰ আৰু বাস্তৱ দৃষ্টিভঙ্গীৰ নিখুট চিত্ৰ অংকণ কৰি শ্ৰীশইকীয়া ডাঙৰীয়াই তেখেতৰ নিজস্ব মৌলিকতা প্ৰদৰ্শন কৰাত সাৰ্থকতা লাভ কৰিছে।

তেখেতে এই কথা পৰিষ্কাৰকৈ উপলব্ধি কৰিছে যে যুৱ সমস্যাৰ সমাধান নহ'লে ভৱিষ্যত সমাজক নিষ্ঠুৰ কৰি তুলিব। এই অৱস্থাত যুৱ সমস্যাৰ আশু সমাধান কৰাই হ'ল উত্তম উপায়।

# নিন্দা আৰু প্ৰশংসা

জীৱন-যুদ্ধত বাটকুৰি বাই ফুৰিও অলপো ক্লান্তিবোধ নকৰা শ্ৰীহিতেশ্বৰ শইকীয়াই সদনাম-বদনামক কোনো দিনে প্ৰশ্ৰয় দিয়া নাই। ১৯৭৯ চনৰ পৰা ১৯৯০ চনলৈকে এই কাল ছোৱাৰ ভিতৰত বহু ধুমুহা-ঢেৰেকনী, শিলাবৃষ্টি তেখেঁও কান্ধ পাতি লব লগীয়া হৈছে। আনকি এই কালছোৱাৰ ভিতৰত এবাৰ নহয় দুবাৰকৈ তেখেতৰ জীৱন নাশ কৰাৰ প্ৰচেষ্টাও চলিছিল, সহোদৰ ৰোহিনী আৰু পুত্ৰসম ভতিজা প্ৰদীপক অতি নিৰ্মমভাৱে হত্যা কৰা হৈছিল। ইমানতো তেখেতৰ দুখৰ বোকোচা শেষ হোৱা নাই। আঁউসীৰ কলা অন্ধকাৰে তেতিয়াও তেখেতৰ জীৱনক গ্ৰাস কৰিবলৈ হেতা-ওপৰা দি ধৰিবলৈ এৰা নাই—জীৱনৰ এক সন্ধিক্ষণ; মূত্ৰাশয় ৰোগৰ নিচিনা সাংঘাতিক ৰোগেও তেখেতক সেই সময় ছোৱাৰ ভিতৰতে আক্ৰমণ কৰিছিল। বাৰিষা কালত প্ৰকৃতিৰ বুকুত বতৰ ডাৱৰীয়া হোৱাৰ দৰে শ্ৰীহিতেশ্বৰ শইকীয়াৰ জীৱনৰ ওপৰতো এই সময় ছোৱাত এচপৰা কলা ডাৱৰ নামি আহিছিল।

আপদ কালত নানাৰকমৰ শত্ৰুতাৰো উদ্ভৱ হয়। এই সময় ছোৱাতে শ্ৰীশইকীয়াৰ ওপৰত অভিযোগ তুলি কিছুলোকে দলত্যাগ কৰি কংগ্ৰেছ (ই)-ৰ পৰা আতৰি গৈছিল। অসম কংগ্ৰেছৰ ইতিহাসত ইয়ো এক সন্ধিক্ষণ। কিন্তু শ্ৰীশইকীয়াই এই সন্ধিক্ষণকো নগনি, শত সহস্ৰ উত্থান-পতনৰ মাজেৰে বিভিন্ন সংঘৰ্ষৰ আঘাত নীৰৱে সহ্য কৰি, হেজাৰ-বিজাৰ মন্বন্তৰৰ মাজেৰে তেখেতৰ নীতি, তেখেতৰ আদৰ্শ আৰু সংকল্প সগৌৰৱে অবিচলিত ভাৱে ৰক্ষা কৰি আহিছে। এই সংকটপূৰ্ণ মুহূৰ্ততো দল আৰু নিজৰ মৰ্যাদা আৰু অৱস্থা ৰক্ষা কৰিবলৈ সক্ষম হৈছে। অৱশ্যে ইয়াৰ পিছত এক ডাঙৰ ভূমিকা পালন কৰিছে তেখেতৰ পত্নী ডক্টৰ হেমপ্ৰভা শইকীয়াই।

স্বামীৰ প্ৰতি তেওঁৰ মনৰ মাজত সদায় সবিস্ময় কৌতূহল আৰু শ্ৰদ্ধা সজীৱ হৈ আছে। সেয়ে তেখেতে সকলো সময়তে স্বামীৰ প্ৰত্যেক কামতে যোগাই আহিছে পূৰ্ণসমৰ্থন আৰু অনুপ্ৰেৰণা। তেওঁৰ লগতে শ্ৰীশইকীয়াৰ আন কেইগৰাকীমান বন্ধু-বান্ধৱ আৰু সহকৰ্মীও বিপদকালত লগ এৰা দিয়া নাছিল। সেই সকল বন্ধু-বান্ধৱ আৰু সহকৰ্মীৰ ভিতৰত মুকুট শৰ্মা, পৱন ঘাটোৱাল, বলীন কুলি, মানবেন্দ্ৰ শৰ্মা, স্বৰূপ উপধ্যায়, শিৱসম্ভু ওজা, ভূমি বৰ্মণ, সুৰেন ৰাম ফুকন, মহিব মজুমদাৰ, মহম্মদ ইদ্ৰিছ, জ্ঞানানন্দ শৰ্মা পাঠক, মেদিনী চৌধুৰী, মহৰ্বৎ আলি প্ৰভৃতি সহানুভৱ ব্যক্তিসকল বিশেষভাৱে উল্লেখযোগ্য। এই সকলৰ পূৰ্ণ সমৰ্থন আৰু সহযোগ সত্বেও যেন তেখেতৰ আত্মমৰ্যাদা ক্ষুন্ন হোৱাৰ বেদনাৰে সেই সময়ছোৱা অতিবাহিত কৰিব লগা হৈছে। কাৰণ জাতিৰ দুৰ্বাক্য মেঘমুক্ত ব'দৰ দৰে নিত্যান্ত অসহ্য। সেই বাবেই ৰাৱণে-কৈছিল—''বৰং ৰামৰ শৰৰ আঘাত সহ্য কৰিব পাৰি ; কিন্তু বিভীষণৰ বাক্য সহ্য নহয়।'' এটা সময়ত তেখেতৰ সৈতে নলে-গলে দলৰ কামত লাগি থাকি আপদ কালত অভিযোগ তুলি কিছুমান সহকৰ্মী আঁতৰি যোৱাৰ কাৰণে তেখেতৰ মানসিক সাহসক যে কিছু পৰিমানে কঁপাই তুলিছিল, সেয়া সঁচা, তথাপিতো তেখেতে সেই পৰিস্থিতিকো চম্ভালিলৈ পৰাঙ্মুখ হোৱা নাই। ইয়াৰ মূলতে হৈছে তেখেতৰ মনৰ দৃঢ়তা আৰু আত্মবিশ্বাস আৰু পত্নী সমন্বিতে তেখেতৰ বন্ধু-বান্ধৱ সকলৰ অভয় আৰু প্ৰেৰণাদায়ক সহযোগ। মানুহৰ জীৱনৰ পৰা আৰু এটা কথা উপলব্ধি কৰিব পাৰি যে অনেক সময়ত দুভাগ্যই মানুহক পৰিশ্ৰমী কৰি তোলে। শ্ৰীশইকীয়াই আজি নিজৰ যোগ্য আসন লাভ কৰাৰ কাৰণো কঠোৰ পৰিশ্ৰম।

হলা গছত কুঠাৰ ম'ৰাৰ দৰে, এই দুৰ্যোগৰ সময়তে বিৰোধী দল সমূহেও শ্ৰীশইকীয়াৰ ভাৱ-মূৰ্তিৰ ওপৰত আঁৰ কাপোৰ টনাৰ চেষ্টা চলাই আহিছে। ফলত শ্ৰীশইকীয়াৰ বিৰুদ্ধে নানা প্ৰচাৰ অপ-প্ৰচাৰ তেতিয়া পূৰ্ণ গতিত চলি থকাতো একো অস্বাভাৱিক ন হয়। ৰাজনীতিৰ খেল খনেই তেনেকুৱা। যিমানেই চাতুৰীভৰা কথাৰে অপ-প্ৰচাৰক সৰব কৰিব পাৰে, সিমানে ৰাজনীতিত স্থিতি

মজবুত কৰিব পাৰি বুলি আমাৰ বহুতৰে ধাৰণা। পিছে এইবোৰ কৌশল আত্মৰক্ষাৰ ক্লিষ্ট প্ৰয়াগৰ বাহিৰে অন্য একোৱেই নহয় বুলি শ্ৰীশইকীয়াৰ বুজিবলৈ অলপো অসুবিধা নহয়। সেয়ে আত্মপ্ৰতিষ্ঠাৰ বজ্ৰ কপাট মুকলি কৰিবলৈ তেখেত ওলাই আহিল কঁকালত টঙালি বান্ধি। এইয়া বহুলা জগৰ? আত্ম-প্ৰতিষ্ঠাৰ সাংগঠনিক মানসিক প্ৰক্ৰিয়াৰ কাৰণে বহুতে তেখেতক ৰাজনৈতিক মঞ্চৰ এজন খল নায়ক বুলিও আখ্যা দিছে। এনে বোৰ আখ্যাই তেখেতক ধনিষ্টমানো বিচলিত কৰিব পৰা নাই। তেখেতে অনেকবাৰ জীৱনৰ মমতা এৰিও অসম আৰু অসমীয়াৰ স্বাৰ্থৰ হকে কাম কৰা বহুতো প্ৰমাণ আছে। সেয়ে নহ'লে ৰাজ্যপালৰ দৰে মৰ্যাদাপূৰ্ণ আৰু বিলাসপূৰ্ণ তথা নিৰাপত্তা-মূলক পদমৰ্যাদাৰ প্ৰতি সকলো লোভ পৰিহাৰ কৰি, এক জটিল আৰু সংকটময় অৱস্থাত, যি সময়ত অসমত গণ-হত্যাই ব্যাপক ৰূপ লৈছিল, কংগ্ৰেছী নিধন মহাযজ্ঞৰ আৰম্ভ হৈছিল, সেইসময়তে তেখেতে অসমলৈ কংগ্ৰেছৰ সাংগাঠনিক দায়িত্ব লবলৈ আহিল হেঁতেন কিয়? ইয়াৰ পৰাই বুজিব পাৰি যে তেখেতে অসমক এৰিব নোৱাৰে। অসমৰ হাৱা-পানীৰ প্ৰতি তেখেতৰ নিভাঁজ প্ৰেমৰ ইয়ো এক নিদৰ্শন। অসমৰ প্ৰতি অনুৰাগ যেন তেখেতৰ হাঁড়ে-হিমজুৰে থকা অনুভূতি।

অসমলৈ আহি ইয়াত চলি থকা হত্যা, লুণ্ঠন, ধৰ্ষণ, ভাবুকি আদিৰ বিৰুদ্ধে তেখেতে মাত-মতাৰ সাহস গোটাই ললে। জীৱনৰ প্ৰতি তেখেতে মমতা এৰি দিলে। ইয়াকে নকৰি তেখেতে কেন্দ্ৰীয় চৰকাৰৰ পৰা মৰ্যাদাপূৰ্ণ পদবী লাভ কৰি স্বচ্ছলভাৱে জীৱন-যাপন কৰিব পাৰিলে হেঁতেন। কিন্তু শ্ৰীহিতেশ্বৰ শইকীয়া সুবিধাৰ সোঁতত কাহানিও উটি যোৱা লোক নহয়। কোনো ধৰণৰ যশ, সম্মান পদমৰ্যাদাৰ প্ৰতি তেখেত কেতিয়াও লালায়িত নহয়। সেই কাৰণে তেখেতে নিৰ্ভীকভাৱে অসমৰ পৰা সন্ত্ৰাস বন্ধ কৰিবৰ কাৰণে গঠনমূলক কাম-কাজত উদ্বুদ্ধ হৈ পৰিল আৰু ধীৰে ধীৰে সাধাৰণ ৰাইজৰ হৃদয় পৰিবৰ্তন কৰিবলৈ সমৰ্থ হ'ল। অকল সাধাৰণ ৰাইজেই নহয়, বহুতো বুদ্ধিজীৱী আৰু সংবাদ পত্ৰয়ো তেখেতৰ কৃতিত্বৰ বিষয়ে শলাগ জনালে। জাতিটোৰ যিবোৰ

পয়ালগা অৱস্থাৰ সৃষ্টি হৈছিল, সেইবোৰৰ পৰা জাতিটোক আৰোগ্য কৰিবলৈ শ্ৰীহিতেশ্বৰ শইকীয়াৰ দৰে দ্বিতীয় এজন ব্যক্তি আমাৰ মাজত নাই বুলি প্ৰসিদ্ধ সাহিত্যিক আৰু বুদ্ধিজীৱী শ্ৰীহোমেন বৰগোহাঁই দেৱে এঠাইত কৈছে—"........১৯৭১ চনত শৰৎচন্দ্ৰ সিংহই যি খৰ্বাকৃতি আৰু নম্ৰভাষী ল'ৰাজনক আৱিস্কাৰ কৰি তেখেতৰ ওপৰত অগাধ আস্থা স্থাপন কৰিছিল, সেই হিতেশ্বৰ শইকীয়াই অসমৰ সাম্প্ৰতিক ইতিহাসৰ আটাইতকৈ সংকটপূৰ্ণ মুহূৰ্তত মুখ্য-মন্ত্ৰীৰ দায়িত্ব গ্ৰহণ কৰি প্ৰমাণ কৰিলে যে অসমক এই সৰ্বগ্ৰাসী সংকটৰ পৰা উদ্ধাৰ কৰা আৰু কাৰো সম্ভৱ নাছিল—একমাত্ৰ তেখেতৰ বাহিৰে। হিতেশ্বৰ শইকীয়াৰ কৃতিত্বৰ পৰিমাণ বুজিবলৈ হ'লে মনত ৰাখিব লাগিব যে তেখেত মুখ্যমন্ত্ৰী হোৱাৰ আগৰ চাৰি বছৰ ধৰি কেনেকৈ চাৰিখন নিৰ্বাচিত চৰকাৰ আৰু তিনিবাৰকৈ ৰাষ্ট্ৰপতিৰ শাসন বন্যাৰ সোঁতত খেৰকুটাৰ দৰে উটি গৈছিল অসম আন্দোলনৰ মুখত পৰি। বাস্তৱিকতে তেখেতৰ এই সাফল্যৰ প্ৰতি অকুণ্ঠ স্বীকৃতি আৰু সাধুতা জনাইছে গোটেই দেশে। বিগত এটা বছৰৰ সংবাদ পত্ৰৰ পাত লুটিয়ালেই সেই কথা বুজিব পাৰি।"*

অসম আন্দোলনৰ উত্তাল তৰঙ্গই যেতিয়া অসমৰ আকাশ ছানি পেলাইছিল সেই সময়ত উন্নয়ন আৰু প্ৰগতিত ভাবুকিৰ সৃষ্টি হৈছিল যে সেইটো খাটাং কথা। বহু উদ্যোগপতিয়ে অসমৰ পৰা উদ্যোগবোৰ উঠাই নিয়াৰ চিন্তা কৰিছিল। নতুন নতুন উদ্যোগ স্থাপনৰতো প্ৰশ্নই উঠা নাছিল। ৰাজ্যৰ অন্যান্য উন্নয়নো ব্যাহত হৈছিল। স্কুল-কলেজবোৰত পঢ়াশুনাত বাধা প্ৰাপ্ত হৈছিল। পৰীক্ষা-পাতি নিয়মিতভাৱে বন্ধ আছিল। বন্ধ, হৰতাল, পিকেটিং আদিৰ বাবে অফিচ-কাছাৰিৰ কাম-কাজ অচল হৈ পৰিছিল। ফলত অসমৰ ৰাজকোষ উদং হৈ গৈছিল। ইত্যাদি কাৰণত সেই সময় ছোৱাত অসম এখন দুঃস্বপ্নৰ ৰাজ্যত পৰিণত হৈছিল। আন্দোলনৰ সময়ত এনে পৰিস্থিতিয়েই স্বাভাৱিক। সেই সময় ছোৱা অসমৰ বুৰঞ্জীত এক অবিস্মৰণীয় সময় হৈ ৰ'ব।

আন্দোলনৰ প্ৰথম অৱস্থাত ইয়াৰ কাৰ্যসূচী ৰূপায়ণৰ পদ্ধতি

---

* শ্ৰীহিতেশ্বৰ শইকীয়াৰ ৰাজনীতি

শান্তিপূৰ্ণ আছিল। জন-সাধাৰণৰ লগতে বিৰোধী দলবোৰবো স্বতঃস্ফূৰ্ত সহযোগ লাভ কৰিছিল। কিন্তু দিনে দিনে ৰাজনৈতিক মতানৈক্যৰ কাৰণে আন্দোলনকাৰী সকলৰ নিয়ন্ত্ৰণ কৰ্মী সকলৰ ওপৰত শিথিল হৈ পৰিল। ফলত আন্দোলনৰ স্বৰূপ অন্য ফালে ঢাল খালে। সাংবিধানিক অসুবিধাৰ উদ্ভৱ হোৱা হেতুকে ১৯৮৩ চনত অসমত নিৰ্বাচন অনুষ্ঠান কৰিব লগীয়া হয়। ইয়েই কাল হ'ল; অসম হ'ল ৰক্তাক্ত। এই কথা অসমীয়া ৰাইজ মাত্ৰেই অৱগত।

শ্ৰীহিতেশ্বৰ শইকীয়াই যেতিয়া ১৯৮৩ মুখ্যমন্ত্ৰীৰ দায়িত্ব গ্ৰহণ কৰিছিল, তেতিয়া ৰাজ্যখনৰ সামাজিক, ৰাজনৈতিক আৰু অৰ্থ-নৈতিক পৰিস্থিতি জটিল আৰু নৈৰাশ্যজনক আছিল। ৰাজ্যখনৰ বিভিন্ন ঠাইত ঘটা কুটাঘাত মূলক কাৰ্যকলাপে মানুহৰ বুকু কঁপাই তুলিছিল। ৰাজ্যখনক অৰাজক ৰক্তপাতেৰে এখন অশান্তি পূৰ্ণ নৰকত পৰিণত কৰিবলৈ ষড়যন্ত্ৰ চলিছিল। এই সংকটময় অৱস্থাৰ সময়তে শ্ৰীহিতেশ্বৰ শইকীয়াই মুখ্যমন্ত্ৰীৰ দায়িত্ব কান্ধ পাতি লয়। দায়িত্ব গ্ৰহণ কৰাৰ পিছতে ৰাজ্যখনৰ স্বাভাৱিক অৱস্থাৰ বুনিয়াদ সুদৃঢ় কৰাৰ বাবে তেখেত উঠি-পৰি লাগিল। শ্ৰীশইকীয়াই নিজৰ সৰ্বশক্তি প্ৰয়োগ কৰি অসমত পুনৰ স্বাভাৱিক অৱস্থা ঘূৰাই আনিবলৈ কৰা প্ৰচেষ্টাৰ বিষয়ে যশপাল কাপুৰে এই দৰে কৈছে—

He took the reins of the state in his hands at a time when Assam was in the midst of a crisis. Through his determination and perseverence, he has been able to bring about normalcy and peace in the state and has diverted the energies, both of the people and the State, to development and progress. During his tenure he has not only tackled the politico-economic problems constructively but has put Assam on the road of progress. In the process, he has often put his own life in danger by inviting the wrath of

the disgruntled elements. The two attempts on his life underscore the fact that he represents the constructive forces in the State. The hours of work he puts in despite his delicate health, are astounding.*

নিষ্ঠা আৰু একাগ্ৰতাই মানৱ-প্ৰগতিৰ ঘাই উৎস। পৃথিৱীৰ উন্নয়নমূলক দেশ সমূহে আমাক এই শিক্ষাকে দিয়ে। দ্বিতীয় মহাযুদ্ধত জাপানৰ অৱস্থা কি হৈছিল ? আজি সেই বিধ্বস্ত জাপানে পৃথিৱীত জয়-দৌল সাজি শিল্প-বাণিজ্য, সাহিত্য-কলা, সভ্যতা-সংস্কৃতি, অৰ্থনীতি আদি সকলো বিষয়তে বিকাশ—সাধনৰ কৃতিত্বতে ধ্ৰুৱতাৰাৰ দৰে ঝিলমিলাই আছে। ইয়াৰ মূলতে আছে তেওঁলোকৰ লেলেতীয়া পৰিশ্ৰম কৰিব পৰা শক্তি আৰু বৃহস্পতি সদৃশ বুদ্ধি-কৌশল। নিষ্ঠা আৰু একাগ্ৰতা হ'ল জাতীয় চৰিত্ৰ গঠনৰ মূল ভেটি। শ্ৰীহিতেশ্বৰ শইকীয়াৰ ধৰ্মনিতো নিষ্ঠা আৰু একাগ্ৰতাৰ প্ৰৱাহ আছে, পৰিশ্ৰম কৰিব পৰা শক্তি আছে আৰু আছে বৃহস্পতি সদৃশ বুদ্ধি-কৌশল। সেয়ে এবছৰৰ ভিতৰতে তেখেতে অসমৰ স্বাভাৱিক অৱস্থা ঘূৰাই আনিবলৈ হ'ল সক্ষম। ৰাজ্যখনত শান্তি ঘূৰি অহা কাৰণে অসমৰ লগতে ভাৰতৰ বিভিন্ন সংবাদপত্ৰবোৰে তেখেত কৰ্মদক্ষতাক অকুণ্ঠ স্বীকৃতি দিছে। ১৯৮৩ চনৰ ১৭ জুলাই তাৰিখে হিন্দুস্তান টাইমচ্ কাকতে শ্ৰীশইকীয়াৰ অসামান্য যোগ্যতাৰ বিষয়ে এইদৰে লেখিছে—

"অনেক বিসঙ্গতিৰ মাজতো নিজৰ কামত কৃতকাৰ্যতাৰে অগ্ৰসৰ হব পৰা এজন মুখ্যমন্ত্ৰী পোৱাটো অসমৰ কাৰণে সৌভাগ্যৰ কথা। আগৰ সকলৰ মুখ্যমন্ত্ৰীৰ তুলনাত শ্ৰীহিতেশ্বৰ শইকীয়া অধিক দৃঢ়মনা আৰু ফলপ্ৰসূ বুলি প্ৰমাণিত হৈছে। কেৱল ভাগ্যই যে তেখেতৰ বেলিকা সুপ্ৰসন্ন এনে নহয়। অতি কম সময়ৰ ভিতৰত তেখেতে কেন্দ্ৰৰ লগত এক সুস্থ সম্পৰ্ক গঢ়ি তুলিবলৈ সক্ষম হৈছে। কেন্দ্ৰৰ পৰা সুবিচাৰ পোৱাতো তেখেতে সুনিশ্চিত কৰিব

* Rakha Bakshi—Taming the Tempest



ৰাজভৱনত অসম কেবিনেট মন্ত্ৰীসভাত মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াই প্ৰধানমন্ত্ৰীক অভিনন্দন জনোৱা অৱস্থাত।



গুৱাহাটীৰ ৰাজভৱনত প্ৰধানমন্ত্ৰী শ্ৰীনৰসিংহ ৰাও, মুখ্যমন্ত্ৰী শ্ৰীশইকীয়া আৰু কেন্দ্ৰীয় মন্ত্ৰী শ্ৰীঅৰ্জুন সিংহ।

পাৰিছে। ........তিনিজন সদস্যৰে গঠিত ন্যায়াধিকৰণৰ যোগেদি বিদেশী নাগৰিক চিনাক্তকৰণৰ কাৰণে লোৱা সিদ্ধান্তটো এই ক্ষেত্ৰত এটা ডাঙৰ পদক্ষেপ। এইদৰে বিদেশীৰ অধিক আগমন ৰোধ কৰাৰ উদ্দেশ্যে ২৬০ কিঃ মিঃ জোৰা অসম বাংলাদেশ সীমান্তত বেৰ নিৰ্মাণৰ কাৰণে লোৱা সিদ্ধান্তও সিমানেই গুৰুত্বপূৰ্ণ।"

অতি অভাৱনীয় ভাৱে শ্ৰীহিতেশ্বৰ শইকীয়াই ৰাজনৈতিক কৌশলত দক্ষ আৰু সুচতুৰ প্ৰশাসকৰ দৰে আটাইৰে গ্ৰহণ যোগ্য পদ্ধতি নিৰ্মাণ কৰি ৰাজ্যৰ উন্নয়ন মূলক কামবোৰত সফল লাভ কৰিব পাৰিছে। এটা সময় আছিল, অসমত আছুৰ মতেই আইন আছিল, আছুৰ কথাকে জনসাধাৰণে গ্ৰাহ্য কৰিছিল। শ্ৰীশইকীয়াই মুখ্যমন্ত্ৰীৰ দায়িত্ব লোৱাৰ পিছত মানুহৰ হৃদয়ৰ পৰিবৰ্তন হ'ল। মানুহে যুক্তিৰে কথাবোৰ বিচাৰ কৰিব ধৰিলে। তেখেতে কাৰ্যভাৰ গ্ৰহণ কৰোঁতে কিছুমানৰ মনত ঘৃণাৰ ভাৱ সৃষ্টি হৈছিল। তেতিয়া শ্ৰীশইকীয়া হৈ পৰিছিল নিৰ্লিপ্ত। নিৰ্লিপ্ততাৰ অৰ্থ এনেকুৱাও হব পাৰে যে আদৰ্শত বিশ্বাসী মানুহৰ ব্যক্তিগত জীৱনলৈ সমাজ, যুগ, জাত বা ইতিহাসে সৃষ্টি কৰা কোনো অন্যায় বা অবিচাৰে যদি দুখ আনে ; তাৰ প্ৰতি তেওঁ কেতিয়াও বিচলিত নহয় ; নাইবা মানুহৰ চেষ্টা বা সংগ্ৰামৰ কাৰণে তেওঁৰ জীৱনলৈ আনন্দ আহিলেও উৎফুল্লিত নহয়। হাক্সলি বা গীতাৰ ভাষাত দুখতো অনুদ্বিগ্ন, সুখতো বিগতস্পৃহ। শ্ৰীহিতেশ্বৰ শইকীয়া হাক্সলিৰ এই মানুহজন হয় নে নহয় তাৰ বিচাৰ আমি কৰিব ওলোৱা নাই। কিন্তু মানবীয় নৈতিক মূল্যৰ প্ৰতি তেখেতৰ শ্ৰদ্ধা যে অপৰিসীম তাত আমাৰ মনৰ অলপো দ্বিধা নাই। আনৰ জীৱনৰ ওপৰত দুখ সৃষ্টি কৰাটোৱেই জীৱনৰ আটাইতকৈ ডাঙৰ ভুল বুলি তেখেতে মানি লয়। সেই কাৰণে শত্ৰুকো তেখেতে সহায় কৰিবলৈ আগ বাঢ়ে। তেখেতে প্ৰসঙ্গত এবাৰ আমাক কৈছিল—"মানুহৰ জীৱনটো ইমান সহজ নহয় ; এজনে আন জনৰ মাজত অনুপ্ৰাণিত কৰা, ভাল পোৱাই এই কঠিন জীৱনৰ সান্ত্বনা। বৰ্তমান অসমত যি অশান্তিৰ বিভীষিকাৰ সৃষ্টি হৈছে, তাক দূৰ কৰিব পাৰিলেহে মোৰ সান্ত্বনা।" এনে মনোভাৱৰ কাৰণে তেখেতে ৰাজ্যখনৰ

স্বাভাৱিক অৱস্থা ঘূৰাই আনিবলৈ সক্ষম হৈছে; আৰু এই সক্ষমতাৰ কাৰণেই তেখেতে যথাযথ স্বীকৃতিও পাইছে, প্ৰশংসাও পাইছে। মুখ্যমন্ত্ৰী হিচাপে পোন প্ৰথম বাৰৰ কাৰণে মুখ্যমন্ত্ৰী সন্মিলনলৈ যাওঁতে প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে তেওঁৰ ভাষণৰ আগ মুহূৰ্তত শ্ৰীশইকীয়ালৈ অভিনন্দন জ্ঞাপন কৰি যিদৰে প্ৰশংসা কৰিছিল; সেই দৃশ্যাই ব্ৰিটিছ সাম্ৰাজ্যৰ সেই সম্ৰাটজনলৈ আমাক মনত পেলাই দিয়ে—"He was a King every inch a King" অৰ্থাৎ তেওঁ সম্ৰাট, সৰ্বাৰ্থে প্ৰকৃত সম্ৰাটৰ দৰে। সেই দিনাখন শ্ৰীশইকীয়া ডাঙৰীয়াকো দেখিলে যিকোনো ব্যক্তিৰেই ভাৱ হ'ল হেঁতেন—সৰ্বাৰ্থেই যেন তেখেত এগৰাকী প্ৰকৃত সম্ৰাট (মুখ্যমন্ত্ৰী)। প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীয়ে প্ৰস্তাৱ কৰিছিল—"Let us give him a big hand and standing ovation." লগে লগে সন্মিলনৰ প্ৰত্যেকেই থিয় হৈ শ্ৰীশইকীয়াৰ বিচক্ষণতাক ওলগ জনাইছিল; হাত তুলি নমস্কাৰ যাচিছিল। প্ৰকৃতপক্ষে শ্ৰীশইকীয়া ডাঙৰীয়াই দিল্লী দৰবাৰত এইদৰে অসমীয়াৰ ভাৱমূৰ্তি উন্নত কৰি অসমৰ গৌৰৱ-পূৰ্ণ স্থান অৰ্জন কৰিলে। সাতবাহন বংশীয় ৰজা হালে এঠাইত কৈছিল—"চন্দ্ৰ তুমি অমৃতময় আকাশৰ মুকুট আৰু ৰজনীৰ অলংকাৰ স্বৰূপ"।* অসমৰ কাৰণে শ্ৰীহিতেশ্বৰ শইকীয়াও তদ্ৰূপ, তেখেতৰ অমৃতময় কামৰ কাৰণে আজি অসমত পুনৰ শান্তি ঘূৰি আহিছে।

নিৰ্বাচনৰ সেই অভিশপ্ত কাল ছোৱাত হোৱা সংঘৰ্ষৰ কলঙ্কৰ ডাগবোৰ গুচাবৰ কাৰণে শ্ৰীশইকীয়াই সংঘৰ্ষত আশ্ৰয়হীন হোৱা সকলক পুনৰ সংস্থাপন কৰি ৰাজ্যৰ স্বাভাৱিক অৱস্থা ঘূৰাই আনিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। সেই সময়ছোৱাত শ্ৰীহিতেশ্বৰ শইকীয়াৰ জীৱনত এনে বহুতো নিশা পাৰ হৈ গৈছিল, যে তেখেতে খোৱা-লোৱা-শোৱাৰ সময় কণো সঠিক মতে উলিয়াই লব পৰা নাছিল। বহুসময়ত নিৰন্ন আশ্ৰয়হীন সকলৰ দুখ-দুৰ্গতিৰ কথা ভাবিয়েই নিজৰ শাৰীৰিক অসুস্থতাৰ প্ৰতি অৱজ্ঞা কৰিছিল। এইদৰে শ্ৰীশইকীয়াই নিৰুদ্বেগ-নিৰ্বিকাৰ ভাৱে সেৱাৰ ভাৱ লৈ

---

* গাহা সপ্তশতী

পীড়িত মানুহৰ কাৰণে জাতি-ধৰ্ম-বৰ্ণ ব্যৱধান আদিৰ উৰ্দ্ধত থাকি কাম কৰাৰ ভূৰি ভূৰি প্ৰমাণ আছে ; আৰু সেই কৰ্মময় জীৱনৰ মাজেৰে ফুটি উঠিছে এক অসাধাৰণ মানৱীসত্তা।

শ্ৰীশইকীয়াক ইমানতো কিছুমানে ৰাজনৈতিক মঞ্চৰ খল-নায়ক পাতিছে ; দুৰ্নীতিৰ কীট বুলি কৈছে, আৰু কত কি। আমাৰ মানহে শাস্তি বিচাৰে কিন্তু শাস্তি দিব পৰা শ্ৰীশইকীয়াৰ উত্তৰ সুৰি বিচাৰি পাবলৈ দ্বিতীয় এজন নেতাই বা ক'ত? শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্ত তেখেতৰ পূৰ্বসূৰি আছিল। জাতিৰ স্বাৰ্থত শ্ৰীশইকীয়াই যেতিয়া ১৯৮৫ চনত তেখেতৰ চৰকাৰ ভঙ্গ কৰি দিছিল, তেতিয়া অসমীয়া ৰাইজে স্বতঃস্ফূৰ্তভাৱে মানি ললে শ্ৰীমহন্তৰ নেতৃত্ব। বহুতে আশাও কৰিছিল, যে শ্ৰীমহন্তই তেওঁলোকৰ অভিভাৱকত্ব মানি লব ; অসমৰ ৰাজনীতিত তেওঁলোকেও গুৰুত্বপূৰ্ণ ভূমিকাৰে আধিপত্য বিস্তাৰ কৰিব পাৰিব। প্ৰথম অৱস্থাত বহুতে তেখেতৰ পৰামৰ্শদাতা হিচাপে নাক-বজাই ফুৰিবও ধৰিলে ; দুই একে ভাল ভাল পদবীও ললে, যদিও পিছত সি সকলে দুৰ্নীতি আৰু অপৰাগতাৰ কাৰণে ৰাইজৰ পৰা গৰিহণা পালে। কিন্তু ধীৰে ধীৰে শ্ৰীমহন্তই কিছুমানৰ অভিভাবকত্ব মানি লবলৈ ৰাজি নহ'ল ; তেখেতে আনকি দুই এক ছাত্ৰনেতাকো অৱজ্ঞা কৰিব ধৰিলে। অসম গণ পৰিষদৰ এগৰাকী অতি প্ৰতিপত্তিশালী মন্ত্ৰী শ্ৰীভৃগুকুমাৰ ফুকণকো তেখেতে নগণি ফুকণ বিৰোধী শিবিৰৰ নেতা হৈ উঠিল। কিন্তু তেখেতৰ শাসন পদ্ধতি লৈ এটাৰ পিছত এটাকৈ নানা প্ৰশ্ন হবলৈ ধৰিলে, নিজৰ দলৰ মাজতেই নানা ক্ষোভ-বিক্ষোভ দেখা দিলে। দলৰ চৰম অপদাৰ্থ সভাপতি বুলি সৰব কৰি তেখেতক অপসাৰণ কৰিবলৈ কৰা দাবী অতি জোৰদাৰ হৈ উঠিল। অৱশেষত অসম গণ পৰিষদ দল দুখণ্ডত পৰিণত হ'ল ; আৰু অতি মৰমৰ অতিকৈ চেনেহৰ শ্ৰীমহন্তক ৰাইজে মুখ্যমন্ত্ৰীৰ পদত বহাৰ অযোগ্য বুলি বিবেচনা কৰিলে ; আৰু তেখেতৰ ঠাইত শ্ৰীহিতেশ্বৰ শইকীয়াক জাতিৰ ধৰণী পাতি ললে। এসময়ত যিজন হিতেশ্বৰ শইকীয়াক অসমৰ ৰাজনৈতিক মঞ্চৰ খল নায়ক বুলি মানুহে চোৱা-গেজা নকৰিছিল, সেইজনকেই এতিয়া, অসমীয়াৰ ত্ৰাণ

কৰ্ত্তা বুলি শালাগিব ধৰিবলে। অসমীয়া ৰাইজৰ এইয়া শ্ৰেষ্ঠ উপলব্ধি।

ছয় নবেম্বৰ তাৰিখে অযোধ্যাত সংঘটিত ঘটনাৰ পৰিপ্ৰেক্ষিতত ভাৰতৰ বিভিন্ন ঠাইত সাম্প্ৰদায়িক সংঘৰ্ষৰ কাৰণে সমস্যা জৰ্জৰ ভাৰতৰ বুকুত আইন-শৃংখলাৰ প্ৰশ্নই গভীৰ সংকটৰ সন্মুখীন কৰি তুলিছিল। মহাৰাষ্ট্ৰত শিবসেনাৰ নেতৃত্বত সংঘটিত সাম্প্ৰদায়িক সংঘৰ্ষ চৰম অৱস্থা পাইছিল গৈ, যাৰ ফলত তাৰ মুখ্যমন্ত্ৰী সুধাকৰ ৰাও নায়কে পদত্যাগ কৰিবলৈ বাধ্য হ'ল। অসমতো তাৰ জুই জ্বলিছিল। কিন্তু অসমৰ মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াক ইয়াৰ বাবে কোনোৱে জগৰীয়া কৰিব নোৱাৰিবলে। তেখেতে অতি বিচক্ষণতাৰে ইয়াক চম্ভালিলে। সেয়ে দলৰ ভিতৰত বা বাহিৰত শ্ৰীশইকীয়াক অপসাৰণ কৰাৰ দাবী দুই একে ঘুনুক-ঘণাককৈ উঠাইছিল যদিও, সি জোৰদাৰ হৈ নুঠিল। তেখেত মুখ্যমন্ত্ৰী হৈ থকা কাৰণেই সাম্প্ৰদায়িক সংকটে অসমত গা-কৰি উঠিব নোৱাৰিলে। ইয়াৰ পৰা এই কথা আমি স্পষ্টকৈ কব পাৰোঁ যে শ্ৰীশইকীয়াৰ ৰাজনৈতিক ব্যক্তিত্বৰ তুলনা অসমত বৰ্তমান নাই। এনে অৱস্থাত শ্ৰীশইকীয়াক খল নায়ক পতাৰ যুক্তিও নাই।

ভাৰতবৰ্ষৰ অখণ্ডতা আৰু প্ৰতিৰক্ষাৰ শক্তিত পূৰ্বাঞ্চলৰ ভিতৰতে অসমৰ স্থান গুৰুত্বপূৰ্ণ। শ্ৰীহিতেশ্বৰ শইকীয়াৰ গুৰুত্বও নিহিত আছে ইয়াতেই। তেতিয়াৰ প্ৰধানমন্ত্ৰী ৰাজীৱ গান্ধীয়ে এনে গুৰুত্ব বুজিয়েই তেখেতক মিজোৰামৰ ৰাজ্যপালৰ পৰা আনি অসমৰ ৰাজনীতিত প্ৰত্যাবৰ্তন কৰাইছিল। শ্ৰীশইকীয়াৰ অনুগামী সকলেও চাইছিল, যাতে তেখেত অসমলৈ পুনৰ উভতি আহে। এই বোৰ অনুভূতিক শ্ৰদ্ধা জনাই তেখেতে অসমলৈ উভতি আহিছিল। অসমৰ গুৰু দায়িত্ব মুৰতলৈয়ো তেখেতে ভাৰতবৰ্ষৰ ৰাজনৈতিক মঞ্চতো উল্লেখযোগ্য ভূমিকা লৈ আছে।

ৰাজনৈতিক জীৱনত উপলব্ধিৰ মূল্য উলাই কৰিব লগীয়া নহয়। জন-গণৰ প্ৰতি নিৰ্ভেজাল প্ৰেম আৰু কৰ্ত্তব্য সম্পৰ্কে চৰম উপলব্ধিৰ মাজেদিহে ৰাজনৈতিক জীৱনৰ সততা ৰক্ষা পৰে ; কথাৰ চাতুৰীত নপৰে। তাৰ কাৰণে প্ৰয়োজন সহৃদয়তা, দুৰদৃষ্টি আৰু উচ্চ

আদৰ্শ। শ্ৰীশইকীয়াৰ চৰিত্ৰত এইকেইটা গুণৰ অভাৱ নহয়। সেই কাৰণে তেখেতে ধীৰে ধীৰে জন-সাধাৰণ, ছাত্ৰ-ছাত্ৰী—যুৱক প্ৰায়বোৰৰে হৃদয় জয় কৰিবলৈ সমৰ্থ হৈছে। এটা সময় আছিল যেতিয়া মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়া কিছুমান অনুষ্ঠান বা ছাত্ৰসমাজত প্ৰৱেশ কৰাত বাধাৰ সৃষ্টি হৈছিল। যি পথেৰে মুখ্যমন্ত্ৰী কোনো অনুষ্ঠান বা সভা-সমিতিলৈ গৈছিল, সেই পথটোত বিক্ষুব্ধ ছাত্ৰ-ছাত্ৰীৰে ভৰি পৰিছিল, তেওঁলোক উত্তেজিত, আৰু ক্ষুব্ধ হৈছিল; আৰু শ্লোগান দিছিল। উদ্বেগ আকাঙ্ক্ষাত নিৰাপত্তা বাহিনীৰ কৰ্মকৰ্তাসকল, ৰাজ্যৰ পুলিচ বাহিনীৰ অভিজ্ঞ বিষয়া সকল, জিলা-প্ৰশাসক সকল প্ৰভৃতি সকলোৱেই বিচলিত হৈছিল। তেখেতৰ শাসনৰ অসাৰতা প্ৰমাণ কৰিবলৈ বহুতৰে গাত তৎ নাইকীয়া হৈ পৰিছিল। ইমানৰ মাজতো ১৯৯১ চনৰ নিৰ্বাচনত জয়লাভ কৰি পুনৰ মুখ্যমন্ত্ৰীৰ আসন লাভ কৰিবলৈ যোগ্যতা অৰ্জন কৰিব পৰাতো জানো কম কৃতিত্বৰ কথা! এই কৃতিত্বৰ মূলতে হৈছে তেখেতৰ সততা। জয়-পৰাজয় আনৰ নিন্দা বা প্ৰশংসাৰ ওপৰত আজি কালি নিৰ্ভৰশীল নহয়। বহু নিন্দা আৰু ঘৃণাৰ পিছতো শ্ৰীশইকীয়াক অসমীয়া ৰাইজে পুনৰ আঁকোৱালি লোৱাৰ কাৰণ বোৰ ফঁহিয়াই চালে, বোধহয় প্ৰত্যেকেই স্বীকাৰ কৰিব যে শ্ৰীশইকীয়াই সততাৰ সৈতে ৰাজ্যৰ শান্তি আৰু সম্প্ৰীতি অটুট ৰাখিবৰ কাৰণে নিৰ্ভীক ভূমিকা পালন কৰি আহিছে। ইমানবোৰ ৰাজনৈতিক বিতৰ্ক, ব্যক্তিগত আক্ৰমণ আৰু কুৎসাৰ লক্ষ্য হৈয়ো—সেই মানুহজনেই যে ভাৰতবৰ্ষৰ লক্ষ লক্ষ মানুহৰ মনৰ মাজত এগৰাকী ৰাষ্ট্ৰৰ ভিতৰতে যশস্বী পুৰুষৰ আসন লাভ কৰি ৰাষ্ট্ৰমানৰ'ৰ খিতাপ লাভ কৰিব পাৰিলে, সিয়ে প্ৰমাণ কৰে তেখেতৰ আদৰ্শৰ প্ৰতি থকা নিষ্ঠা আৰু কৰ্মৰ প্ৰতি থকা সততা।

ব্যক্তিৰ মহত্ব প্ৰকৃতপক্ষে প্ৰকাশ পায়—উদাৰতা আৰু সহিষ্ণুতাত। এই দুটা মানৱীয় গুণৰ ওপৰতে মানুহ মানুহ হৈ জীয়াই থাকিব পাৰি। এই দুয়োটা গুণেৰে শ্ৰীশইকীয়া ডাঙৰীয়াৰ অন্তৰ স্নিগ্ধ। প্ৰতিহিংসাৰ কোনো প্ৰৱণতাই তেখেতক প্ৰভাৱিত কৰাৰ প্ৰমাণ নাই। বৰং তেখেতৰ অবচনাত্মক সমালোচক সকলকো উপকাৰ

কৰি দিয়াৰহে প্ৰমাণ আছে। বহুতো সাংবাদিকেও তেখেতৰ পৰা সুযোগ-সুবিধা গ্ৰহণ কৰিছে। আনকি কেবাগৰাকীও বিৰোধী দলৰ নেতা ক্ষমতাচ্যুত হোৱাৰ পিছত তেখেতে নিজে উদ্যোগ লৈ হাউচিং বোৰ্ডৰ ঘৰ তেওঁলোকৰ নামত আবণ্টন কৰি দিছে।

যি জীৱনৰ যেনে ৰূপ, তাৰ কৰ্মতো তেনে প্ৰতিবিম্বই পৰে। আচলতে কৰ্মৰ মাজেৰেহে জীৱন সতেজ আৰু প্ৰখৰ হৈ থাকে। নিষ্ঠা আৰু একাগ্ৰতাৰে কৰ্ম কৰি মানৱীয় ৰূপত নিজকে প্ৰতিষ্ঠিত কৰিবলৈ যে সক্ষম হব পাৰি, তাৰো নিদৰ্শন শ্ৰীশইকীয়া ডাঙৰীয়াৰ জীৱনত আছে। ১৯৮৩ চনৰ নিৰ্বাচনৰ সময়ত অসমৰ বুকুত যি অশান্তিৰ জুই জ্বলিছিল, আৰু আমাৰ জাতীয় সংহতিত ফাট মেলিছিল, সেই কলঙ্ক মোচন কৰি অতি শীঘ্ৰে ৰাজ্যত পুনৰ স্বাভাৱিক অৱস্থা ঘূৰাই অনাত তেখেতে যি দক্ষতাৰ পৰিচয় দিলে তাৰেই স্বীকৃতি হিচাপে ৰাষ্ট্ৰীয় সংহতি পৰিষদে শ্ৰীশইকীয়া ডাঙৰীয়াক ৰাষ্ট্ৰমানৱ উপাধিৰে বিভূষিত কৰিলে। ইয়েই তেখেতক সাধাৰণতকৈ উন্নত স্তৰত প্ৰতিষ্ঠিত কৰিব পাৰিছে।

ৰাজনৈতিক জীৱন আৰম্ভ হোৱাৰে পৰা সাম্প্ৰতিক দুৰ্যোগপূৰ্ণ মুহূৰ্তত অসমখনক ৰক্ষা কৰি জনসাধাৰণৰ মনৰ সন্ত্ৰাস নাইকিয়া কৰাৰ এই সময়লৈকে শ্ৰীশইকীয়াৰ বিৰুদ্ধে সমালোচনাৰ ধাৰাষাৰ নিৰন্তৰ বোৱাই বখা হৈছে। বহুতে তেখেতক 'গণশত্ৰু' বুলি আখ্যা দিছে, কিছুমানে 'বদন' বুলি কৈছে, আৰু কিছুমানে ১৯৮৩ চনৰ নিৰ্বাচনৰ 'ৰক্তাক্ত নায়ক' বুলিও উল্লেখ কৰিছে। সময় আৰু সুযোগ বুজি এই বিলাককে বহল আকাৰত সবল কৰি তুলিবলৈ আজিও নানা অভিসন্ধি জীয়াই ৰাখিবলৈ চেষ্টা কৰি আহিছে। কাৰণ শ্ৰীশইকীয়াক বগৰাব নোৱাৰিলে এক শ্ৰেণীৰ মানুহৰ ৰাজনৈতিক মুনাফা সম্ভৱ হৈ নুঠে। সেয়ে জনমানসত শ্ৰীশইকীয়াক খলনায়ক ৰূপে অঙ্কিত কৰিবলৈ এই মানুহবোৰে সততে চেষ্টা কৰি আহিছে। কিন্তু সেই চেষ্টা যে অপচেষ্টা, সি বহুবাৰ প্ৰমাণ হৈছে। শ্ৰীশইকীয়াৰ খুটি লৰাব পৰা নহ'ল। বৰং তেখেত হৈ পৰিল অবিসম্বাদী নেতা। ৰাইজে তেখেতক পুনৰ মুখ্যমন্ত্ৰীৰ সন্মানেৰে অভিনন্দন জনালে। তেখেতৰ অবিহনে দ্বিতীয় এজন নেতাই

অসমক ৰক্ষা কৰিব নোৱাৰে বুলি অসমৰ ৰাইজৰ মনত দৃঢ় প্ৰত্যয় জন্মিল।

এগৰাকী প্ৰশাসনীয় ক্ষমতাত থকা লোকৰ কাৰ্যাৱলীৰ সমালোচনা হোৱাতো স্বাভাৱিক। যদি সেই সমালোচনা গঠনমূলক হয়, তেন্তে দেশৰ, দহৰ সেই সমালোচনাৰ পৰা উপকাৰ হয়। কিন্তু গঠনমূলক সমালোচনাৰ বিপৰীতে যদি সি ভেঙুচালিত পৰিণত হয়, নাইবা অভূৱা নিন্দাত মুখৰ হৈ উঠে তেন্তে সিয়ে দেশৰ দহৰ উপকাৰ কৰক ছাৰি অপকাৰহে কৰে আৰু সমালোচকৰ নিম্ন মানৰ ৰুচিৰ পৰিচয় দাঙি ধৰে। বৰ্তমান দেখা গৈছে, কিছু তথাকথিত বুদ্ধিজীৱীয়ে হকে-বিহকে বিদ্বেষ আৰু তাচ্ছিল্যৰ ভাব লৈ শ্ৰীশইকীয়াৰ বিৰুদ্ধে বিষোদগাৰ কৰি আহিছে। ইমানতো শ্ৰীশইকীয়াই নিৰ্বিকাৰ ভাৱে কাম কৰি আহিছে। সেইবোৰৰ কোনো প্ৰভাৱ তেখেতৰ কামৰ ওপৰত পৰা আমি দেখা নাই।

বিভেদমূলক নানা প্ৰৱণতা সম্পৰ্কে আৰু ৰাজ্যৰ ভৱিষ্যত সম্পৰ্কে শ্ৰীশইকীয়া যথেষ্ট সচেতন আৰু সতৰ্ক। আগৰ নেতা সকল এই বিষয়লৈ বৰ বেছি উদ্বেগ হোৱাৰ কাৰণ নাছিল। বৰ্তমান নানান সমস্যাই যিভাৱে পৰস্পৰ মুখামুখি হৈ উঠিছে, সেই ফালৰ পৰা যদি চোৱা হয়, তেন্তে কব লাগিব যে অসমৰ পৰিস্থিতি বৰ্তমান আগৰ তুলনাত অনেক উদ্বেগজনক। এনে অৱস্থাত শ্ৰীশইকীয়াই নিকা প্ৰশাসন কৰাৰ প্ৰতিশ্ৰুতি সম্পূৰ্ণ পূৰণ কৰিব পৰা নাই বুলিয়েই কব লাগিব। সন্ত্ৰাস আৰু হিংসাৰ গ্ৰাসত থকা অসমীয়া ৰাইজৰ নিৰাপত্তা ঘূৰাই অনা আৰু ৰাজ্যত শান্তি আৰু সুস্থিৰতা স্থাপন কৰাত শ্ৰীশইকীয়াই কঠোৰ পৰিশ্ৰম কৰিব লগা হৈছে। অশান্তি, উপদ্ৰপ, বলপূৰ্বক ধন-সংগ্ৰহ, লুণ্ঠন আৰু দুৰ্নীতিত অতিষ্ঠ হোৱা ৰাইজে বিচাৰে—শান্তি। সেই কাৰণে নিকা প্ৰশাসনতকৈয়ো মুখ্যমন্ত্ৰী শ্ৰীশইকীয়াই সৰ্বপ্ৰথম তেখেতৰ দৃষ্টি নিবন্ধ কৰিব লগীয়া হয় সন্ত্ৰাস আৰু হিংসাৰ পৰা ৰাইজক মুক্ত কৰিবলৈ। এই প্ৰয়াসৰ কাৰণে নিজৰ শৰীৰক অৱজ্ঞা কৰি, বিলাস বিশ্ৰাম সকলো ত্যাগ কৰি, লেথাৰি-নিচিঙাকৈ আলফা সদস্যৰ লগত আলোচনাত বহাৰ কাৰণে প্ৰস্তুতি চলাই আছে; আৰু ইয়াৰ ফলশ্ৰুতি হিচাপেই বৰ্তমান ৰাজ্যত জনসাধাৰণে তেওঁলোকৰ জীৱন আৰু সম্পত্তিৰ

নিৰাপত্তা উপলব্ধি কৰিছে। প্ৰসঙ্গত শ্ৰীশইকীয়া ডাঙৰীয়াই আমাক কৈছিল—"আজি ৰাইজৰ মনত যি নিৰাপত্তাৰ ভাব উদয় হৈছে ; তাৰ বাবে আমি জয়ী হোৱা নাই· ৰাজ্যৰ জনসাধাৰণে শান্তি বিচাৰিছিল,· স্বাভাৱিক অৱস্থা ঘূৰাই পাব বিচাৰিছিল ; আৰু তেওঁলোকে এতিয়া পাইছে।" এয়ে হ'ল বিতৰ্কিত অথচ নমস্য শ্ৰীশইকীয়া।



প্ৰধানমন্ত্ৰী হোৱাৰ পিছত প্ৰথম গুৱাহাটীলৈ আহোতে শ্ৰীৰাওক ভাষণ দিয়া দেখা গৈছে, লগত মুখ্যমন্ত্ৰী শ্ৰীশইকীয়া ৷



মুখ্যমন্ত্ৰীৰ লগত ডক্টৰ হেমপ্ৰভা শইকীয়া, শিক্ষামন্ত্ৰী শ্ৰীভূমিধৰ বৰ্মণ আৰু শ্ৰীমাখন বৰুৱা।

# বিশ্বাস আৰু প্ৰতীতিৰ জন্ম

অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ পটভূমিত সৃষ্টি হোৱা আঞ্চলিক দল অসম গণ পৰিষদে ১৯৮৫ চনত ক্ষমতাত অধিষ্ঠিত হয়। এই দলৰ নেতা শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্তৰ ওপৰত ৰাইজে তেতিয়া বহু ভৰসা কৰিছিল; ভাবিছিল শ্ৰীমহন্তই নিজৰ ব্যক্তিগত সুখ আয়াস সকলো জাতিৰ বেদীত উছৰ্গা কৰি ত্যাগকেই জীৱনৰ মূল মন্ত্ৰ বুলি গ্ৰহণ কৰি অসমৰ হক প্ৰতিষ্ঠা কৰিব আৰু সেই বাবেই জন সাধাৰণে ৮৫-ত শ্ৰীহিতেশ্বৰ শইকীয়াক প্ৰত্যাখ্যান কৰিছিল। কিন্তু গণ পৰিষদ চৰকাৰে ৰাইজৰ আশা-ভৰসাৰ ওপৰত চেচা পানী ঢালি দিলে। দুৰ্নীতি আৰু স্বজন প্ৰীতিয়ে তেওঁলোককো বশ কৰিলে। নিকা অসম গঢ়াৰ যি প্ৰতিশ্ৰুতিৰে তেওঁলোকে প্ৰশাসনীয় দায়িত্ব গ্ৰহণ কৰিছিল, সেই প্ৰতিশ্ৰুতি, প্ৰতিশ্ৰুতি হৈয়েই ৰল। অসম চুক্তিৰ ৰূপায়ণৰ ক্ষেত্ৰতো কাণ-সৰালি মাৰি থাকিল। অশান্তি উপদ্ৰপ বলপূৰ্বক ধন সংগ্ৰহ আদিত ৰাইজ অতিষ্ঠ হৈ উঠিল। এই বোৰৰ কাৰণে ধীৰে ধীৰে মানুহৰ মনৰ খুকুৰি ভাঙিব ধৰিলে। আৰু ১৯৯১ চনৰ নিৰ্বাচনত সেয়ে ৰাইজে পুনৰ শ্ৰীহিতেশ্বৰ শইকীয়াৰ প্ৰয়োজন বোধ কৰি; তেখেতক নিৰ্বাচন কৰিলে। সন্ত্ৰাসৰ অৱসান আৰু শান্তিৰ পথ প্ৰশস্ত কৰাৰ মনোবল লৈ ১৯৯১ চনৰ ৩০ জুন তাৰিখে শ্ৰীশইকীয়াই দ্বিতীয় বাৰৰ বাবে মুখ্যমন্ত্ৰী হিচাপে শপথ গ্ৰহণ কৰিলে। শপথ গ্ৰহণৰ পিছ দিনাই এক ৰোমাঞ্চকৰ ঘটনা ঘটিল। অসম চৰকাৰৰ আয়ুক্ত আৰু সচিব এছ কে তেৱাৰীকে ধৰি ১৪ গৰাকী বিভিন্ন স্তৰৰ লোকক আলফাই পণবন্দী হিচাপে অপহৰণ কৰিলে। ইয়াৰ পূৰ্বেও অসমত অপহৰণ কাৰ্য সংঘটিত হৈছিল, কিন্তু এই বাৰৰ এই অপহৰণৰ কাৰ্যটোৱে সকলোৰে মনত গভীৰ ৰেখাপাট কৰিলে। গতিকে পণবন্দীৰ মুক্তি লাভ আৰু

আলফা সমস্যাৰ সমাধানেই হ'ল শইকীয়া চৰকাৰৰ সৰ্ব প্ৰথম আৰু সৰ্ববৃহৎ দায়িত্ব।

নিৰ্বাচনৰ আগতেও শ্ৰীশইকীয়াৰ নিজৰ নিকট আত্মীয়কে ধৰি দলৰ বহুলোক সন্ত্ৰাসবাদৰ বলি হৈছিল। বহু কংগ্ৰেছ সদস্যই প্ৰাণৰ ভয়ত দলত্যাগ কৰি ওলাই গৈছিল; আৰু নিজৰ দলৰ ভিতৰতে শ্ৰীশইকীয়া বিতৰ্কিত ব্যক্তি হৈ পৰিছিল। ইমানতো কিন্তু শ্ৰীহিতেশ্বৰ শইকীয়া পিছ হুঁহকি যোৱা নাছিল। বজ্ৰৰ দৰে তেওঁৰো মনোবল দৃঢ় হৈ আছিল; প্ৰৱল চিন্তাৰ সোঁতেও তেখেতক উটুৱাই নিব পৰা নাছিল; অৱৰ্ণনীয় অস্থিৰতাৰ মাজতো আত্মপক্ষ ৰক্ষা কৰিবলৈ শ্ৰীশইকীয়াই সাহস আৰু ধৈৰ্য সংগ্ৰহ কৰিব পাৰিছিল। শ্ৰীশইকীয়াৰ এই বোৰ গুণৰ প্ৰতি থকা মানুহৰ আস্থা আৰু অসমীয়া মানুহে কৰা নিজৰ শান্তি আৰু নিৰাপত্তাৰ অভাৱ অনুভৱে তেওঁলোকৰ সিদ্ধান্তক বেছি প্ৰভাৱিত কৰিলে। এই সিদ্ধান্তই অসম গণ পৰিষদ চৰকাৰৰ পতনৰ উল্লেখযোগ্য কাৰণ বুলি গণ্য কৰিব পাৰি।

নিৰ্বাচনৰ সময়ত কংগ্ৰেছ (ই) নিৰ্বাচনী ইস্তাহাৰত প্ৰকাশ কৰা হৈছিল যে কংগ্ৰেছ যদি ক্ষমতালৈ আহে, ৰাজ্যখনলৈ শান্তি ঘূৰাই আনা হব; আৰু ৰাইজক নিৰাপত্তা দিয়া হব। ক্ষমতা পোৱাৰ পিছত ৰাইজক দিয়া এই আশা আৰু বিশ্বাসৰ প্ৰতি লক্ষ্য ৰাখি শ্ৰীশইকীয়াই ৰাজ্যখনত বিয়পি পৰা সন্ত্ৰাস আৰু হিংসাক নিৰ্মূল কৰি শান্তি আৰু নিৰাপত্তা ঘূৰাই আনিবলৈ ভীষণ তৎপৰ হৈ পৰিল। বৰ্তমান ৰাজ্যখনত হিংসা আৰু সন্ত্ৰাসৰ কণ-কঠীয়া নোহোৱা হৈ যোৱা নাই যদিও ৰাইজৰ মনত আতংকৰ ভাৱ বহু পৰিমাণে পাতল হৈ পৰিছে।

উল্লেখযোগ্য যে শ্ৰীহিতেশ্বৰ শইকীয়াই ক্ষমতা লাভ কৰাৰ আগতে লুণ্ঠন, হত্যাকাণ্ড, অশান্তি, উপদ্ৰৱ আদিৰ বিৰুদ্ধে মুক্ত ভাৱে বৰ বেছি অভিযোগ উত্থাপিত হোৱা নাছিল। আনকি এই বোৰৰ প্ৰতিকাৰৰ ব্যৱস্থাও লোৱা নহৈছিল। জন-জীৱনৰ প্ৰমূল্য-বোৰৰ অৱক্ষয় কিম্বা সাহসৰ অভাৱ, নাইবা দুয়োটা কাৰণতেই হয়তো, সেই সময়ত অভিযোগ উঠা নাছিল। কিন্তু শ্ৰীশইকীয়া ক্ষমতালৈ অহাৰ পিছত মানুহৰ মনলৈ সাহস উভতি আহিল।

তেওঁলোকে বলপূৰ্বক ধন সংগ্ৰহৰ নিচিনা উপদ্ৰৱ বোৰৰ বিৰুদ্ধে মাত মাতিব ধৰিলে। ইয়াৰ দ্বাৰা কংগ্ৰেছ ক্ষমতা পোৱাৰ পিছত ৰাজ্যৰ পৰিস্থিতি স্বাভাৱিক হোৱাটোকে সূচায়।

আলফাৰ শুভ চিন্তা প্ৰসূত কাৰণেই হওঁক নাইবা শইকীয়া চৰকাৰৰ প্ৰচেষ্টাতেই হওক ১৯৯২ চনৰ জানুৱাৰী মাহত আলফাৰ পাঁচ জন শীৰ্ষ স্থানীয় নেতাই প্ৰধানমন্ত্ৰীক লগধৰি কৈছিল—"আমি অস্ত্ৰ-শস্ত্ৰ সম্বৰণ কৰিম, সংবিধান মানি চলিম আৰু সংবিধানৰ গণ্ডীতে অসমৰ সমস্যা সমাধান কৰিম।" অৱশ্যে ইয়াৰ পিছত আলফাৰ নেতা সকলৰ মাজত বিভাজনৰ সৃষ্টি হৈছে। ফলত এভাগ আলফা সদস্যই আলোচনাৰ মেজলৈ আহি সমস্যা সমাধান কৰিবলৈ শ্ৰীশইকীয়াই জনোৱা আহ্বানৰ প্ৰতি সঁহাৰি জনালে, আৰু আন এভাগে শ্ৰীশইকীয়াৰ আহ্বানৰ প্ৰতি উদাৰতা দেখুৱা নাই। এনে অৱস্থাত স্থায়ী শান্তি আৰু স্থিৰতাৰ পথ ফৰকাৰ বুলি এতিয়াও বহুতে ভাৱা নাই।

পণবন্দী সকলক অপহৰণ কৰি আলফাই আটক কৰি ৰখাৰ কাৰণে অসমৰ ৰাজনৈতিক অনিশ্চয়তা আৰু অস্থিৰতাই গা কৰি উঠিছিল। 'অপাৰেছন ৰাইন'ৰ দ্বাৰা অসমত আইন-শৃংখলাৰ পথ প্ৰশস্ত হ'ল, তাত সন্দেহ নাই ; গণতান্ত্ৰিক চৰকাৰ এখন থাকোঁতে ৰাজ্যত সৈন্য বাহিনীয়ে আইন শৃঙ্খলা উদ্ধাৰ কৰিব লগীয়া হ'ল কিয়—এনে প্ৰশ্ন বহুতৰ মনত জন্মিছে। এই ক্ষেত্ৰত শইকীয়া চৰকাৰৰ দায়বদ্ধতা অধিক হোৱা হেঁতেন শ্ৰীশইকীয়া ৰাইজৰ অধিক প্ৰিয় পাত্ৰ হ'ল হেঁতেন। সি যি কি হওঁক অসমৰ ৰাইজে শইকীয়া চৰকাৰৰ উদ্যোগত কিছু নিৰাপত্তা অনুভৱ কৰিছে। এয়া শ্ৰীশইকীয়াৰ দায়িত্ব জ্ঞানৰ পৰিচয়।

অসম সাহিত্য সভাৰ এগৰাকী বাচকবনীয়া প্ৰাক্তন সভাপতি শ্ৰীলক্ষ্যধৰ চৌধুৰীয়ে শ্ৰীশইকীয়াক প্ৰশংসা কৰি কৈছে—

> "শইকীয়াক এই বাৰ নতুন ৰূপত দেখিছোঁ। মুখ্যমন্ত্ৰী ৰূপে। ঠিক আৰু দেখি শইকীয়াই নতুন অভিজ্ঞতাৰে এইবাৰ দৃঢ়ভাৱে নিজ প্ৰতিশ্ৰুতি পালনত মনোযোগ কৰিছে। এইবাৰ যেন শইকীয়া সেই দুবছৰৰ ক্ষমতা লাভ কৰা শইকীয়া জনতকৈ বেলেগ। সেয়ে আজি শত্ৰু-মিত্ৰ সকলোৱেই

শইকীয়াৰ কাৰ্যদক্ষতাত শলাগ কম-বেছি পৰিমাণে লবলৈ বাধ্য হৈছে। অতি ধৈৰ্যৰে অথচ দৃঢ় পদক্ষেপৰে শইকীয়াই এই বছৰটো শাসন চলালে। অন্ততঃ, আমি এতিয়া উৎসাহ ল'ব পৰা হৈছোঁ। কিন্তু এবছৰৰ ভিতৰতে অসমৰ দৰে সমস্যাবহুল ৰাজ্য এখনত পুনৰ সুস্থ পথলৈ আনাটো সহজ কাম নহয়। তথাপি শইকীয়াই যেন এইবাৰ দৃঢ়মনে ৰাইজৰ বাবে কাম কৰিবলৈ অগ্ৰসৰ হৈছে সেইটো অনুমান হয়।''

এই আন্তৰিকতাপূৰ্ণ স্বীকৃতিদান শ্ৰী চৌধুৰীদেৱে 'নতুন দৈনিক' কাকত যোগে ৰাইজক সদৰি কৰিছে। শ্ৰীশইকীয়াই দৃঢ় পদক্ষেপেৰে আগ নবঢ়া হেঁতেন ; আজিৰ দৰে হয়তো ৰাইজে উৎসাহ লব নোৱাৰিলেহেঁতেন। বৰ্তমান আলফাৰ বহু সদস্যই শান্তিৰ প্ৰক্ৰিয়াত সহযোগ আগবঢ়াইছে। কিন্তু আলফা সমস্যা আৰু বড়োলেণ্ডৰ দাবীত হোৱা আন্দোলনৰ অন্ত ন'হলে ৰাজ্যলৈ সম্পূৰ্ণ স্বাভাৱিক অৱস্থা ঘূৰি আহিব বুলি ধৰি লব নোৱাৰি। অৱশ্যে মুখ্যমন্ত্ৰী শ্ৰীশইকীয়া এই দুয়োটা সমস্যাৰ সমাধান হব বুলি ঘোৰ আশাবাদী। অসমৰ ৰাইজৰ নিৰাপত্তাৰ কাৰণে, অসমক সমৃদ্ধ কৰি তুলিবৰ কাৰণে এই দুয়োটা সমস্যাৰ আশু সমাধান অপৰিহাৰ্য। শ্ৰীশইকীয়া ডাঙৰীয়াই ইয়াৰ আশু সমাধান কাৰণে নিষ্ঠা আৰু আন্তৰিকতাৰে সৈতে চেষ্টা চলাইছে ; আৰু তাৰ বাবে বিৰোধী দল আৰু ৰাইজৰ সহযোগ কামনা কৰিছে। বড়োলেণ্ড সমস্যা সমাধানৰ ক্ষেত্ৰত বিৰোধী দল সমূহে চৰকাৰৰ লগত একাধিকবাৰ বহি আলোচনা কৰিছে আৰু বহুতো গঠনমূলক পৰামৰ্শ আগ বঢ়াইছে। শ্ৰীশইকীয়া ডাঙৰীয়াই সাদৰেৰে এইবোৰ গ্ৰহণ কৰি, সেই অনুক্ৰমে বড়ো ভাই সকলৰ লগত বুজা-বুজিৰ সৃষ্টি কৰিবলৈ চেষ্টা চলাই আছে। কাৰ্বি আৰু ডিমাছা সমস্যাৰ ক্ষেত্ৰতো তেখেতে অনুৰূপ পৰামৰ্শ বিৰোধী দল সমূহৰ পৰা আশা কৰিছে।

শ্ৰীহিতেশ্বৰ শইকীয়া সমাজবাদত বিশ্বাসী গান্ধীজিৰ একান্ত অনুগামী। গান্ধীজিয়ে হিংসা, শ্ৰেণী সংগ্ৰাম আৰু শত্ৰুতাক বিশ্বাস কৰা নাছিল ; সেয়ে তেওঁ সমাজবাদী হ'লেও মাৰ্ক্সবাদত বিশ্বাসী নাছিল। তেওঁৰ মতে হিংসাৰ প্ৰয়োগৰ দ্বাৰা যথাৰ্থ সমাজবাদ

প্ৰতিষ্ঠা সম্ভৱ নহয়। গান্ধীজিৰ মতে, "অশুদ্ধ উপায়ে প্ৰাপ্ত লক্ষ্যও অশুদ্ধই হয়। অসত্যৰ দ্বাৰা কোনেও সত্য লাভ কৰিব নোৱাৰে। কেৱল সত্য আচৰণৰ দ্বাৰাহে সত্য লাভ কৰিব পাৰি। পূৰ্ণ পবিত্ৰতাৰ বাহিৰে এই দিব্য স্থিতি লাভ কৰা সম্ভৱ নহয়, মনত বা দেহত যদি তুমি অপবিত্ৰতাক স্থান দিয়া, তেন্তে তোমাৰ মাজলৈ অসত্য আৰু হিংসা আহি যাব। গতিকে একমাত্ৰ সত্যাশ্ৰয়ী, অহিংস আৰু পবিত্ৰচেতা সমাজবাদী সকলেহে ভাৰত তথা পৃথিৱীত সমাজবাদী সমাজ প্ৰতিষ্ঠিত কৰিব পাৰিব।* গান্ধীজিৰ এই সমাজবাদ প্ৰতিষ্ঠা ব্যক্তি স্বাধীনতাৰ মূল্যৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰা হৈছে; আৰু এনে ব্যক্তি স্বাধীনতাৰ ঘাই ধৰণী হৈছে পঞ্চায়তী ৰাজ ব্যৱস্থা। গ্ৰামাঞ্চলৰ শাসন ব্যৱস্থা পঞ্চায়তী ৰাজ ব্যৱস্থাৰ দ্বাৰা পৰিচালিত কৰা হয়। গাঁও বাসীয়েই এই শাসন ব্যৱস্থা গঢ়ি তোলে।

শ্ৰীশইকীয়াই ক্ষমতা লাভ কৰিয়েই নিজ প্ৰতিশ্ৰুতি অনুসৰি তিনি খলপীয়া পঞ্চায়তী ৰাজ গঠনৰ বাবে ৰাজ্যখনত এক সুদীৰ্ঘ যুগৰ পিছত পঞ্চায়ত নিৰ্বাচন পাতে। ১৯৯২ চনৰ ফেব্ৰুৱাৰী মাহত অনুষ্ঠিত হয় ২৪৮৫ খন গাওঁ পঞ্চায়ত আৰু ১৯০ খন আঞ্চলিক পঞ্চায়ত। এই পঞ্চায়ত নিৰ্বাচন বোৰত কংগ্ৰেছ (ই) দলে আশানুৰূপ জয়লাভ কৰাতোৱেই শ্ৰীশইকীয়াই ৰাইজৰ আস্থা লাভ কৰাটোকে আৰু তেখেতে শুদ্ধ পথেৰে কাম কৰাটোকে সূচায়।

যুৱক সমস্যাই জৰ্জৰ কৰা অসমীয়া সমাজক স্পন্দনশীল কৰি তুলিবৰ কাৰণে কংগ্ৰেছ (ই) দলে নিৰ্বাচনৰ সময়ত অতি মূল্যবান কেইটামান প্ৰতিশ্ৰুতি ৰাইজৰ আগত ৰাখিছিল। এতিয়া ক্ষমতা পোৱাৰ পিছত হিতেশ্বৰ শইকীয়া চৰকাৰে সেইবোৰ প্ৰতিশ্ৰুতি বাস্তৱত ৰূপায়িত কৰি ৰাইজৰ মনত আস্থা আৰু প্ৰতীতিৰ ভাৱ জগাই তুলিবলৈ বহু পৰিমাণে সক্ষম হৈছে। নিৰ্বাচনী ইস্তাহাৰত কোৱা হৈছিল—ভূমিহীনক ভূমি দিয়া হব। এই প্ৰতিশ্ৰুতি অনুসৰি ২৪.৪৮.৪ একৰ মাটি বৰ্তমানলৈ চৰকাৰে দুখীয়া মানুহৰ মাজত বিতৰণ কৰিছে। ১৮,২০০ টা দুখীয়া পৰিয়ালক এবিঘাকৈ মাটি আৰু ২৫০০ টকাকৈ ঘৰ সজা বাবদ খৰছ হিচাপে দিছে; ১৪,০০০

---

* 'হৰিজন' ১৩.৭.৭৪

টা নগৰ অঞ্চলৰ দুখীয়া পৰিয়ালক 4,000 টকাকৈ ঘৰ সজাৰ সামগ্ৰী বিতৰণ কৰিছে।

যুৱক সকলৰ আত্মনিয়োগৰ ওপৰত অধিকতৰ গুৰুত্ব আৰোপ কৰি শ্ৰীশইকীয়াই ৩৪,৫০৪ জন যুৱক-যুৱতীক TRYTEM আঁচনিৰ জৰিয়তে বেপাৰ-বাণিজ্য কৰিবলৈ প্ৰশিক্ষণ দিয়াৰ সকলো ব্যৱস্থা কৰিছে। বৰ্তমান নিবনুৱা সমস্যাটো এটা জলন্ত সমস্যা। নিৰ্বাচনৰ সময়ত ১০ লাখ নিবনুৱা যুৱকক পাঁচ বছৰৰ ভিতৰত সংস্থাপন দিয়াৰ প্ৰতিশ্ৰুতিও কংগ্ৰেছ (ই) দলে ৰাইজক দিছিল। এই প্ৰতিশ্ৰুতিৰ ওপৰত ৰাইজে সচেতন দৃষ্টি ৰাখিছে। যুৱক সকলৰো ভৱিষ্যত ইয়াৰ ওপৰত অনেকখিনি নিৰ্ভৰ কৰিছে। প্ৰতিশ্ৰুতি মতে কাম হ'লে অসমীয়া সমাজত কংগ্ৰেছ দলে যে দকৈ সাঁচ বহুৱাব পাৰিব সি স্বাভাৱিক। শ্ৰীশইকীয়া এগৰাকী দূৰদৰ্শী ৰাজনৈতিক পুৰুষ হিচাপে, আৰু সময়ত কঠীয়া পাৰিব জনা অভিজ্ঞ নেতা হিচাপে, এই বিষয়টোৰ ওপৰত নিশ্চয় গভীৰ চিন্তা নকৰাকৈ থকা নাই। সেই কাৰণে তেখেতে তেখেতৰ ৰাজত্বৰ প্ৰথম বছৰতে ৫৬৯৮০ জন যুৱকক চৰকাৰী চাকৰিত নিয়োগ কৰে; আৰু বাকী এক লক্ষ ত্ৰিশ হাজাৰ পাঁচশ উনপঞ্চাশ জনক আত্ম সংস্থাপনৰ সুবিধা কৰি দিয়ে। এই দৰে অসমৰ সমস্যা সমাধানৰ কাৰণে শ্ৰীশইকীয়াৰ চিন্তাদৰ্শ আৰু কৰ্ম প্ৰচেষ্টাই বৰ্তমান ৰাইজৰ মনত বিশ্বাস আৰু প্ৰতীতিৰ ভাৱ জন্ম দিব পাৰিছে।

এটা সময় আছিল, শ্ৰীশইকীয়াই জন-সাধাৰণৰ চাৰি ঢাপৰ বাহিৰত থাকি কাম কৰিব লগীয়া হৈছিল। তেখেতৰ বিৰুদ্ধে অনাহকতে জনসাধাৰণৰ মনত বিভ্ৰান্তিৰ সৃষ্টি কৰিবলৈ পৰিকল্পিত ভাৱে প্ৰচাৰ চলোৱা হৈছিল। কাজেই জন-সাধাৰণৰ লগত যোগ-সূত্ৰ স্থাপন কৰাত যথেষ্ট বাধা-বিঘিনিয়ে দেখা দিছিল। পিছত মানুহে অনুভৱ কৰিব ধৰিলে আচলতে শ্ৰীশইকীয়াৰ বিৰুদ্ধে যিমানবোৰ অপপ্ৰচাৰ কৰা হৈছে, সেই বোৰৰ সত্যতা কম। সূৰ্যক সদায় মেঘে ঢাকি ৰাখিব নোৱাৰে; এটা সময়ত সি ভুমুকি মাৰি ওলাব আৰু তাৰ ৰশ্মি জগতত বিতৰণ কৰিব। শ্ৰীশইকীয়াইও তেখেতৰ কাৰ্যই মানুহক পতিয়ন নিয়াব পাৰিছে যে তেখেত

দল্লাচলতে "কুইস্‌লিঙ" বা দেশদ্ৰোহী নহয় ; বৰং সমসাময়িক ৰাজনীতিত তেখেতেই একমাত্ৰ নেতা, যিজনে অসমৰ হৃত শান্তি ঘূৰাই আনি ৰাইজক নিৰাপত্তা দিব পাৰিছে। ১৯৯১ চনৰ নিৰ্বাচনৰ সময়ত অসমৰ বহু ঠাইত তেখেতে নিৰ্বাচনী সভা পাতিব পৰা নাছিল। বৰপেটা পাটছাৰকুছি আদি ঠাইৰ পৰা তেখেতক খেদি পঠোৱা হৈছিল। এতিয়া সেইবোৰ ঠাইত শ্ৰীশইকীয়াৰ ডিঙিত ফুলৰ মালা পিন্ধাবলৈ ৰাইজৰ মাজত উৎসাহৰ সীমা নাইকিয়া হৈ পৰিছে। ১৯৯১ চনৰ ডিচেম্বৰ মাহত পাটছাৰকুছিত বিশাল জনসমুদ্ৰৰ মাজত তেখেতক আদৰণি জনোৱা হৈছে। ১৯৯২ চনৰ জুলাই মাহত বৰপেটাৰ বৰ্হাৰ সত্ৰৰ পূৱ-দক্ষিণ প্ৰান্তত অৱস্থিত প্ৰসিদ্ধ বনগঞা গিৰীৰ পুণ্যাশ্ৰমত দেৱ ধ্বনি আৰু শঙ্খধ্বনিৰ মাজত বিপুল জনসাধাৰণৰ উপস্থিতিত হিয়াভৰা শ্ৰদ্ধাৰে অভিনন্দন দিয়া হৈছে। নিৰ্বাচনৰ সময়ত ছাত্ৰ সকলে হিতেশ্বৰ শইকীয়াৰ দলক ভোট দিবলৈ ৰাইজক মানাকাৰি বিবৃতি দিছিল। নিৰ্বাচনৰ পিছতে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ছাত্ৰ-ছাত্ৰী সকলে শ্ৰীশইকীয়াৰ ডিঙিত ফুলৰ মালা পিন্ধাবলৈ হেতা-ওপৰা লগাইছে। তেওঁলোকে দেখিলে যে শ্ৰীশইকীয়া ব্যক্তি স্বাৰ্থৰ পূজাৰী নহয় নাইবা কেৱল দলীয় স্বাৰ্থকে প্ৰাধান্য দিয়া নেতা নহয়, তেখেতে জন-সাধাৰণৰ স্বাৰ্থক অগ্ৰাধিকাৰ দিয়া এগৰাকী উদাৰ হৃদয়ৰ নেতাহে। সেয়ে এতিয়া তেখেতৰ উপস্থিতিয়ে সভা-সমিতিৰ গুৰুত্ব বৃদ্ধি পাইছে।

# এখন বহল হৃদয়ৰ অধিকাৰী

"জীৱনৰ প্ৰত্যেক ক্ষেত্ৰতে—কি যুদ্ধ, কি ৰাজ্যশাসন, কি বিজ্ঞান, কি শিল্প, কি শিক্ষা, কি ৰাজনীতি, কিম্বা দৈনন্দিন সাধাৰণ বিষয়ত—একমাত্ৰ তেওঁৱেই নেতৃত্বৰ আসন অধিকাৰ কৰিব পাৰে, যিয়ে মানুহক আকৰ্ষণ কৰাৰ ক্ষমতা সঞ্চয় কৰিব পাৰে, অনুচৰসকলৰ শ্ৰদ্ধাভক্তি লাভ কৰিব জানে, আৰু মাত্ৰ স্নেহৰ বলতেই কাম আদায় কৰি লব পাৰে।" এই কথাখিনি জিতেন্দ্ৰনাথ কুশাৰীয়ে তেখেতৰ 'গান্ধীজি স্মৰণ' কিতাপখনিত গান্ধীজিৰ নেতৃত্বৰ সন্দৰ্ভত লেখিছিল। কথাখিনি পঢ়াৰ লগে লগে মোৰ মনটোক অৰ্থাৎ মোৰ চিন্তাক শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াই যেন হঠাৎ কাঢ়ি লৈছিল, এনে অনুমান কৰিছিলো মই। মোৰ মনৰ কোনোবা এটি অংশত শ্ৰীশইকীয়া মানুহজনৰ কিছুমান বৈশিষ্ট্যই যেন ভেজাদি ধৰিছিল। কাৰণ শ্ৰীশইকীয়াৰো "মানুহক আকৰ্ষণ কৰিব পৰা ক্ষমতা আছে, তেখেতে অনুচৰ সকলক বশ কৰি ৰাখিব জানে আৰু মাধুৰ্য ব্যবহাৰ আৰু স্নেহৰ দ্বাৰা কাম আদায় কবাৰ কৌশল জানে। তেখেতৰ চৰিত্ৰত এই কেইটা গুণৰ যে সমাবেশ ঘটিছে, তেখেতৰ সান্নিধ্যলৈ অহা প্ৰায়বোৰেই এই কথা সহজে উপলব্ধি কৰিব পাৰিছে। তেখেতৰ বিভিন্নমুখী কৰ্ম-প্ৰচেষ্টাৰ জৰিয়তে এই গুণবোৰৰ প্ৰতিফলন হয়তো বহুতেই লক্ষ্য কৰিছে। যি কামতে হাত দিয়ে, সেই কামটো চলাবৰ কাৰণে বিশ্বস্ত, নিৰ্ভৰযোগ্য আৰু উপযুক্ত পুৰুষ আৰু মহিলা কৰ্মী তেখেতে বিচাৰি উলিয়ায়—একান্ত ব্যক্তিগতভাৱেই তেওঁলোকে তেখেতৰ প্ৰতি অনুৰক্ত হৈ থাকে আৰু তেওঁলোকৰ সুখ-দুখো যেন তেখেতে নিজৰ বুলি গ্ৰহণ কৰে। অকল কৰ্মী বুলি নহয়, সমাজৰ বিভিন্ন স্তৰৰ লোক—সমাজসেৱী, সংবাদসেৱী, বুদ্ধিজীৱী ভাষা-সাহিত্য-সংস্কৃতিৰ পূজাৰী, ছাত্ৰ, শিক্ষক, ব্যৱসায়ী, জ্যোতিষী, অধিবক্তা, শিক্ষাবিদ

প্ৰভৃতি সকলোৱে তেখেতৰ সান্নিধ্যৰ উম লগা ৰ'দ কাঁচলি পিঠিত লৈ আহ্লাদ লাভ কৰে। কাৰণ তেখেত যেনিবা ৰাজআলিৰ কাষৰ এজোপা বটগছ সদৃশ হে—যিয়ে সেই গছৰ তললৈ যায়, তেঁৱে ছাঁ পায়, শান্তি পায়।

মনোবল আৰু বাস্তৱ দৃষ্টিভঙ্গী শ্ৰীশইকীয়াৰ অতি প্ৰখৰ। ১৯৮৪ চনৰ ৩১ অক্টোবৰ তাৰিখে ইন্দিৰা গান্ধী শহীদ হৈছে। সমগ্ৰ ভাৰতবৰ্ষৰ ইতিহাসত এক বিৰাট পৰিৱৰ্তন ঘটি গৈছে। জাতীয় জীৱনৰ এক সন্ধিক্ষণ। ভাৰতৰ প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীৰ জীৱন নাশ কৰা হৈছে এক মৰ্মন্তুদ পৰিস্থিতিৰ মাজত, সিয়ো আকস্মিকভাৱে। তেতিয়া লোকসভাৰ নিৰ্বাচন ঘোষিত হৈছিল। নিৰ্বাচনী প্ৰচাৰৰ কাৰণে ৰাজীৱ গান্ধী সমগ্ৰ দেশত ঘূৰি ফুৰিছে। আলোচনা প্ৰসঙ্গত আমি এবাৰ শ্ৰীশইকীয়া ডাঙৰীয়াক সুধিছিলোঁ—"ইন্দিৰা গান্ধীৰ আকস্মিক মৃত্যুৰ পিছত দেশৰ ৰাজনৈতিক পৰিস্থিতিয়ে কেনেকুৱা ৰূপ লব, ৰাজীৱ গান্ধীয়ে এই সংকটপূৰ্ণ মুহূৰ্তত দেশ আৰু জাতিৰ হাল ধৰিব পাৰিব নে, দেশৰ ঐক্য আৰু সংহতি সুৰক্ষিত থাকিবনে নাথাকে ইত্যাদি কথা।" আমাৰ কথাকেইটা শুনি তেখেতে তেখেতৰ সেই স্বাভাৱিক হাঁহিটি মাৰি কৈছিল— "ইন্দিৰা গান্ধীৰ আকস্মিক মৃত্যু আমাৰ কাৰণে বেদনাদায়ক নিশ্চয়, কিন্তু ৰাজনৈতিক কিম্বা সামাজিক জীৱনত প্ৰভাৱ পেলাব পৰা ধৰণে পৰিস্থিতিৰ পৰিৱৰ্তন ঘটিব বুলি মই নাভাৱোঁ। কাৰণ ইন্দিৰা গান্ধীয়ে এটা নীতি, এটা আদৰ্শ লৈ ৰাজ্যশাসন কৰিছিল। এই আদৰ্শ আৰু নীতি একেই থাকিব। কিন্তু কথা হৈছে তেখেতৰ কৰ্ম পদ্ধতি, আৰু কাৰ্য নিৰ্বাহৰ দক্ষতা হয়তো একে নহব পাৰে। সেই বুলি এটা ঐতিহ্যপূৰ্ণ জাতিৰ ঐক্য আৰু সংহতি যে নাইকিয়া হৈ পৰিব, মই ধাৰণা কৰিব নোৱাৰোঁ। কিন্তু আমাৰ দেশক আধুনিকৰণৰ ক্ষেত্ৰত এই অসাধাৰণ মহীয়সী গৰাকীয়ে আগ বঢ়োৱা অবদানৰ কথা আমাৰ দেশে সদায় শ্ৰদ্ধাৰে সোঁৱৰণ কৰি থাকিব লাগিব আৰু সেই সোঁৱৰণ আমাক দিব ভৱিষ্যতে দেশ গঢ়াৰ প্ৰেৰণা আৰু আশীৰ্বাদ।" কি সুন্দৰ ব্যাখ্যা, এগৰাকী সুপ্ৰতিষ্ঠিত নেতাৰ ইয়ো এক উপযুক্ত ব্যাখ্যা।

শ্ৰীশইকীয়াই ১৯৯১ চনৰ ৩১ জুনত মুখ্যমন্ত্ৰীৰ দায়িত্ব হাতত

লৈ সংবাদ সেৱাৰ আগত কোৱা কথা কেইটামানৰ কথা আজিও আমাৰ মনত পৰে। তেখেতে কৈছিল—উন্নত জাতীয় জীৱনৰ কথা, নতুন নতুন ছেলেঞ্জৰ সন্মুখীন হোৱাৰ কথা। শান্তি প্ৰতিষ্ঠাৰ অসীম গুৰুত্বৰ ওপৰত জোৰ দি তেখেতে আলফা সমস্যা, বড়ো সমস্যা, নিবনুৱা সমস্যা ইত্যাদি সমস্যাৰ আশু সমাধানৰ কথা উল্লেখ কৰিছিল। মুখ্যমন্ত্ৰীৰ ক্ষমতাত থকা এই মানুহজনৰ মুখত প্ৰায়ে শুনি আহিছোঁ এটা কথা—"আমাৰ কামবোৰ সুচাৰুৰূপে আগবঢ়াই নিয়াত কিছুমান মানুহে বাধাবিঘিনীৰ সৃষ্টি কৰি আহিছে। ৰাইজে কিন্তু সেইবোৰ মানুহৰ কথা নাজানে; কব হিতেশ্বৰ শইকীয়া দায়িত্ব পালনত উদাসীন। ইংপিনে মইহে দায়িত্ব পালনৰ অক্ষমতাৰ বেদনাত ভূগিছোঁ।" কৰ্তব্যৰ প্ৰতি থকা তেখেতৰ নিষ্ঠা আৰু ঐকান্তিকতা কিমান গভীৰ ইয়াৰ দ্বাৰা পৰিষ্কাৰ হৈ উঠিছে।

বৰ্তমান সমাজত আদৰ্শ অচল হৈ পৰিছে, "দৰিদ্ৰক পুতৌ কৰিবা, সকলোকে সমান দৃষ্টিৰে চাবা"—এইবোৰ কথা আজি কালি অচল টকাৰ দৰে হৈ পৰিল। কিন্তু কিছুমানে অচল টকাকো আদৰ কৰি বাকচত ভৰাই থোৱাৰ দৰে; শ্ৰীশইকীয়াই এইবোৰ কথা নিজৰ মনৰ খোটালিত এতিয়াও সযতনাই ৰাখিছে। তেখেতে সাধাৰণ দৰিদ্ৰ মানুহকো যে কিমান শ্ৰদ্ধাৰ চকুৰে চাই, সেই সম্পৰ্কে এটা ঘটনা উল্লেখ কৰিব পাৰি। পিতৃবিয়োগৰ পিছত মাতৃ খগেশ্বৰীয়ে আশা প্ৰকাশ কৰিলে যে তেওঁৰ স্বামীয়ে গৰীৱ কাঙালক সহায় সাহাৰ্য কৰি আনন্দ লাভ কৰিছিল, সেয়ে দৰিদ্ৰ নাৰায়ণৰ সেৱা কৰিলে তেওঁৰ আত্মাই শান্তি লাভ কৰিব। মাতৃদেৱীৰ এই আশাৰ প্ৰতি শ্ৰদ্ধা দেখুৱাই শ্ৰীশইকীয়াই পিতৃৰ শ্ৰাদ্ধোপলক্ষ্যে এবাৰ দৰিদ্ৰনাৰায়ণ সেৱাৰ আয়োজন কৰিলে। এই বিষয়ে তেখেতে এজন বন্ধুৰ লগত আলোচনা কৰিলে। এই বন্ধুজনে তেখেতক কলে, গৰীব-দুখীয়াক খুওৱাৰ কাৰণে বেছি মাছ মাংসৰ যোগাৰ কৰাৰ আৱশ্যক নাই, সেইবোৰৰ কাৰণে দালি, ভাত তৰকাৰী দিলেই যথেষ্ট। বন্ধুজনৰ এই কথা শুনি শ্ৰীশইকীয়া খুউব মৰ্মাহত হ'ল। মানুহ দৰিদ্ৰ হ'লেও যে আহি আহাৰ কৰিব, তাতেই আমি কৃতাৰ্থ হোৱা উচিত, এই অসামান্য মনোভাবৰ অধিকাৰী

হৈছে শ্ৰীহিতেশ্বৰ শইকীয়া। সচাকৈয়ে, প্ৰকৃত বৈষ্ণৱ সুলভ বিনয় শ্ৰীশইকীয়াৰ চৰিত্ৰৰ এটি অসাধাৰণ দিশ।

শ্ৰীশইকীয়াৰ সংস্ৰবলৈ অহা প্ৰত্যেকেই এটা কথা নিশ্চয় লক্ষ্য কৰিছে যে তেখেতৰ স্বভাৱত এনে এটা মাধুৰ্য আছে যিয়ে তেখেতৰ স্বাভাৱিক সুগম্ভীৰ চৰিত্ৰত এটি নতুন আকৰ্ষণ সংযোগ কৰে। এটিও কঠোৰ বাক্য তেখেতৰ মুখৰ পৰা ভুলতো বাহিৰ হোৱা কেতিয়াও শুনা নাযায়। তেখেতৰ লগত বহু বিষয়েই আমাৰ মতান্তৰ আছে ; আমি প্ৰায়েই আমাৰ অত্যন্ত প্ৰিয় বিষয়লৈ আলোচনা কৰিছোঁ ; কিন্তু তেখেতে কেতিয়াও উত্তেজনাৰ বশীভূত হোৱা দেখা নাই। যশপাল কাপুৰে ৰেখা বাক্সীৰ "Tamping the Tempest" নামৰ পুথিখনৰ ভূমিকাত শ্ৰীশইকীয়াক "Soft-spoken, sober and dynamic" বুলি যি আখ্যা দিছে, তাত অলপো অত্যুক্তি নাই। নিজৰ এই চৰিত্ৰ গুণৰ কাৰণেই তেখেতে বহুবিষয়ত, কেতিয়াবা কেতিয়াবা আপোচৰ মনোভাব গ্ৰহণ কৰে, যাৰ কাৰণে অনুগামী সকলেও ক্ষুব্ধ হৈ পৰে। তেতিয়া শ্ৰীশইকীয়াই তেওঁলোকক সান্ত্বনা দি কয়—"I am for the masses, not for the classes". আপোনালোকেও এই আদৰ্শৰে কথাবোৰ বিচাৰ কৰিব লাগে। যশপাল কাপুৰৰ 'dynamic' শব্দটোৰ লগত অসম সাহিত্য সভাৰ এগৰাকী সভাপতি শ্ৰীলক্ষ্যধৰ চৌধুৰীৰ এষাৰ কথাৰ সামঞ্জস্য লক্ষ্য কৰিব লগীয়া। শ্ৰীচৌধুৰীৰ কথাষাৰ হৈছে "মানুহৰ আনন্দ সাফল্যত নহয় প্ৰচেষ্টাতহে। হিতেশ্বৰ শইকীয়া তেনে এগৰাকী ব্যক্তি।" শ্ৰীচৌধুৰীদেৱৰ এই কথাষাৰ শ্ৰীশইকীয়াৰ চৰিত্ৰত একেবাৰে প্ৰণিধানযোগ্য, কোনো দ্বিধা নাই। শ্ৰীশইকীয়া সাফল্যত বৈ থকা পুৰুষ নহয়, তাৰ পিছত আকৌ প্ৰচেষ্টা, হয়তো অন্য বিষয়ত। প্ৰচেষ্টাই আনি দিয়ে তেখেতৰ সাফল্য। এই দৰে তেখেতে গতিশীল জীৱনযাপন কৰি আহিছে। এই ফালৰ পৰা তেখেত অপ্ৰমত্ত পুৰুষ। অনলসভাৱে কৰ্তব্য পালনে তেখেতক গতিশীল কৰি তুলিছে।

অস্বস্তিকৰ পৰিস্থিতিতো শ্ৰীশইকীয়াৰ মন ভাঙি পৰা দেখা নাযায়। ই তেখেতৰ চৰিত্ৰৰ এটি ডাঙৰ বৈশিষ্ট্য। যি কোনো অৱস্থাতে তেখেতে নিজৰ মনোবল অটুট ৰাখিব পাৰে, আৰু

পৰিস্থিতিক স্বাভাৱিক কৰি তুলিব পাৰে। দুশ্চিন্তাই তেখেতক তলাব নোৱাৰে। "হিতেশ্বৰ শইকীয়াৰ ৰাজনীতি"গ্ৰন্থত ডক্টৰ হেমপ্ৰভা শইকীয়াই "মোৰ মানসত মোৰ মানুহজন" শিৰোনামাৰ আলোচনাত নিজৰ মনৰ দুশ্চিন্তাৰ বৰ্ণনা দিওঁতে শ্ৰীশইকীয়াৰ মানসিক সাহসিকতাৰ চিত্ৰও পৰিষ্কাৰ কৈ বৰ্ণনা দিছে। ডক্টৰ শইকীয়াই উল্লেখ কৰিছে যে "প্ৰথম প্ৰথম যেতিয়া কিডনীৰ অসুখ ধৰা পৰে আৰু বোম্বাইৰ যশলোক হাস্পতালত চিকিৎসাধীন হৈ থাকিব লগীয়া হৈছিল তেতিয়া নিৰ্জন সময়ত ৰোগগ্ৰস্ত মানুহজনৰ মনোবেদনা দেখি হতাশাত মই যেতিয়া ভাগি পৰিব খোজো তেতিয়া কিন্তু ৰোগ-গ্ৰস্ত মানুহজনেহে মোক সান্ত্বনা দিছিল ভাগি নপৰিববলৈ, আৰু কৈছিল—"মানুহৰ বেমাৰ হয়, আৰু বেমাৰৰ চিকিৎসাও আছে।" ইয়াৰ পৰাই বুজিব পাৰি দুৰ্দিনৰ আনকি চৰম সীমাৰ সন্মুখীন হৈয়ো শ্ৰীশইকীয়াই মন ডাঠ কৰি ৰাখিব পাৰে। মানুহৰ মনৰ ইয়াতকৈ ডাঙৰ শক্তি আৰু কি হব পাৰে!

প্ৰাণত দৰদ নাথাকিলে নেতা যিমানেই ক্ষমতাশালী নহওক, তেওঁৰ প্ৰতি বিষয়া কৰ্মচাৰী সকলৰ অন্তৰ অনুগ নহয়। শ্ৰীহিতেশ্বৰ শইকীয়াৰ দপ্তৰত যি সকলে কাম কৰিছে সেই সকলে নিৰলসভাৱে কাম কৰিও সজীৱতা লাভ কৰা দেখা যায়। শ্ৰীশইকীয়াৰ মাত কথাত সকলোৱে এটা উষ্মা বিচাৰি পায়। সেয়ে কামৰ পিছত তেওঁলোকে দুখ-ভাগৰ সকলো পাহৰি থাকে। চাকৰিয়াল সকলৰ প্ৰতি তেখেতৰ সহানুভূতিপূৰ্ণ দৃষ্টিভঙ্গীয়েই ইয়াৰ কাৰণ। তেখেতে চাকৰিয়াল সকলৰ পৰা সেৱা দাবী কৰাৰ লগতে তেওঁলোকৰ অভাৱ-অভিযোগবোৰৰ প্ৰতিও মুৰব্বী হিচাপে সদায় সচেতন দৃষ্টি ৰাখি আহিছে। এইটো তেখেতৰ কৰ্তব্য বুলি ভাৱে। লগতে তেখেতৰ মধুৰ আচৰণে তেখেতৰ লগত কাম কৰা সৰু ডাঙৰ সকলোবোৰ কৰ্মচাৰীকে এক পৰম আত্মীয়তাৰ ডোলেৰে বান্ধি ৰখাৰ দৰে ৰাখে। তেখেতৰ স্নেহেই কৰ্মচাৰী সকলৰ কাৰণে কামৰ প্ৰেৰণা হৈ পৰে। তেখেতৰ মৰমৰ কাৰণে প্ৰত্যেকেই তেখেতক পৰিয়ালৰ মুৰব্বীজনৰ দৰে নিবিড়ভাৱে শ্ৰদ্ধা ভক্তি কৰে সেইদৰে তেখেতৰ কিবা সঙ্কট উপস্থিত হ'লে তেওঁলোকৰ মন আতঙ্কৰে বিহ্বল হৈ পৰে; যেন নিজৰেই এক অভাৱনীয় দুখ

আহি পাৰিব, তেনে দুশ্চিন্তাত উদ্বিগ্ন হৈ পৰে।

এদিনৰ এটি ঘটনা। ডিচেম্বৰ মাহৰ দহ কি এঘাৰ তাৰিখ, সময় ৰাতি দহমান বাজিছে। আমি তেতিয়া জনতা ভবনৰ মুখ্যমন্ত্ৰীৰ কোঠালিত। মুখ্যমন্ত্ৰী মহোদয় সেই সময়ত অন্য কামত ব্যস্ত হৈ থকাত আমি তেখেতৰ বিশেষ বিষয়া এগৰাকীৰ মেজৰ কাষত বহিলোঁ গৈ। এক গভীৰ প্ৰচ্ছায়াই যেন বিষয়া গৰাকীৰ দেহ-মন আগুৰি আছিল। আন দিনৰ দৰে তেওঁৰ মনত থকা সজীৱতা সেই দিনা নাছিল, মেঘে ঢাকি ৰখা আকাশৰ দৰে গোমোঠা হৈ পৰিছিল তেওঁৰ মন। পৰিস্থিতিটো দেখি নিজৰে বৰ কৰুণ কৰুণ ভাব হ'ল, অনুমান কৰিলোঁ নিশ্চয় আইন-শৃংখলাৰ অৱস্থা জটিল হৈ পৰিছে। সেই সময়ত অযোধ্যাৰ ঘটনাৰ প্ৰতিক্ৰিয়াই ভাৰতৰ বহু ঠাইত হোৱা দুৰ্ঘটনাৰ দৰে অসমতো অনুৰূপ ঘটনা ঘটি আছিল। বহু ঠাইত কাৰ্ফ্যু দিয়া হৈছিল। ইয়াৰ কাৰণেই হবলা কোঠালিটোৰ প্ৰায় সকলোটিয়েই নিৰ্বাক-নিষ্পন্দ—কাৰো মুখত মাতবোল নাই, বিষাদে সকলোৰে মন ওলোন্দাই থৈছে। মনটোৱে নামানিলে, আচল কাৰণ-টোৰ উহ বিচাৰি উলিয়াবলৈ মুখ্যমন্ত্ৰী মহোদয়ৰ বিশেষ বিষয়া শ্ৰীসনোৱালক এবাৰ লাহেকৈ কাণৰ কাষত সুধিলোঁ—"কথাটোনো কি ?"

—"ছাৰ আজি এক পৰম দুঃখ-চিন্তাত ভুগি আছে।"

—উধাতু খাই আকৌ সুধিলো –"কিয়" ?

—"আমাৰ ইয়াতো বহু ঠাইত অশান্তি হৈছে, জুই জ্বলিছে। হোজাই ডবকা, ধুবুৰী ইত্যাদিত কাৰ্ফ্যু আছেই, তাৰ উপৰি নতুনকৈ শিলচৰো পাইছে গৈ, আৰু বহুতো ঠাইৰ পৰিস্থিতি উদ্বেগ-জনক হৈ আছে। ইফালে ছাৰৰ গা বেয়া হব লাগিলে আধ্যা, তাৰেই চিন্তাত আছোঁ, ৰাতিটো পুৱালেহে কোনো মতে ৰক্ষা।"—কথাখিনি কওঁতে শ্ৰীসনোৱালৰ মাতটো ক্ষীণ, কোমল, আৰু প্ৰায় থোকাথুকি হৈ ওলাইছিল।

ইয়াৰ পৰাই সহজে বুজিব পাৰি যে শ্ৰীশইকীয়াৰ লগত কাম কৰা বিষয়া কৰ্মচাৰী সকল তেখেতৰ কিমান ঘনিষ্ট। এইদৰে দেখা যায়, তেখেতৰ সান্নিধ্যলৈ অহা সকলোৰে পৰা আপডাল আকৰ্ষণ কৰিব পৰা এই দুৰ্লভ গুণ শ্ৰীশইকীয়াৰ চৰিত্ৰত প্ৰসাৰ লাভ

কৰিছে। তেখেত সকলোৰে কাৰণে ভয়ৰ পাত্ৰ হোৱাতকৈ হৈ পৰিছে শ্ৰদ্ধা আৰু মৰমৰ পাত্ৰ। এইদৰে তেখেতৰ কৰুণা আৰু মৰমে অজস্ৰ লোকৰ হৃদয় স্পৰ্শ কৰিছে।

শ্ৰীহিতেশ্বৰ শইকীয়াৰ যি পৰিচয় আমি সাধাৰণতে সংবাদপত্ৰ, পত্ৰিকা আদিত পাওঁ, তাঁৰ লগত আমি যি শইকীয়াক ব্যক্তিগত ভাৱে লগ পাইছোঁ তাৰ মিল নাই। সংবাদপত্ৰৰ হিতেশ্বৰ শইকীয়াতকৈ মানুহ শইকীয়াৰ হৃদয় অতি প্ৰশস্ত।

এবাৰ তেখেতৰ নিজৰ দলৰ প্ৰসঙ্গত আমি খোলাখুলি ভাৱে প্ৰশ্ন কৰিছিলোঁ—"অনেকৰে অভিযোগ যে আপোনাৰ দলত গণতান্ত্ৰিক নীতি অনুসৃত হোৱা নাই। আপোনাৰ দলৰ বহু নেতা সম্বন্ধে অনেক আলোচনা আছে, এই বিষয়ে আপুনি কি চিন্তা কৰিছে?"

শ্ৰীশইকীয়াই এই প্ৰশ্ন শুনি অকণো ক্ষুণ্ণ নহ'ল। আমাৰ বক্তব্য খণ্ডনৰো চেষ্টা নকৰিলে। আমাক বুজালে যে তেখেতৰ দল নাইবা অন্য যি কোনো ৰাজনৈতিক দলক, দেশৰ বৰ্তমান পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত বিচাৰ কৰিব লাগিব। যি সমস্যাৰ কথা আপুনি কৈছে সেইটো ঠিক ; কিন্তু একে কথা অন্য দল সম্বন্ধেও কব পাৰি। ভাল কৰ্মীৰ অভাৱ সকলো দলেৰেই সমস্যা। আমাৰ দলতো আছে। মই নিজেই উদ্বিগ্ন এই বিষয়ে। কিন্তু জনসমৰ্থনেই কংগ্ৰেছৰ শক্তি। শ্ৰীশইকীয়াদেৱৰ ব্যক্তিত্ব আৰু নেতৃত্বৰ গুণসমূহ ইয়াত অকণো লঘু হোৱা নাই।

ৰাজ্যত শান্তি স্থাপন কৰাটোৱেই হ'ল তেখেতৰ জীৱনৰ পণ। এই পণ তেখেতে কঠোৰভাৱে পালন কৰিবলৈ লোৱাত বহু সময়ত আত্ম নিগ্ৰহৰ কঠিন পথো অৱলম্বন কৰিব লগীয়াত পৰিছে।

সাধাৰণ মানুহৰ চিন্তা শ্ৰীশইকীয়া ডাঙৰীয়াই কিদৰে কৰে তাৰ দুই এটা ঘটনা আমাৰ মনত গাঁথা আছে। এদিনৰ এটি সৰু ঘটনাই তেখেতৰ চিন্তাত কেনেদৰে আলোকপাত কৰিছিল, সেই দৃশ্যাই আজিও আমাৰ মনত দকৈ সাঁচ বহুৱাই ৰাখিছে। মুখ্যমন্ত্ৰীৰ অফিছত বহি শিক্ষা প্ৰসঙ্গত তেখেতে আলোচনা কৰি আছিল। হঠাৎ ফোন বাজি উঠিল শ্ৰীশইকীয়াই অলপ অন্যমনস্ক হৈ পৰিল। অলপ পিছত ফোন আকৌ তুলি ললে, কাৰোবাৰ লগত যোগাযোগ কৰিলে,

কলে "খবৰ কৰি এতিয়াই মোক জনাব, জুই কিমান ব্যাপক হৈছে। ওচৰৰ সাধাৰণ মানুহৰ কোনো ক্ষতি হব নেকি?" অলপ পিছতে আকৌ ফোন আহিল। মুখৰ উদ্বেগৰ ছায়া দূৰ হ'ল। নিজে নিজেই আমাক জনালে—"জুই সিমান ব্যাপক হোৱা নাই, সাধাৰণ মানুহখিনিৰ কোনো ক্ষতি হোৱা নাই।" একেবাৰে সৰু কথা কিন্তু মানুহজনৰ চৰিত্ৰৰ আৰু এটি দিশ আমাৰ আগত ধৰা পৰিল।

আমাৰ লগত ব্যক্তিগত সম্পৰ্কৰ কথা কৈছোঁ। অৱশ্যে এই প্ৰসঙ্গ উত্থাপন নকৰাই ভাল আছিল। তথাপি আহি গ'ল। আমাতকৈ অন্য বহু মানুহৰ লগত তেখেতৰ অনেক বেছি ঘনিষ্ঠ পৰিচয়, যাতায়ত আৰু যোগাযোগ আছে। তেওঁলোকৰ লগত তেখেতৰ ব্যক্তিগত সম্পৰ্কও বহুত বেছি নিবিড়। তথাপিতো কিয় জানো এক ব্যাপক ধাৰণা জন্মিছে যে তেখেতৰ লগত আমাৰ এক বিশেষ প্ৰীতিৰ সম্পৰ্ক গঢ়ি উঠিছে। ইয়াৰ কাৰণে দায়ী হৈছে তেখেতৰ মধুৰ স্বভাৱ। আন্তৰিকতাপূৰ্ণ ব্যৱহাৰ। অসীম সৌজন্যবোধ।

এদিনৰ এটা কথাই আমাৰ মনৰ মাজত আজিও গভীৰভাৱে ৰেখাপাত কৰি আছে। পাণ্ডুৰ বেষ্ট কেম্পত এখন অতি গাম্ভীৰ্য-পূৰ্ণ সভা, উত্তৰ-পূৰ্ব সীমান্ত ৰেলৱেৰ এমপ্লইজ ইউনিয়ন মহিলা শাখাৰ 'ডক্টৰ হেমপ্ৰভা শইকীয়া কলা ভৱন'ৰ উন্মোচন উপলক্ষে। মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়া মুখ্য অতিথিৰ আসনত। মন্ত্ৰী, বিধায়ক, শিক্ষাবিদ, সমাজসেৱী ছাত্ৰ-ছাত্ৰী বিভিন্ন স্তৰৰ সমাবেশৰ আগত কেবা গৰাকীও বক্তাই নিজৰ নিজৰ অভিজ্ঞতা আৰু বাগ্মি-তাৰে মনোজ্ঞ ভাষণ ৰাখিছে। সভাৰ কাৰ্যসূচী শেষ হবলৈ তেতিয়াও বহুতো বাকী আছে, এনেতে মুখ্যমন্ত্ৰীৰ গা-ৰক্ষী এজনে আহি আমাক বিচাৰিলে আৰু ছাৰে মাতিছে বুলি কৈ দাইছৰ ওপৰলৈ লৈ গ'ল। কাণ্ডকাৰখানা দেখি থতমত খালোঁ। মুখ্যমন্ত্ৰীয়ে ওচৰতে খালি হৈ থকা আসন খনত মোক বহিবলৈ ইঙ্গিত দিলে আৰু তেখেতৰ সেই স্বাভাৱিক মধুৰ হাঁহিটিৰে সম্ভাষণ জনালে। তাৰ পিছত গা-মূৰ কেনে আছে, নতুনকৈ আৰু কিবা কিতাপ পত্ৰ লেখিছোঁ নে-এই ধৰণৰ দুই এটা প্ৰশ্ন কৰি শেষত এদিন দিচপুৰৰ বাসভৱনত লগ পাম বুলি কলে। বহুবাৰ তেখেতৰ লগত কথা

পাতিছোঁ, খুব ঘৰুৱা পৰিবেশত, কিন্তু সেই দিনা এক দুৰ্লভ অভিজ্ঞতা। বেছ অনুভৱ কৰিছিলোঁ যে অনেকেই বিস্মিত হৈ মনে মনে ভাবিছিল—"এইজন কোন ব্যক্তি যাক মুখ্যমন্ত্ৰীয়ে দাইছলৈ মাতি নি একান্ত মনে কথা পাতিছে।"

সংস্কৃতত এটা শ্লোক আছে ঃ

"বহুশ্ৰুত ঃ স্বল্পভাষী জিজ্ঞাসুৰ্জ্ঞান বনাপি।
বহুমানোৎপি নিদ্দৰ্ম্ভো ধীৰো দণ্ড প্ৰসাদয়ো।"

বহু শুনিও অলপ কথা কোৱা, জ্ঞানী হৈয়ো জনাৰ স্পৃহা থকা আৰু বহু সন্মানীয় হৈয়ো নিৰহংকাৰী হোৱা, দুঃখে-সুখে অনুগ্ৰহে অবিচলিত—শ্ৰীহিঁতেশ্বৰ শইকীয়াক উদ্দেশ্য কৰিয়েই যেন এই শ্লোকটো ৰচনা কৰা হৈছিল। এই গুণবোৰ তেখেতৰ চৰিত্ৰতহে ৰজিতা খায়।

আজি কালি ভাৰতীয় তথা পৃথিৱীৰ ৰাজনীতিত অনুশাসনৰ প্ৰতি আনুগত্য দেখুৱা নেতাৰ সংখ্যা কমি আহিছে। শ্ৰীহিতেশ্বৰ শইকীয়াই কিন্তু অনুশাসনৰ প্ৰতি সদায় শ্ৰদ্ধা দেখুৱাই আহিছে। অসম চুক্তিৰ পিছত তেখেতে মুখ্যমন্ত্ৰীৰ পদ হেলাৰঙে এৰি দিছিল। এগৰাকী প্ৰতিভাবান আৰু ক্ষমতাশালী নেতাক মিজোৰামৰ দৰে Union territory লৈ উপৰাজ্যপাল হিচাপে পঠিওৱাত কোনো আপত্তি নকৰাকৈ নিৰ্বিবাদে সেই নিৰ্দেশ মানি লৈছিল। এইয়া আছিল তেখেতৰ খেলুৱৈ সুলভ মনৰ মহৎ উদাৰতা।

শ্ৰীহিতেশ্বৰ শইকীয়াৰ চৰিত্ৰত আৰু এটি অদ্ভুত গুণ লক্ষ্য কৰা যায়, যিটো প্ৰশাসনীয় নেতা সকলৰ কাৰণে অতি মহৎ বুলি কব লাগিব। সেয়া হৈছে "কোনো লোকে যদি যুদ্ধত সহস্ৰজনক সহস্ৰবাৰ জয় কৰে, আৰু আন এজনে মাত্ৰ নিজক জয় কৰে, তেন্তে তেঁৱেই উত্তম যুদ্ধ-বিজেতা*। এই উত্তম যুদ্ধ বিজেতাৰ গুণটোৱেই শ্ৰীশইকীয়াৰ চৰিত্ৰত প্ৰসাৰ লাভ কৰিছে। তেখেতৰ বহুতো তোষামোদকাৰী আছে। সম্প্ৰতি এই তোষামোদকাৰীৰ সংখ্যা বান পানী বাঢ়ি অহা দি বাঢ়ি আহিছে। কিন্তু শ্ৰীশইকীয়া ডাঙৰীয়াক এইবোৰে বিশেষ প্ৰভাৱিত কৰিব পাৰিছে বুলি ভাবিব পৰা না-

---

*সুভাষিত—সহস্ৰ বৰ্গ—৭

যায়। তেখেত সদায় নিজৰ সীমাবদ্ধতাৰ সম্পৰ্কে সচেতন, তদুপৰি কেতিয়াও আনৰ কামৰ ওপৰত প্ৰভাৱ বিস্তাৰ নকৰে, নিজকে এই ক্ষেত্ৰত সংযম কৰি ৰাখে অৰ্থাৎ তেখেতে নিজকে জয় কৰিব পাৰে।

বহুতে এনে মন্তব্য কৰা শুনা যায় যে শ্ৰীশইকীয়াই অসম সাহিত্য সভাত সোমাই সভাৰ ওপৰত তেওঁৰ প্ৰভাৱ বিস্তাৰ কৰিব বিচাৰে, ৰাজনীতি কৰিব বিচাৰে। কিন্তু এনে মন্তব্যৰ সত্যতাৰ প্ৰশ্নই নাই। কাৰণ সাত ফেব্ৰুৱাৰী তাৰিখে অসম সাহিত্য সভাৰ শিৱসাগৰ অধিবেশনৰ মুকলি সভাত মুখ্য অতিথি হিচাপে যোগদান কৰাৰ কোনো অভিলাষেই তেখেতৰ নাছিল। অভ্যৰ্থনা সমিতিৰ বিষয় ববীয়া সকলে শিৱসাগৰৰ আবৰ্ত গৃহত, নাজিৰাত, দিচপুৰৰ জনতা ভৱনত বাৰে বাৰে অনুৰোধ কৰাত আৰু মূল সভাৰ বিষয় ববীয়া সকলেও তেখেতক টানি অনুৰোধ কৰাত, অৱশেষত সভাপতি গৰাকীয়েও আহি নিমন্ত্ৰণ কৰাৰ পিছতহে তেখেতে সম্মতি প্ৰদান কৰিছে। গতিকে তেখেতৰ যে সাহিত্য সভালৈ যোৱাৰ কোনো অভিপ্ৰায় নাছিল, সেই কথা স্পষ্ট। আনহাতে কিছু প্ৰতিনিধিয়েহে এক অন্তৰ্নিহিত উদ্দেশ্যেৰে সভালৈ আহি সভাৰ ভাবমূৰ্তি বিনষ্ট কৰা দেখা গৈছে, নিমন্ত্ৰিত অতিথি এগৰাকীক সভাত যোগদান কৰাৰ বিৰোধিতা কৰি। এই বিৰোধিতাই শ্ৰীশইকীয়াৰ অৱশ্যে একো ক্ষতি কৰিব পৰা নাই। বৰং এই ক্ষেত্ৰত সাহিত্য সভাৰ সৌজন্যতাবোধত হে আঘাত পৰিছে বুলি ৰাইজে ধৰি লৈছে। শ্ৰীশইকীয়া শিলাময় পৰ্বতৰ দৰে বতাহত নলৰে। নিন্দা আৰু প্ৰশংসাত তেখেত কেতিয়াও বিচলিত নহয়।

কিন্তু দুখৰ বিষয় যে শ্ৰীহিতেশ্বৰ শইকীয়া মানুহজনৰ সম্পৰ্কে আমাৰ কিছু লোকৰ মনত ভুল ধাৰণাৰ চামনি পৰা হেতুকে তেখেতৰ স্বচ্ছ জাতীয়তাবোধক আমি উপলব্ধি কৰিবলৈ অক্ষম হৈছোঁহক। আচলতে বিচিত্ৰ গতিয়েদি তেখেতৰ কৰ্মময় জীৱন আগবাঢ়ি যোৱাত তেখেত মানুহজনৰ সম্পৰ্কে বহুতৰ মনৰ ধাৰণা একে নহয়। কিছু-মানে তেখেতক 'ৰাষ্ট্ৰমানৱ' উপাধি প্ৰদান কৰিছে, কিছুমান কৰ্মশ্ৰী বুলি অভিনন্দন জনাইছে, নেহেৰু পুৰস্কাৰো তেখেতে লাভ কৰিছে, আকৌ কিছুমানে স্বৰ্গদেউ সম্মানেৰেও তেখেতক শিৰত তুলি লৈছে।

আকৌ কোনোৱে লাচিতৰ লগতো তুলনা কৰিছে, কোনোৱে কৈছে সমস্ত মস্তক মণি বুলি। ইফালে আন কিছুমানে তেখেতক দেশদ্ৰোহী, গণশত্ৰু স্বৈৰাচাৰী নিষ্ঠুৰ, ক্ষমতাপিপাসু বুলি নিন্দা কৰিছে। এইবোৰ আখ্যাই শ্ৰীশইকীয়াৰ ব্যক্তিত্বত কেনে দৰে, প্ৰভাৱ পেলাইছে; তাৰ সঠিক নিৰ্ণয় কৰা কঠিন। কিন্তু তেখেতৰ কৰ্মময় জীৱনৰ কিছুমান বৈশিষ্ট্য ফঁহিয়ালে শ্ৰীশইকীয়াৰ ব্যক্তিত্বৰ বহুতো সুষমা ওলাই পৰে। এইবোৰৰ পৰা নিৰ্ণয় কৰিব পাৰি যে শ্ৰীশইকীয়া উদাৰ প্ৰকৃতিৰ লোক পৃথিৱীৰ গৰ্ভৰ পৰা অকল এঙাৰেই নোলায়, তাৰ পৰা হীৰকখণ্ডও ওলায়। শ্ৰীশইকীয়াৰ অন্তৰো বহুগুণেৰে সমুজ্জ্বল।

# কৰ্মশ্ৰী শ্ৰীশইকীয়া

'Works, and not birth, determine one's place in the world. At all times one should work diligently and with earnestness. Hard work is praised."*— এইষাৰ যদিও বৌদ্ধ ধৰ্মাৱলম্বী সকলে শিলৰ খুটি যেন প্ৰমাণেৰে বিশ্বাস কৰে, প্ৰকৃতপক্ষে সকলো ধৰ্মৰে ই উপলব্ধিৰ কথা। কিন্তু শ্ৰীহিতেশ্বৰ শইকীয়াৰ কৰ্মময় জীৱনত ইয়াৰ মূল্য আৰু অধিক।

সদায় প্ৰতিকূল পৰিস্থিতিৰ বিৰুদ্ধে যুদ্ধ কৰি অহা শ্ৰীহিতেশ্বৰ শইকীয়াক কোনো দিনে ক্লান্তি আৰু অৱসাদে পৰাজয় কৰিব পৰা নাই। এলাহত কেতিয়াবা কোনো মুহূৰ্তও তেখেত কৰ্মৰ পৰা আঁতৰি থকাৰ চিন্তা কৰা বুলি ভাবিলেও ভুল কৰা হব। সেইটো তেখেতৰ প্ৰকৃতি বা ব্যক্তিত্বৰ সম্পূৰ্ণ পৰিপন্থী কথা। শত্ৰুৱে কৰা জঘন্য আচৰণকো নগণি নিৰ্বিকাৰ ভাবে কাম কৰি যাব পৰা গুণৰ তেখেত হৈছে অধিকাৰী। তেখেতে এই কথা ভালদৰে অনুভৱ কৰিছে যে নিজৰ বিজয় আৰু প্ৰতিদ্বন্দ্বীৰ পৰাজয় সম্ভৱ কৰি তুলিব পাৰি একমাত্ৰ সততাৰে কৰা কামৰ মাধ্যমেৰেহে। কৰ্মঠ লোকৰ আকাল নাই। সেইদৰে কৰ্মপৰায়ণ জাতিক কোনেও অগ্ৰগতিৰ পথত বাধা দিব নোৱাৰে; নদীৰ পানীৰ সোঁত নিৰৱিচ্ছিন্নভাৱে লক্ষ্যৰ ফালে বৈ থকাৰ দৰে, সেই জাতিও আগৰ ফালে বৈ থাকিব, কোনো ধৰণৰ বাধাই তাক ভেটিব নোৱাৰিব। শ্ৰীহিতেশ্বৰ শইকীয়াও এগৰাকী কৰ্মী পুৰুষ। হাজাৰ চেষ্টা কৰিও তেখেতক উন্নতিৰ পথত আগবাঢ়ি যোৱাত বাধা দিব পৰা নগ'ল আৰু নোৱাৰিব।

সৰু কালৰে পৰাই কোমল আৰু কঠিন—এই দুই ৰকমৰ অৱস্থাকে গ্ৰহণ কৰিবলৈ শিকি আহিছে শ্ৰীহিতেশ্বৰ শইকীয়া

*O. P. Ghai Unity in Diversity.

ডাঙৰীয়াই। কথাটোৰ অৰ্থ এনেকুৱা নহয় যে অৱস্থা যেতিয়া কঠিন হৈ উঠে, তেতিয়া তেখেত বিৰক্ত নহয়। অথবা অৱস্থা অনুকূল হ'লে প্ৰশান্তি লাভ নকৰে। কিন্তু সেই সময়তো অলপ অন্য দৃষ্টিকোণৰ পৰা বিষয়টোক বিচাৰ কৰি চায়; আৰু সম্পূৰ্ণ ছবিখনৰ এটা অংশ হিচাপে তাক গ্ৰহণ কৰি লয়।

১৯৮৩ চনত নিৰ্বাচনৰ সময়ত অসমত যি এক কাহানিও নোহোৱা-নোপজা পৰিস্থিতিৰ উদ্ভৱ হৈছিল, সেই কথা নিশ্চয় সকলোৰে মনত আছে। জুইৰ ধোঁৱা আৰু নিৰপৰাধী লোকৰ কান্দোনৰ ৰোল বতাহত চাৰিওফালে উৰি ফুৰিছিল। ভাবুকি, মাৰপিট, অগ্নিসংযোগ আৰু হত্যাকাণ্ডৰে এক বিভীষিকাৰ সৃষ্টি হৈছিল। নেলী, গহপুৰ আৰু চমৰীয়াৰ আকাশত জাকে জাকে শগুণ উৰিছিল। বহু পৰিয়াল গৃহহীন হৈ পৰিছিল, বহুতে সা-সম্পত্তি হেৰুৱাইছিল। কিছুমানে পুত্ৰ হেৰুৱাইছি, কিছুমানে হেৰুৱাইছিল স্বামী আৰু কিছুমানে মাতৃ। আশ্ৰয় শিবিৰ বোৰ নিৰাশ্ৰয় দুৰ্ভগীয়া সকলৰ চকুপানী পৰি বোকাত পৰিণত হৈছিল। ১৬০০ খন দলং ভস্মীভূত হোৱাত ৰাজ্যৰ যোগাযোগ আৰু যাতায়াত ব্যৱস্থা ব্যাহত হৈছিল। বহুতো স্কুল ঘৰ, পথ ধ্বংশ কৰা হৈছিল। সেই সময়ত অসম হৈ পৰিছিল ধ্বংশৰ এক লীলাক্ষেত্ৰ। অসমীয়া সমাজৰ এই জহি যোৱা অৱস্থাতে শ্ৰীহিতেশ্বৰ শইকীয়া অসমৰ মুখ্যমন্ত্ৰী হয়। আৰু নিজৰ জাতীয় জীৱনৰ শোচনীয় অৱস্থাটোলৈকে অসমবাসীৰ অমনোযোগীতা আৰু উদাসীন মনোভাবৰ ওচৰত দৃষ্টিপাট কৰি কিদৰেনো ৰাজ্য খনলৈ সম্প্ৰীতিৰ ভাব পুনৰ জাগ্ৰত কৰি তুলিব পাৰি, তাৰে চিন্তাত ব্যস্ত হৈ পৰে। সম্প্ৰীতি আৰু ভাতৃত্বৰ ঘাই উপাদান ৰাজ্যখনলৈ স্বাভাৱিক অৱস্থা ঘূৰাই আনিবলৈ চেষ্টাৰ অলপো ত্ৰুটি নকৰিবলৈ তৎপৰ হৈ পৰে। সততা, পবিত্ৰতা আৰু আন্তৰিকতাৰে দুৰ্গত সকলৰ আহ্বানৰ কাৰণে পৃষ্ঠপোষকতা কৰিবলৈ ক'কালত টঙালি বান্ধি ওলাল। এই ক্ষেত্ৰত মুখ্যমন্ত্ৰী গৰাকীৰ দৃষ্টিভঙ্গী নিশ্চয় শলাগিব লগীয়া। তেখেতে নিজেই তেখেতৰ মনোভাৱ ব্যক্ত কৰি কৈছিল— We have to be particularly careful to give equal opportunities to all the affected people to restart their normal life and avocations. And I feel

it is not enough that we are fair. we have also to convince them that we are really so. We have also to constantly keep in mind that it is not doles of mercy we are giving out. It is our spirit of service that will help them have confidence in themselves and the administration as well."*

কথা আৰু কামৰ মাজত যাতে কোনো ধৰণৰ বিসঙ্গতি থাকিব নোৱাৰে, সেই উদ্দেশ্যে তেখেতে ৰাজ্যখনৰ প্ৰশাসনীয় ব্যৱস্থাক পুনৰ গঠন কৰি সক্ৰিয় ৰূপে সজাই তুলিলে। সাহায্য আৰু পুনৰ সংস্থাপন নামৰ দপ্তৰ এটা নতুনকৈ গঠন কৰি এজন পূৰ্ণ পৰ্যায়ৰ মন্ত্ৰীৰ হাতত দুৰ্গত সকলৰ কাৰণে সাহায্য আৰু পুনৰ সংস্থাপনৰ দায়িত্বও দিলে। মুখ্যমন্ত্ৰী গৰাকীয়ে নিজেও সাহায্যৰ কাম কাজবোৰ চোৱা-চিতা কৰিলে আৰু প্ৰয়োজনীয় সামগ্ৰীৰ হিচাব-কিতাব কৰি লৈ সেই মতে যোগানৰ ব্যৱস্থা কৰিলে। জ্যেষ্ঠবিষয়া সকলে ৰোগীয়া হ'লেও মুখ্যমন্ত্ৰীয়ে দুপৰ নিশালৈ কাম কৰিব পৰা শক্তিৰ আগত হাৰ মানিলে। শ্ৰীশইকীয়াই সংশ্লিষ্ট বিষয়া সকলক মাতি আনি সঘনে মিটিং কৰে আৰু তেওঁলোকক নিৰ্দেশ দিয়ে। তেখেতৰ মতে ৰাজ্যৰ স্বাভাৱিক অৱস্থা ঘূৰাই আনিবলৈ দুৰ্গত সকলৰ পুনৰ সংস্থাপনেই সকলোতকৈ ডাঙৰ কথা। গতিকে পুনৰ সংস্থাপনৰ কাৰ্য ক্ষিপ্ৰ-গতিত আগ বঢ়াই নিবৰ বাবে তেখেতে যিকোনো মূল্য দিবলৈ প্ৰস্তুত। সেয়ে যুদ্ধকালীন ক্ষিপ্ৰতাৰে পুনৰ সংস্থাপনৰ কাৰ্য আগ বঢ়াই নিয়াত সহায় কৰিবলৈ তেখেতে নিজে আশ্ৰয় শিবিৰলৈ গ'ল। তাত দুৰ্গত সকলক নিজ নিজ স্থানলৈ উভতি যোৱাৰ মানসিক সাহস দিবৰ কাৰণে তেওঁলোকক নিৰাপত্তাৰ আশ্বাস দিলে। প্ৰতিটো গৃহহীন পৰিয়ালক গৃহ নিৰ্মাণৰ বাবে দিলে আহিলা-পাতি আৰু অৰ্থ সাহায্য। উপৰন্তু তেওঁলোকক আঠ মাহৰ বাবে খাদ্যসামগ্ৰীও দিলে। এই দৰে নিৰাশ্ৰয় লোক সকলক পুনৰ সংস্থাপন কৰি ৰাজ্যখনৰ স্বাভাৱিক অৱস্থা ঘূৰাই অনাৰ প্ৰচেষ্টাত তেখেতে সফল লাভ কৰিলে। শিক্ষানুষ্ঠান সমূহত নিয়মীয়া ভাৱে পঢ়াশুনা আৰম্ভ হ'ল। চৰকাৰী-

* Taming the Tempest—Page 72

বেচৰকাৰী কাৰ্যালয় বোৰতো স্বাভাৱিক গতিত কাম-কাজ হ'ব ধৰিলে। প্ৰকৃতপক্ষে শ্ৰীশইকীয়া ডাঙৰীয়াই মিছনাৰি উৎসাহ-উদ্দীপনাৰে ৰাজ্য খনৰ শান্তি আৰু সম্প্ৰীতি ঘূৰাই অনাৰ ক্ষেত্ৰত যি কঠোৰ পৰিশ্ৰম কৰিলে তাৰ কাৰণে, তেখেতক 'শান্তিৰ দূত' বুলি অভিহিত কৰিব পাৰি। তেখেতৰ কৰ্মশক্তিক নিৰপেক্ষ দৃষ্টিভঙ্গীৰে বিচাৰ কৰি অসমৰ এগৰাকী আগশাৰীৰ সাহিত্যিক সমালোচক শ্ৰীহোমেন বৰগোহাই ডাঙৰীয়াই কৰা মন্তব্য এই ক্ষেত্ৰত প্ৰণিধানযোগ্য। তেখেতে কৈছে যে—

"……হিতেশ্বৰ শইকীয়াই অসমৰ সাম্প্ৰতিক ইতিহাসৰ আটাইকৈ সংকটপূৰ্ণ মুহূৰ্তত মুখ্যমন্ত্ৰীৰ দায়িত্ব বহন কৰি প্ৰমাণ কৰিলে যে অসমক এই সৰ্বগ্ৰাসী সংকটৰ পৰা উদ্ধাৰ কৰা আৰু কাৰো পক্ষে সম্ভৱপৰ নাছিল—একমাত্ৰ তেখেতৰ বাহিৰে। হিতেশ্বৰ শইকীয়াৰ কৃতিত্বৰ পৰিমাণ বুজিবলৈ হ'লে মনত ৰাখিব লাগিব তেখেত মুখ্যমন্ত্ৰী হোৱাৰ আগৰ চাৰি বছৰ ধৰি কেনেকৈ চাৰিখন নিৰ্বাচিত চৰকাৰ আৰু তিনিবাৰকৈ ৰাষ্ট্ৰপতিৰ শাসন বন্যাৰ সোঁতত খেৰকুটাৰ দৰে উটি গৈছিল অসম আন্দোলনৰ মুখত পৰি। বাস্তৱিকতে তেখেতৰ এই সাফল্যৰ প্ৰতি অকুণ্ঠ স্বীকৃতি আৰু সাধুতা জানিছে গোটেই দেশে। বিগত এটা বছৰৰ সংবাদপত্ৰৰ পাত লুটিয়ালেই সেই কথা বুজিব পাৰি। প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰ বাহিৰে ১৯৮৩ চনৰ গোটেই বছৰটোৰ ভাৰতৰ আটাইবিলাক সংবাদপত্ৰৰ সবাতোকৈ অধিক আলোচিত ব্যক্তিজন আছিল হিতেশ্বৰ শইকীয়া। ঈশানৰ আকাশৰ জুইৰ দপ্‌দপীয়া লেলিহান শিখা দেখি গোটেই দেশখনৰে দৃষ্টি যেতিয়া এই পিনে নিবদ্ধ হৈ পৰিছিল, তেতিয়া স্বাভাৱিকতেই দেশৰ মানুহৰ দৃষ্টি আকৃষ্ট হৈছিল সেই দুঃসাহসিক মানুহ জনৰ প্ৰতিও যি জনে নিজৰ সৰ্বশক্তি প্ৰয়োগ কৰিছিল জুই নুমুৱাৰ অৰ্থে। নহয়, সেই কথা কোৱাৰ সময় এতিয়াও উপস্থিত হোৱা নাই। কিয়নো বিপদ এতিয়াও সম্পূৰ্ণ আঁতৰা নাই। অসমৰ সমস্যাৰ সমাধান হবলৈ বহুত বাকী। কিন্তু বিক্ষুব্ধ দীৰ্ঘ চাৰিটা বছৰৰ

পিছত অসমৰ পৰিস্থিতি যে এতিয়া সম্পূৰ্ণ নিয়ন্ত্ৰণাধীন সেই বিষয়ে কাৰো দ্বিমত নাই। এই দুঃসাধ্য কাম সাধন কৰিলে যিজন মানুহে—তেখেতৰ দৰে চেহেৰা আৰু স্বভাবৰ মানুহ বোধহয় খুব কমহে আছে। দেহৰ উচ্চতা পাঁচ ফুট আৰু ওজন পঞ্চাশ কিলোগ্ৰাম হব নে নহয় সন্দেহ। তাৰোপৰি আকৌ ১৯৮১ চনৰ জুন মাহত তেখেতৰ দেহত এটি কিড্‌নি সংযোগ কৰা হৈছে। দু চামোচ কোমলকৈ সিজোৱা ভাত, সিজোৱা পাচলি আৰু অকণমান দৈ গাখীৰ—এই খিনিয়েই তেখেতৰ দুবেলাৰ ধৰাবন্ধা পথ্য। এ বছৰ পূৰ্বে তেখেতে যেতিয়া মুখ্যমন্ত্ৰীৰ দায়িত্ব গ্ৰহণ কৰিলে তেতিয়া শত্ৰু-মিত্ৰ নিৰ্বিশেষে সকলোৱে কোৱা-কুই কৰিব ধৰিলে যে মানুহজনৰ ছমাহ বাচি থাকিব নে নাই সন্দেহ। এই মানুহজনেই যোৱা এবছৰ ধৰি দিনে ষোল্ল ঘণ্টাকৈ কাম কৰিছে, নিৰোগী আৰু সুস্থ-সবহ বিষয়া সকল তেখেতৰ লগত ফেৰ মাৰি কাম কৰিবলৈ গৈ ভাগৰি পৰিছে। যোৱা জানুৱাৰীৰ প্ৰায় সম্পূৰ্ণ মাহটোৱেই তেখেতে প্ৰায় কাড়ৰ দৰে বেগেৰে সমগ্ৰ অসম ভ্ৰমিছিল। এজন সাংবাদিকে তেখেতক প্ৰশ্ন কৰিলে—"ইমান দুৰ্বল স্বাস্থ্যলৈ আপুনি ইমান ঘূৰাঘূৰি কৰিছে কিয়?" "মই যে মুঠেই দুৰ্বল নহয় সেইটোকে সৰ্বসাধাৰণৰ ওচৰত প্ৰমাণ কৰি দেখুৱাব বিচাৰোঁ।" মৃদু হাঁহি মাৰি তেখেতে কলে।

শ্ৰীবৰগোঁহাইৰ এইখিনি কথাৰ মাজেৰে শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰ কৃতিত্ব আৰু তেখেতৰ কঠোৰ পৰিশ্ৰমৰ কথা সাধাৰণ ভাৱে আমি জানিব পাৰোঁ। শ্ৰীশইকীয়া ডাঙৰীয়াৰ কঠোৰ পৰিশ্ৰম কৰাৰ এই দুঃসাহসে আমাৰ জাতীয় জীৱনৰ ওপৰত পৰা অন্ধকাৰৰ ছাঁয়া দূৰিকৰণত যে আদৰ্শ স্বৰূপ, সি নিশ্চিত। কাৰণ তেখেতৰ অসাধাৰণ কৰ্মশক্তিয়ে মানুহৰ হৃদয় পৰিবৰ্তন কৰি ৰাজ্যখনত পুনৰ শান্তি প্ৰতিষ্ঠাত সহায় কৰিলে। তেখেতৰ কৰ্মৰ মাজত নিৰাশ্ৰয় লোক সকলে বিচাৰি পাইছিল নিৰাপত্তা, আৰু তাৰেই ফলশ্ৰুতিত, তেওঁলোকে নিজ নিজ স্থানলৈ উভতি যোৱাৰ কাৰণে পাইছিল সাহস। নিৰাশ্ৰয়ৰ মাত শুনিলে জীৱন দিবলৈ সংকল্প কৰা শ্ৰীশইকীয়াৰ

কাৰণে সেৱাই ধৰ্ম, আৰু এই সেৱাই হ'ল তেখেতৰ জীৱন জেউতি। কামহীন জীৱন তেখেতৰ কাৰণে ৰস-ৰূপ-গন্ধ শূন্য ফুল সদৃশ। স্বয়ং সৃষ্টিকৰ্তা নিজেই বিৰাম নোহোৱাকৈ কামত ব্যস্ত থাকে কাৰণেই প্ৰকৃতি ইমান সুন্দৰ, ইমান সুষমা ভৰা। শ্ৰীশইকীয়াৰো জীৱনৰ মাধুৰ্য কৰ্মৰ মাজতহে। কথা আৰু কামত শ্ৰীশইকীয়াৰ দৰ্শন, ব্যক্তিত্ব আৰু মানৱ প্ৰেম স্বচ্ছ পানী ধাৰাত প্ৰতিকৃতি ভাঁহি উঠাৰ দৰে জিলিকি উঠিছে।

শ্ৰীশইকীয়া ডাঙৰীয়াক কোনো সময়তে নিষ্কৰ্মা হৈ বহি থকা অৱস্থাত আজিলৈকে লগ পোৱা নাই। তেখেতৰ মতে নিষ্কৰ্মা মগজু ভূতৰ দুৰে। সেয়ে দূৰ দূৰণিৰ পৰা ভ্ৰমণ কৰি আহিও হয় জনতাভৱনত, নহয় বাসভৱনত, নাইবা এক নম্বৰ অতিথি-শালাত ৰাতি দুপৰলৈকে ফাইলৰ কামত ব্যস্ত হৈ পৰে, নানাজনৰ সাক্ষাৎ গ্ৰহণ কৰে; বিভিন্ন জনৰ লগত ফোনত কথা পাতে— এই দৰে ৰাতি দুই বজালৈ নিৰলস ভাৱে কাম কৰে। তাৰ পিছত বিছানালৈ যায়। পুৱা সাত বজাৰ পৰা আকৌ নতুন দিনৰ কাৰ্যসূচী আৰম্ভ হয়। এই কৰ্মব্যস্ত মানুহজনে আজি কিছু দিনৰ আগলৈকে কথাদিও সময়তে সভা-সমিতিত উপস্থিত থাকিব নোৱাৰে। নিৰ্ধাৰিত দিনৰ সাক্ষাৎকাৰ প্ৰায়েই বাতিল হয়। এই লৈ তেখেতৰ কিছু সমালোচনাও হৈছে। কোনো কোনোৱে কোৱা শুনিছো—ই হ'ল অপৰিণত মনৰ পৰিচয়, দায়িত্ব জ্ঞানৰ অভাৱ। আমিও কম উদ্বেগ আৰু বিপদত নপৰাকৈ থকা নাই। কিন্তু যেতিয়া গম পাওঁ যে কাঁবি নেতা সকলৰ লগত হঠাৎ আলোচনাত বহিব লগীয়া হ'ল, নিৰাপত্তা বাহিনীৰ লোকে তেখেতৰ লগত আইন-শৃংখলাৰ বিষয়ে আলোচনা কৰি আছে, আত্মসমৰ্পণ কৰা আলফাৰ সদস্যৰ সৈতে গোপন বৈঠকত ব্যস্ত হৈ আছে ইত্যাদি ইত্যাদি কাহিনী শুনাৰ পিছত আমাৰ সকলো ভুল ধাৰণা দূৰ হৈ গৈছে। আৰু এটা কথা শুনিছোঁ—উজনি অসমৰ কোনো এঠাৰ জনসভালৈ গৈ থাকোঁতে পথৰ মাজতে আন এঠাইৰ ৰাইজে তেখেতক সাক্ষাৎ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। ৰাইজৰ স্বতঃস্ফূৰ্ত আশাক শ্ৰদ্ধা জনাবলৈ যাওঁতে দিনটো তেখেতৰ খোৱাৰ আহাৰি নহ'ল। মানুহৰ ভালপোৱাৰ পয়োভৰত তেখেতৰ শাৰীৰিক ক্লান্তি আৰু

অৱসাদ শেষ পৰ্যায় পাই গৈ। ক্ষুধা তৃষ্ণা সকলো পাহৰি পেলায় বহু সময়। এনেকুৱা গল্প অনেক শুনিছোঁ। অযোধ্যা ঘটনাৰ সংক্ৰান্তত অসমতো অভাবনীয় ঘটনাই আমাৰ মাজৰ শান্তি-সম্প্ৰীতিক আকৌ এবাৰ কঁপাই তুলিছিল। তেতিয়াও মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াই হোজাই অঞ্চললৈ গৈছিল, নিজে পৰিস্থিতিৰ বুজ লবলৈ। খোজ কাঢ়ি ঘূৰি ঘূৰি ক্ষতিগ্ৰস্ত অঞ্চল চাই ফুৰোঁতে ফুৰোঁতে ৰাতি ৮·৩০ বাজিল গৈ। তাৰ পিছত অঞ্চলটোৰ বিশিষ্ট ব্যক্তিৰ লগত দেখা সাক্ষাৎ কৰোঁতে ৰাতি ১০·৩০ বাজিল। পৰিস্থিতিৰ গভীৰতা আৰু ব্যাপকতাই শ্ৰীশইকীয়া ডাঙৰীয়াক উদ্বিগ্ন কৰি তুলিছিল। সেই ৰাতি উভতি আহাৰ পথত তেখেতৰ সেই স্বাভাৱিক প্ৰাণোচ্ছ্বল মধুৰ হাঁহিৰে এজন ঘনিষ্ঠ কংগ্ৰেছ নেতাক কৈছিল—"আজি খোৱাৰ কথা মনলৈকে নাহিল।" আমাৰ নিজৰ অভিজ্ঞতাৰ পৰাও কব পাৰোঁ—নানান কথা-বতৰাত, কাম-কাজত, সাক্ষাৎকাৰত ইমান জড়িত হৈ পৰে যে, প্ৰায়ে তেখেতে খোৱাৰ কথা পাহৰি থাকে। অৱশ্যে ঘৰত থকা দিনত সময় মতে আহাৰ খায়, যদিও নামমাত্ৰ। ইত্যাদিৰ পৰা আমাৰ মনত এটা দৃঢ় প্ৰত্যয় হয় যে শ্ৰীশইকীয়াৰ কৰ্মস্পৃহা যিদৰে সুতীব্ৰ, কৰ্মশক্তিও সেইদৰে অদম্য।

১৯৯১ চনৰ ১ জুলাই তাৰিখে এক গভীৰ বেদনাদায়ক আৰু নাটকীয় পটভূমি অসমীয়া জাতীয় জীৱনলৈ পুনৰ বাৰ ধুমুহা নামাদি নামি আহিছিল। অসম চৰকাৰৰ আয়ুক্ত আৰু সচিব এছ. কে. তেৱাৰী সমন্বিতে চৈধ্য গৰাকী বিভিন্ন স্তৰৰ লোকক আলফাই পণবন্দী হিচাপে অপহৰণ কৰি জাতিৰ জীৱনত নমাই আনিছিল আৰু এক সন্ধিক্ষণ। এই ঘটনাৰ পিছত ৰাজ্যৰ ৰাজনৈতিক পৰিস্থিতিয়ে কেনেকুৱা ৰূপ লয়—এই প্ৰশ্নই সকলোৰে আগত দেখা দিছিল। আলফাৰ এই বিস্ময়, কৌতুক আৰু সাহসিক কাৰ্য চৰকাৰৰ কাৰণে হৈ পৰিছিল এক ডাঙৰ প্ৰত্যাহ্বান। তাৰ উপৰি আৰু কিছু লোক আছে, যিসকলে শ্ৰীশইকীয়াই শান্তিত ৰাজ্য শাসন কৰাতো নিবিচাৰে। কেন্দ্ৰীয় নেতা তথা দেশবাসীৰ আগত তেখেতৰ ভাবমূৰ্তি হেয় হোৱাতোহে বিচাৰে। এই দৰে এটা অপ্ৰত্যাশিত প্ৰত্যাহ্বানৰ সম্মুখীন হৈ শ্ৰীশইকীয়া ডাঙৰীয়াই আগুৱাব লগা হ'ল। তেখেতে

মুখ্যমন্ত্ৰী হিচাপে শপত গ্ৰহণ কৰাৰ পিছতেই এইবোৰ সমস্যাৰ লগত আবদ্ধ হৈ পৰিব লগীয়া হ'ল। শ্ৰীশইকীয়া ডাঙৰীয়াই এটা কথা সদায় বিশ্বাস কৰি আহিছে যে, সেইবোৰ মানুহেই জীৱনত নিজৰ স্বাক্ষৰ ৰাখি থৈ যাব পাৰে যিসকল প্ৰত্যাহ্বানক মোকাবিলা কৰিবলৈ ভয় নকৰে, আনহাতে যেতিয়াই মানুহৰ জীৱন হৈ উঠে সহজ আৰু সমস্যাহীন, তেতিয়াই আৰম্ভ হয় তেওঁবিলাকৰ পতন। ইতিহাসৰ ছাত্ৰ হিচাপে তেখেতৰ এনেকুৱা বাস্তৱ দৃষ্টিভঙ্গী হোৱাটোৱেই স্বাভাৱিক। গতিকে যি কোন পৰিস্থিতিতে তেখেত সহজে হতি যোৱা বিধৰ লোক নহয়। জাতিটোৰ এই সংকটময় অৱস্থাত শ্ৰীশইকীয়া ডাঙৰীয়াই হাত-সাৱতি বহি নাথাকি উপায় উদ্ভাৱনৰ কাৰণে ব্যস্ত হৈ পৰিল। ৰাজ্যৰ আইন-শৃংখলা অৱস্থাৰ্ধি যাতে স্বাভাৱিক হৈ থাকে তাৰ বাবেও উদ্যোগ গ্ৰহণ কৰিবলৈ আৰক্ষী বাহিনীক সণ্টম কৰি তুলিলে।

আলফাৰ লগতে বড়ো উগ্ৰপন্থী সকলেও ৰাজ্যৰ জনসাধাৰণক বিতুষ্ট কৰি তুলিছিল। মানুহৰ সুস্থ মানসিকতাক জুৰুলা কৰি তুলিছিল। এইবোৰ কাৰণতে অসমৰ শান্তি-সম্প্ৰীতি সকলো বলি —শালৰ সন্মুখত উপনীত হ'ল। শ্ৰীশইকীয়া ডাঙৰীয়াই এই কথা ভাল দৰে উপলব্ধি কৰিলে যে শান্তি আৰু সম্প্ৰীতিৰ ভাৱ ৰাইজৰ মাজলৈ তেতিয়াহে আহিব, যেতিয়া সমস্যাবোৰৰ সমাধান হব। গতিকে এই সমস্যাবোৰৰ সমাধান কৰিবলৈ, তেখেত বৰ উদ্যোগী হৈ পৰিল। উদ্যোগী হোৱাৰে কথা। কাৰণ শপথ গ্ৰহণৰ পিছত শ্ৰীশইকীয়া ডাঙৰীয়াই অসমলৈ পুনৰ শান্তি ঘুৰাই অনাৰ আশ্বাস দিছিল অসমৰ ৰাইজলৈ। সুন্দৰ ৰঙৰ ফুল গন্ধহীন হ'লে নিষ্ফল হোৱাৰ দৰে, সুন্দৰভাৱে কোৱা কথাও কাৰ্যকৰী নকৰিলে নিষ্ফল হয়। শ্ৰীশইকীয়া ডাঙৰীয়াৰ মানসত এই কথা এতিয়াও সজীৱ হৈ আছে। অসমীয়া ৰাইজৰ স্মৃতিতো আছে। আগৰ অসম গণ-পৰিষদ চৰকাৰে সুন্দৰ ভাৱে কোৱা কথা বোৰৰ কথা, আৰু সেইবোৰ যে কাৰ্যকৰী নকৰিলে তাৰো অভিজ্ঞতা অসমীয়া ৰাইজৰ নোহোৱা নহয়। তাৰ সুন্দৰ উত্তৰ নিৰ্বাচনত ৰাইজে দিলে। এইবাৰ শ্ৰীশইকীয়া ডাঙৰীয়াই কথাক কামত ৰূপায়িত কৰিবলৈ সচেষ্ট।

সচাকৈয়ে শ্ৰীশইকীয়া ডাঙৰীয়াৰ সুদক্ষ নেতৃত্ব আৰু অক্লান্ত শ্ৰমৰ বাবেই তেখেতে ক্ষমতাধিষ্ঠিত হোৱাৰ এবছৰৰ ভিতৰতে শান্তি ঘূৰি আহিছে। আগতে ৰাজ্যখনৰ আইন-শৃংখলাৰ যি এক অভাবনীয় অবনতি ঘটিছিল আৰু মানুহৰ জীৱন আৰু সা-সম্পত্তিৰ নূন্যতম নিৰাপত্তাখিনিও নাইকিয়া হৈ পৰিছিল; শ্ৰীশইকীয়া ডাঙৰীয়াৰ উদ্যোগত তাৰ পৰিবৰ্তে সুস্থ বাতাবৰণ পুনঃ প্ৰবিষ্ট হৈছে; আৰু তাৰ লগে লগে বিভিন্ন প্ৰকল্প সমূহতো ৰূপায়ণৰ প্ৰক্ৰিয়া আৰম্ভ হৈছে। এতিয়া জালৰ পৰা মুক্ত হোৱা চৰাইৰ দৰে; মানুহেও মুখ খুলি কথা কব পৰা অৱস্থা লাভ কৰিছে। মেঘৰ পৰা মুক্ত হোৱা চন্দ্ৰই জগতক পুনৰ আলোকিত কৰাৰ দৰে শ্ৰীহিতেশ্বৰ শইকীয়াইও ক্ষমতা লাভ কৰি মানুহৰ মনৰ মাজত পোহৰৰ সঞ্চাৰ কৰিলে, আনন্দৰে তেওঁলোকৰ মন-প্ৰাণ ভৰি পৰিল। সন্ত্ৰাসত ভীতিগ্ৰস্ত হৈ থকা মানুহৰ মন ৰুগীয়া হয়। শ্ৰীশইকীয়াই এই অৱস্থাৰ পৰা মানুহক আৰোগ্য কৰি তুলিলে। তেখেতৰ কৰ্ম-শক্তিৰ ই এক জ্বলন্ত নিদৰ্শন।

কৰ্মপৰায়ণ লোকে সকলোৰে পৰা প্ৰশংসা লাভ কৰে। বসন্ত-কালত কুলি চৰাইৰ সুৰীদ কণ্ঠই জগত মুগ্ধ কৰাৰ দৰে, কৰ্মক্ষম লোকেও তেওঁৰ সুকৰ্মৰ দ্বাৰা মানুহক আকৰ্ষণ কৰে। শ্ৰীশইকীয়াৰ কঠোৰ পৰিশ্ৰম আৰু কৰ্মৰ স্বীকৃতি হিচাপে সেয়েহে অসম প্ৰাদেশিক কংগ্ৰেছে তেখেতক কৰ্মশ্ৰী উপাধিৰে বিভূষিত কৰিছে। অপ্ৰমাদক প্ৰশংসা কৰে, প্ৰমাদ সদায় নিন্দনীয়। শ্ৰীহিতেশ্বৰ শইকীয়া এগৰাকী অপ্ৰমাদী পুৰুষ, গতিকে কৰ্মশ্ৰী উপাধি তেখেতৰ যথাযোগ্য সন্মান। নিৰহঙ্কাৰ আৰু নিৰ্ৰাভিমান শ্ৰীশইকীয়া ডাঙৰীয়াই নৱীন-প্ৰৱীন নেতা সকলৰ পৰা আৰম্ভ কৰি দুখীয়া-নিচলা জনলৈকে সকলোৰে পৰা যথাযোগ্যৰূপে মৰম-আদৰ, স্নেহ-ভক্তি লাভ কৰাৰ সুৰুঙা উলিয়াই লব পাৰিছে। এনে মৰম-স্নেহৰ সাৰ পানী পাই শ্ৰীশইকীয়া-দেৱে অফুৰন্ত কৰ্ম-প্ৰেৰণা লাভ কৰিছে। কিন্তু দুখৰ বিষয়, আমাৰ মাজৰ যি সকলৰ মূলত অগ্ৰগামী হোৱাৰ আত্মশক্তি নাই, সেই সকলৰ কিছুমান বিভ্ৰান্তিকৰ কথাৰ প্ৰতিপাদনে তেখেতৰ ভাৱমূৰ্তি ৰাইজৰ আগত বিনষ্ট কৰিছে। ইয়াৰ পৰা তেখেতৰ ক্ষতি বিশেষ হোৱা নাই যদিও আমাৰ জাতিৰ আনকি সমগ্ৰ ৰাইজৰ ক্ষতি হৈছে। তেখেতৰ

ভাৱমূৰ্তি বিনষ্ট কৰিবলৈ লোৱা কূটা-ঘাত মূলক কামবোৰৰ জোট ভাঙিবলৈ অবাৰত সময় খৰছ কৰিব লগীয়া হৈছে। ৰাজ্যৰ উন্নয়নমূলক কামৰ বাবে কৰা চিন্তাৰ পথ আড়ষ্ঠ হৈ পৰিছে। এয়া ৰাইজৰেই ক্ষতি।

# এটি মহত্ত সিদ্ধান্ত

বহুতৰ মনত এটা ভ্ৰান্ত ধাৰণা আছে যে শ্ৰীহিতেশ্বৰ শইকীয়া কেৱলমাত্ৰ এজন ৰাজনৈতিক নেতাহে, সাহিত্য-সংস্কৃতিৰ লগত তেখেতৰ সম্বন্ধ বলিষ্ঠ বিষয়োপযোগী নহয়। পিছে এই ধাৰণাৰ বাস্তৱ সত্য তেনেই টুলঙা ধৰনৰ, কাৰণ তেখেতে আমাৰ বহুততকৈ বেছি অধ্যয়ন কৰা প্ৰমাণ আছে। চাৰ্চিনাৰ চিন্তাশীল ৰচনা সমূহৰ প্ৰায় ভাগেই তেখেতে পঢ়াবশুনা কৰিছে। এদিন কথা প্ৰসঙ্গত ঝাঁ ঝাকে ৰুছোৰ "লা নুভেল এলইজ্" উপন্যাসখনৰ লোমহৰ্ষক বৰ্ণনা বোৰৰ কথা কৈছিল। বাৰট্ৰাণ্ড ৰাছেলৰ তেজী আৰু উদাৰ মনৰ ৰচনাৰ লগতো তেখেতৰ গভীৰ পৰিচয়ৰ ছেদ পৰা নাই। সেইদৰে পি ভিলাৰীৰ "লাইফ এণ্ড টাইম্‌ছ অব্ মেচিয়াভেলী" নামৰ গ্ৰন্থখনৰ ওপৰতো স্পষ্ট ধাৰণা শেষ হৈ যোৱা নাই। এই বোৰৰ পৰা শ্ৰীশইকীয়া কেৱলমাত্ৰ যে এগৰাকী ৰাজনৈতিক নেতাই নহয়; তেখেতৰ অন্তৰত এজন ৰসজ্ঞ লোকৰ পৰিচয়ো পোৱা যায় সেইটো স্পষ্ট হৈ ওলাই পৰে। তাৰ উপৰি তেখেত আছিল এগৰাকী উপাধ্যক্ষ, সেই হিচাপেও তেখেতৰ এটা সংস্কৃতিসম্পন্ন মন থকাটো স্বাভাৱিক। বৰ্তমানতো তেখেতৰ চিন্তা আৰু কাৰ্য মানৱ সত্ত্বাৰ এই মহীয়ান বৈশিষ্ট্যবোৰৰেই অভিব্যক্তিস্বৰূপ। শাসনকাৰ্যৰ পৰা ভাষা-সংস্কৃতিৰ সকলো অনুষ্ঠানতে তেখেতৰ মনোযোগ আন্তৰিকতাপূৰ্ণ। ভাষণবোৰৰ মাজতো বিষয়-বিশ্লেষণৰ মাত্ৰা কম নহয়; সিবোৰৰ বক্তব্য স্পষ্ট আৰু প্ৰাঞ্জল ৰচনাশৈলীৰ দ্বাৰা সমৃদ্ধ।

সাহিত্য-সংস্কৃতিৰ লগত নিজকে ঘনিষ্ঠভাৱে জড়িতৰাখি বহুতে আনন্দ লাভ কৰে। এনে আনন্দ লাভৰ কাৰণেই শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াই অসম সাহিত্য সভাৰ লগত একান্তভাৱে নিজকে

জড়িত ৰাখিবলৈ কামনা কৰে। আমি এই গ্ৰন্থৰ আগত উল্লেখ কৰি আহিছোঁ যে শ্ৰীশইকীয়াই ১৯৪৫ চনত অনুষ্ঠিত অসম সাহিত্য সভাৰ নাজিৰা অধিবেশন আৰু ১৯৭৬ চনৰ টিহু অধিবেশনৰ বিস্তৃত কৰ্মক্ষেত্ৰত নিজকে সক্ৰিয়ভাৱে জড়িত ৰাখিছিল। তেখেতে দুয়োখন অধিবেশনতে অভ্যৰ্থনা সমিতিৰ যথাক্ৰমে সহকাৰী সম্পাদক আৰু মুখ্য-উপদেষ্টা হিচাপে দক্ষতাৰে কাৰ্যনিৰ্বাহ কৰি আহিছে। তাৰ উপৰি এইবাৰ শিৱসাগৰ অধিবেশনৰো তেখেত অভ্যৰ্থনা সমিতিৰ মুখ্য-পৃষ্ঠপোষক হিচাপে অধিবেশনখন সাফল্যমণ্ডিত কৰি তুলিবলৈ সকলো ধৰণৰ সাহায্য আগ বঢ়াইছে। এই দৰে সাহিত্য সভাৰ প্ৰতি থকা তেখেতৰ প্ৰেম যেন হাড়ে-হিমজুৱে থকা অনুভূতি। এইজন হিতেশ্বৰ শইকীয়াক বহল অৰ্থত সাহিত্যিক বুলি কোৱাতকৈ দৰাচলতে তেওঁক এজন অসমীয়া ভাষা সাহিত্যৰ হিতাকাঙ্ক্ষী পুৰুষ বুলি কলেহে খেওখাব। শইকীয়াদেৱ যে এগৰাকী নিৰহ-নিপানী অসমীয়া সাহিত্যানুৰাগী লোক আছিল সেই বিষয়ে সন্দেহৰ থল নাই।

অথচ এইজন ঐতিহ্যৰক্ষক, অসমীয়া ভাষা-সাহিত্য প্ৰপন্ন সেৱক মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াক শিৱসাগৰ অধিবেশনত বিশিষ্ট অতিথিৰূপে আমন্ত্ৰণ জনোৱা হলত, সেই লৈ বিষয়-বাছনি সভাত তীব্ৰ সমালোচনাৰ অৱতাৰণা কৰা হ'ল, যাৰ পৰিণতিত মুখ্যমন্ত্ৰী শ্ৰীশইকীয়া ডাঙৰীয়াই বিশিষ্ট অতিথি হিচাপে যোগদান কৰাৰ পৰা বিৰত থাকিবলৈ সিদ্ধান্ত ললে। বিষয়-বাছনি সভাৰ মেৰপাকৰ উতলা প্ৰৱাহত পৰি বহুতে থতমত খাইছিল। এই ঘটনাক বহুতে অবাঞ্ছিত, দুৰ্ভাগ্যজনক বুলি আখ্যা দি দুখ প্ৰকাশ কৰিছে। কিছুৱে আকৌ মাননীয় মুখ্যমন্ত্ৰী গৰাকীক নিমন্ত্ৰণ কৰি সাহিত্য সভাৰ কৰ্মকৰ্তাসকলে পিছত পৰিস্থিতিক চম্ভালিব নোৱাৰি গা-এৰা দিয়া কাৰ্যত অসন্তুষ্টি প্ৰকাশ কৰিছে আৰু ইয়াৰ বাবে তেওঁলোকক সৎসাহসৰ অভাৱ বুলি দোষাৰোপ কৰিছে। অকল এয়ে নহয়, এই ঘটনাৰ কাৰণে জনসাধাৰণেও অসন্তুষ্টি প্ৰকাশ কৰিছে বিভিন্ন বাতৰি কাকতৰ যোগেদি। ১৪ ফেব্ৰুৱাৰী, ১৯৯৩ তাৰিখে অগ্ৰদূত কাকতৰ সম্পাদকীয় স্তম্ভতো এই বিষয়টোৰ ওপৰত আলোচনাই ঠাই পাইছে।

ব্যক্তি বিশেষেও এই সন্দৰ্ভত নিজৰ নিজৰ মানসিক অসন্তুষ্টি ব্যক্ত কৰি শ্ৰীশইকীয়া ডাঙৰীয়ালৈ চিঠিপত্ৰ পঠিয়াইছে। তাৰে দুখন-মান আমি দাঙি ধৰিলোঁ যাতে সাহিত্য সভাৰ লেখিয়া এখন ৰাইজৰ অনুষ্ঠানক কিছুমানৰ ন্যাস্ত স্বাৰ্থসিদ্ধিৰ বাবে দুৰভিসন্ধিৰ আহিলা কৰি লোৱাৰ ফলত, ৰাইজৰ মনত হোৱাৰ প্ৰতিক্ৰিয়াৰ সম্যক উপলব্ধি কৰিব পাৰি।

(১)

শিৱসাগৰ কলেজ, জয়সাগৰ

মৰমৰ শ্ৰীশইকীয়া,

৫ ফেব্ৰুৱাৰীৰ দিনা টেলিফোনত তোমাৰ লগত কথা-বতৰা হোৱাৰ পিছত সেইদিনা সন্ধিয়া লগ পাবৰ কাৰণে মই শিৱসাগৰৰ আৰক্ষী ভৱনত ডেৰ ঘণ্টামান অপেক্ষা কৰি আছিলোঁ। তোমাক লগ ধৰাতো একান্ত কৰ্তব্য আছিল যদিও লগ পাবলৈ সক্ষম হব নোৱাৰিলোঁ। মোৰেই দুৰ্ভাগ্য আছিল।

এক পৰিকল্পিতভাৱে বিপক্ষ দলে আমাৰ আঁচনি অচল কৰি দিলে। কিছুমান অবাঞ্ছিত লোকক প্ৰতিনিধি সকলৰ লগত সভা-স্থানীলৈ অনা হৈছিল। বাতৰি কাকতবোৰে অতিৰঞ্জিত বাতৰি প্ৰকাশ কৰি এই বিশৃংখলাত হাত উজান দিছিল। মোৰ কাৰণে স্থানীয় প্ৰশাসকে দেহৰক্ষীও নিয়োগ কৰিছিল। কথাটো মই সমৰ্থন কৰিব পৰা নাছিলোঁ।

৭ তাৰিখৰ মুকলি সভালৈ নহাৰ কথাটোৱে আমাৰ সকলোকে মৰ্মাহত কৰি তুলিছিল। গোটেই অধিবেশন খনৰ আয়োজনত তোমাৰ সহায় আৰু অৱদানৰ কথা মোৰ লিখিত আদৰণী সমিতিৰ ভাষণত আৰু তাকে আৰু বিতং কৰি মুকলি অধিবেশনৰ সামৰণীৰ দিনা শলাগৰ শৰাইত মই স্পষ্টভাৱে ঘোষণা কৰিছিলোঁ। এই ঘটনাটোৱে তোমাৰ মনত আঘাত দিয়াৰ কথা মই গভীৰ ভাৱে উপলব্ধি কৰিছোঁ। অধিবেশনৰ সভাস্থলীত তোমাক পোৱা হ'লে আটাইতকৈ সুখী হলোঁহেতেন মই আৰু তাকে কৰিব নোৱাৰি আটাইতকৈ ব্যথিত আৰু অপৰাধী অনুভব কৰা মানুহজনো ময়েই।

আশা কৰো মোৰ অপাৰাগতা বুজিবলৈ যত্ন কৰিবা। তোমাৰ একান্ত শুভাকাঙ্খী হিচাবে এই কথাখিনি জনোৱাতো উচিত বুলি বিবেচনা কৰিলো। তোমাৰ বিশ্বস্ত।

যোগেন চৌতিয়া ১৩ ফেব্ৰুৱাৰী '৯৩

(২)

শ্ৰদ্ধেয় শইকীয়া,

প্ৰীতি সম্ভাষণ গ্ৰহণ কৰিব। ১৫ ফেব্ৰুৱাৰীত কৃষি বিশ্ববিদ্যালয়লৈ আহিব বুলি শুনি লগ পোৱাৰ যত্ন কৰিছিলো। পিছে নোৱাৰিলো। এটা বিশেষ কথাৰ কাৰণে আপোনাক লগ পাব খুজিছো। গতিকে অহা মাৰ্চ মাহৰ প্ৰথম সপ্তাহতে যাব পৰাকৈ "অনুমতি পত্ৰ" এখন পঠিয়াই দিবলৈ অনুৰোধ কৰিলো।

সাহিত্য সভালৈ নোযোৱাৰ সিদ্ধান্ত গ্ৰহণ কৰাৰ কাৰণে ধন্যবাদ জ্ঞাপন কৰিলো। আপোনাৰ সিদ্ধান্তই আপোনাক বহুত ওপৰলৈ তুলিলে। এই বিষয়ে 'অসম বাণী'লৈ প্ৰবন্ধ এটা পঠিয়াইছো। ১০ জানুৱাৰী তাৰিখে 'আজিৰ অসম'ত ওলোৱা মোৰ প্ৰবন্ধটো চাইছিল নেকি?

বিশেষ নাই। ইতি
শেষত প্ৰীতিৰে প্ৰফুল্লকুমাৰ বৰুৱা
১৫ ফেব্ৰুৱাৰী '৯৩ প্ৰাক্তন অধ্যক্ষ, শিৱসাগৰ কলেজ
এ, টি, ৰোড তৰাজান : যোৰহাট

(৩)

শিৱসাগৰ : ৯. ২. ৯৩

শ্ৰদ্ধেয় শ্ৰীযুত শইকীয়া ডাঙৰীয়া,

প্ৰথমে সম্ভাষণ গ্ৰহণ কৰিব। অসম সাহিত্য সভাৰ ৫৯তম অধিবেশন খন সাফল্যমণ্ডিত কৰি তুলিবলৈ আপুনি আগবঢ়োৱা সকলো ধৰনৰ সা-সুবিধাৰ সত্ত্বেও, আপুনি এই অধিবেশনত যোগদান কৰিব নোৱাৰাতো সকলোৰে কাৰণে দুখজনক, তথাপিও

আপোনাৰ অৱদান সকলো শিৱসাগৰীয়া ৰাইজৰ বিদিত। যিয়েই নহওক এইক্ষেত্ৰত আপুনি লোৱা সিদ্ধান্তটো আপোনাৰ ৰাজনৈতিক পৰিপক্কতাৰ পৰিচায়ক।

সন্দেহ নাই, সাহিত্য সভাৰ সভাপতি ডঃ হাজৰীকাই এখন সুন্দৰ অসম গঢ়াত আপোনাক সকলো প্ৰকাৰৰ সহায় সহযোগ আগ বঢ়াব।........আপুনি দি থৈ যোৱা পত্ৰখন ডঃ হাজৰীকাই সভাত সুন্দৰ সুৰত পাঠ কৰে। ই আমাৰ সকলোৰে কাৰণে অতি আনন্দ-দায়ক কথা।

শেষত, আপোনাৰ সুস্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰি, ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালো।

পুনৰ শ্ৰদ্ধাৰে ইতি
শ্ৰীতৰুণ ভাগৱতী

(৪)

( এই চিঠিখন এগৰাকী শিল্পীয়ে অসম চৰকাৰৰ সাংস্কৃতিক সঞ্চালকলৈ লেখি তাৰ প্ৰতিলিপি এটা মাননীয় মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়ালৈ পঠিয়াইছে। চিঠিখনত শিল্পী গৰাকীয়ে সাহিত্য সভাৰ মঞ্চত শ্ৰীশইকীয়া ডাঙৰীয়াক নোপোৱাৰ কাৰণে তেখেত কিদৰে মৰ্মাহত হৈছিল; আৰু প্ৰতিবাদ স্বৰূপে, অধিবেশনৰ সাংস্কৃতিক কাৰ্যসূচীত যোগদান কৰাৰ পৰা বিৰত থাকিব—তাৰেই কথা প্ৰকাশ কৰা হৈছে। )

পৰম শ্ৰদ্ধেয় ভাগৱতী চাৰ, সাংস্কৃতিক সঞ্চালক, অসম চৰকাৰ।

অন্তৰ ভৰা শ্ৰদ্ধা আৰু ভক্তি গ্ৰহণ কৰিব। অসম সাহিত্য সভাৰ শিৱসাগৰৰ ৰংপুৰ অধিবেশনৰ সাংস্কৃতিক মঞ্চত ঢোল বাদন কাৰ্যসূচীত যোগদান কৰাৰ পৰা বিৰত থকাৰ সিদ্ধান্ত গ্ৰহণ কৰি আপোনাক জনালোঁ।

অসম সাহিত্য সভাই আজি সুদীৰ্ঘ দিনে ভাষা সংস্কৃতিৰ নামত বিভিন্ন ৰাজনৈতিক দলৰ মানুহক লৈ ৰাজনীতিয়েই কৰি আহিছে। অথচ অসমৰ মান্যবৰ মুখ্যমন্ত্ৰী শ্ৰীযুত হিতেশ্বৰ শইকীয়াই মুখ্য অতিথি হিচাপে যোগদান কৰিলেই অসম সাহিত্য সভা এক ৰাজনৈতিক অনুষ্ঠানত পৰিণত হয়—এই ধৰণৰ আলোচনা আৰু কূট

সমালোচনাই অসমৰ সকলো শ্ৰেণীৰ জনগোষ্ঠীক অসম সাহিত্য সভাৰ মজিয়াত এক মন এক প্ৰাণ কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হোৱা সৰ্ববৃহৎ অনুষ্ঠানটোৰ ভিতৰৰ পৰা বাহিৰ হোৱা বিষোদ্গাৰৰ বিষাক্ত সদৃশ চিন্তা আৰু আচৰণে অসমৰ এগৰাকী মুখ্যমন্ত্ৰীক দেখুৱা অশালীনতাৰ বাবে মই এগৰাকী সামান্য শিল্পী হিচাপে গভীৰ দুখ অনুভব কৰিছো। মুখ্য অতিথিৰ আতিথ্য গ্ৰহণৰ বাবে সাহিত্য সভাৰ বাবে যাত্ৰা কৰিও অৱশেষত মুখ্যমন্ত্ৰীয়ে আতিথ্য গ্ৰহণ নকৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিবলৈ বাধ্য হব লগা পৰিস্থিতিৰ বাবে অতিশয় মৰ্মাহিত হৈ কান্ধত ঢোল লৈ বাতৰি কাকতৰ বকলাবোৰ দেখি যোৰহাটৰ পৰাই ঘৰলৈ ঘূৰি আহিলোঁ।

সাংস্কৃতিক সঞ্চাকলয়াৰ এগৰাকী সামান্য শিল্পী হিচাপে পৰবৰ্তী অনুষ্ঠান সমূহত যোগদান কৰিম। বিষোদ্গাৰে ভৰা অসম সাহিত্য সভাৰ সাংস্কৃতিক মঞ্চত ঢোল বাদনৰ বাবে আপোনাৰ নিমন্ত্ৰণ ৰক্ষা কৰিব নোৱাৰাৰ কাৰণে সন্নিবিষ্ট চিঠিখন আপোনালৈ প্ৰেৰণ কৰি ইমানতে সামৰিলোঁ। পুনৰ শ্ৰদ্ধাৰে ইতি

আপোনাৰ সেৱক
শ্ৰীদণ্ডেশ্বৰ বৰুৱা (ওজা)

প্ৰতিলিপি ঃ গভীৰ ভাল পোৱা আৰু শ্ৰদ্ধাৰে মুখ্যমন্ত্ৰী মান্যবৰ শ্ৰীযুত হিতেশ্বৰ শইকীয়া দেৱলৈ।

(৫)

A. C. Phukan,
M. A., L.L.B. Ph. D, D. Litt

06 February, 1993

Shri Hiteswar Saikia
Hon'ble Chief Minister, Assam
Dispur.

Respected Dada,

My wife joins me in congratulating you for your decision not to attend the Assam Sahitya Sabha session on 7 February.

The office-bearers of the sabha have started political bunglings more than over before so much so that the Head of the Government is also being made a subject of controversy without appreciation of the fact that besides being the Chief Minister, you are also a literature and an educationist on your own right. I feel that the services rendered by your goodself to the state in all directions can seldom be appreciated by people who have no contributions of their own. without help and support of the Government at all levels the sabha can never hold such a big meeting and it is ridiculous that persons at the helm of affairs of the sabha even tend to forget this basic truth.

The Assam Sahitya Sabha has already lost its past glory and time alone will decide its future.

With regards to both of you.

Yours sincerely,
A. C. Phukan

এই পত্ৰবোৰত শ্ৰীশইকীয়াৰ প্ৰতি থকা অসমৰ মানুহৰ শ্ৰদ্ধা আৰু অসম সাহিত্য সভালৈ তেখেতৰ মহীয়ান অৱদান অনুধাৱন কৰিবলৈ সহজ হৈ পৰিছে। শইকীয়া দেৱৰ প্ৰতি যে মানুহৰ অন্তৰ-ভৰি গভীৰ দৰদ আছে তাৰো চিনাকি এইবোৰত পোৱা যায়।

প্ৰকৃততে অসম সাহিত্য সভাক লৈ কিছুমান লোকে খেল খেলি আছে। অসমৰ মুখ্যমন্ত্ৰী এগৰাকী সাহিত্য সভাৰ মঞ্চলৈ গ'লে সেই মঞ্চ ৰাজনৈতিক মঞ্চত ৰূপান্তৰিত হোৱাতকৈ যি সকলে সাহিত্য সভাৰ শালীনতাবোধক নষ্ট কৰি নিজৰ অভিসন্ধি পূৰণ কৰিলে, সি আমাৰ বোধেৰে বেছি উৎকট ৰাজনীতি। এনে ৰাজনীতিয়ে সাহিত্য সভাৰ অৰাজনৈতিক প্ৰমূল্য সমূহক বিনষ্ট যে কৰিলে তাতো সন্দেহৰ অৱকাশ যে মুঠেই নাই সি ধুৰূপ। অন্যহাতে শ্ৰীশইকীয়াই

তেখেতক লৈ সাহিত্য সভাৰ বিষয় বাছনি সভাত বিতৰ্কৰ সৃষ্টি হোৱাত সাহিত্য সভালৈ নোযোৱাৰ যি বলিষ্ঠ সিদ্ধান্ত ললে, সিয়ে তেখেতক সকলোৰে শলাগবো পাত্ৰ কৰি তুলিলে। কাৰণ তেখেতে এই সিদ্ধান্তৰ দ্বাৰা প্ৰমাণ কৰি দিলে যে তেখেতে সাহিত্য সভাক প্ৰভাৱান্বিত কৰিবৰ কাৰণে তালৈ যাবলৈ ওলোৱা নাছিল। সেই কাৰণে তেখেতে খেলুৱৈ সুলভ দৃষ্টিভঙ্গীৰে এই সিদ্ধান্ত লব পাৰিছিল। প্ৰকৃততে বিপদতকৈয়ো আমি দুশ্চিন্তাতহে বেছি কষ্ট ভোগ কৰোঁ। শ্ৰীশইকীয়াৰ যে মুঠেই দুশ্চিন্তা নাই এই সিদ্ধান্তই তাকো স্পষ্ট কৰি তুলিলে। গতিকে পৰাজয় শ্ৰীশইকীয়াৰ হোৱা নাই। তেখেতৰ এই সিদ্ধান্তক মহানুভৱতাৰ এক উজ্জ্বল নিদৰ্শন বুলিব পাৰি। সেয়ে এই সিদ্ধান্তক আমি এক মহৎ সিদ্ধান্ত বুলি কোৱা উচিত।

# শ্ৰীশইকীয়াৰ ৰাজনীতি

ৰাজনীতিৰ ক্ষেত্ৰত ক্ষমতা পাবলৈ হাবাথুৰি খোৱা, পদবীৰ হেঁপাহত পদুলিসুঙা আৰু কিবা পালে এৰিব নোখোজা নেতাৰ সংখ্যা আঙুলিৰ মূৰত গণি শেষ কৰিব নোৱাৰা বহুতো ওলাব। অন্যহাতে নেতৃত্বই বিচাৰি আনি বৰণ কৰা নেতাও যে আমাৰ মাজত নাই, তেনে নহয়। এই শ্ৰেণীৰ নেতাৰ সংখ্যা অৱশ্যে তেনেই কম, কশ্চিৎ হে দুই-এজন ওলাব। নেতৃত্বই উপযাচি বৰণ কৰা সকল নিশ্চয় মহৎ লোক হব। দৰাচলতে মহৎ লোক সকল হৈছে দেশৰ সম্পত্তি।

শ্ৰীহিতেশ্বৰ শইকীয়াক দেশৰ সম্পত্তি বুলি আমি কবলৈ ওলোৱা নাই। কিন্তু এটা কথা ঠিক যে নেতৃত্বক তেখেতে খোঁদ খুৱা নাই, নেতৃত্বই উপযাচি তেখেতকহে বৰণ কৰিছে। অসম মন্ত্ৰী সভাত অন্তৰ্ভুক্ত কৰি শ্ৰীশৰৎচন্দ্ৰ সিংহ ডাঙৰীয়াই নিজ বাছনিৰে তেখেতক মাতি আনিছিল। মুখ্যমন্ত্ৰীৰ নিচিনা মৰ্যাদাপূৰ্ণ পদবীও তেখেতে স্বেচ্ছাই বিচাৰি লোৱা নাই। ১৯৮৩ চনত তেখেতৰ বাহিৰে এই শীৰ্ষ-পদবীত বহুৱাবৰ উপযুক্ত দ্বিতীয় এজন ব্যক্তি নোহোৱাত এই পদবীত তেখেতক বৰণ কৰাতো অহেতুক নাছিল। এই পদবীকো তেখেতে নিৰ্বিবাদে এৰি দিছিল অসম চুক্তি হোৱাৰ পিছত জাতিৰ মাজত শান্তি প্ৰতিষ্ঠাৰ কাৰণে। ৰাজ্যপালৰ কাৰণেও তেখেতে কেতিয়াও হাবিয়াস কৰা নাছিল; অনুশাসনত বিশ্বাসী শ্ৰীশইকীয়াই প্ৰধানমন্ত্ৰীৰ আদেশ ক্ৰমেহে মিজোৰামলৈ গৈছিল ৰাজ্যপালৰ পদ লবলৈ। তাৰ পিছত অসমৰ কংগ্ৰেছ কৰ্মী সকলৰ হেঁচাত প্ৰধান মন্ত্ৰী ৰাজীৱ গান্ধীয়ে পুনৰ অসম কংগ্ৰেছৰ সভাপতি পদত তেখেতক নিয়োগ কৰাত পুনৰ তেখেত অসমৰ ৰাজনীতিত প্ৰৱিষ্ট হ'ল, আৰু দলৰ বিজয় গৌৰৱ পুনৰ প্ৰতিষ্ঠা কৰিলে। সেই সময় ছোৱা অছিল

কংগ্ৰেছৰ কাৰণে এক দুৰ্যোগৰ সময়, এক অসহনীয় অৱস্থাৰ সময়। কিন্তু সকলো বাধা-বিঘিনী নেওচি তেখেতে সংকল্পত অটল হৈ দলীয় অৱস্থাৰ কেঁকুৰী ঘূৰাই আনিলে।

হৰিণাৰ গাৰ মঙহেই শত্ৰু হোৱাৰ দৰে শ্ৰীশইকীয়াৰো এই সমূহ কৃতিত্বৰ কাৰণে বহুতৰ মনত ঈৰ্ষা গজি উঠিল। তেখেতৰ বিৰুদ্ধে কিছুমান স্বাৰ্থান্বেষী লোকে নানা ধৰণে চীৎকাৰ কৰিব ধৰিলে। কংগ্ৰেছৰ এটি সৰু অংশও এই মনোভাৱৰ পৰা মুক্ত নহয়। দেশৰ কামৰ কাৰণে নিজৰ শৰীৰৰ অসুস্থতাকো প্ৰশ্ৰয় নিদিয়া শ্ৰীশইকীয়াৰ অবিহনে যে অসমত কংগ্ৰেছৰ কোনো অস্তিত্বই ভাৱিব নোৱাৰি সেই বিষয়ে অনুসন্ধিৎসু সকলে নিশ্চয় উপলব্ধি কৰিব পাৰে। সংকট-পূৰ্ণ মুহূৰ্তত দলৰ কাৰণে যে তেখেতে কঠিন দুঃখকো বৰণ কৰি আহিছে ; অথচ তাৰ কাৰণে কোনে দিনে আক্ষেপ কৰা নাই নাইবা প্ৰতিদান বিচৰা নাই, সেইবোৰ কথা মনৰ পৰা দলিয়াই পেলাব লগীয়া নহয়। কিন্তু দলৰ কিছু লোকে আজি তাকেই কৰিছে। তেওঁলোকে নেতৃত্বৰ পৰিবৰ্তন বিচাৰি প্ৰধান মন্ত্ৰীৰ ওচৰ চাপিছে। তেওঁলোকৰ মননশীলতাত শইকীয়া বিৰোধী ভাৱৰ এই উদ্গিৰণৰ কাৰণ স্পষ্ট। মন্ত্ৰিত্বৰ পৰা অপসাৰিত হোৱাৰ পিছতেই শইকীয়াৰ বিৰুদ্ধে মাত মাতিবলৈ তেওঁলোকৰ মুখ ফুটিল। কিন্তু হ'লে কি হব দিল্লীৰ নেতৃবৃন্দৰ ওচৰত শ্ৰীশইকীয়াৰ সমাধিক খ্যাতি ম্লান কৰিবৰ জোখাৰে তেওঁলোকে যুক্তি প্ৰতিপাদন কৰিব কেনেকৈ ?

পৃথিৱীত যিমানবোৰ ৰাজনৈতিক পৰিবৰ্তন ঘটিছে ; সেই বোৰৰ কাৰণ বেছি ভাগেই নিজৰ ভিতৰতে হোৱা গৃহকন্দল। নিজৰ ব্যক্তিগত লাভালাভৰ কাৰণে ইতিহাসৰ শিক্ষা লব নোখোজা সকল যে এদিন নহয় এদিন পিছলি পৰিব লাগিব তেনে দৃষ্টান্তও আমি ইতিহাসতেই পাওঁ। ইতিহাসক বুজিব নোখোজা জনৰ জীৱন গতিৰ পৰা গতিশীল হব নোৱাৰে।

বিদেশী বিতাড়নৰ আন্দোলনৰ সময়ত কংগ্ৰেছ (ই) দলক আবুৰ দি ৰাখাটো হিমালয় অভিযানতকৈও অনেক কঠিন আছিল। এই কঠিন পৰীক্ষাতো শ্ৰীশইকীয়া কৃতকাৰ্য হ'ল। ইয়াৰ পৰাই বুজিব পাৰি যে শইকীয়া-চৰিত্ৰ কেৱল অসীম কৰুণাৰেই সিক্ত

নহয়, কৰুণাৰ লগত দুৰ্জয় বীৰ্যৰো প্ৰতীক। কোনো বাধাকেই তেখেতে বাধা বুলি নাভাবে। তেখেতে নিজৰ শক্তিৰ ওপৰত নিৰ্ভৰ কৰি দুৰ্গম পথতো যাত্ৰা কৰি লক্ষ্যত যে উপনীত হৈছে, সেই কথা কাৰো অবিদিত নহয়।

পৃথিৱীৰ বিশিষ্ট ৰাজনৈতিক পুৰুষ সকলৰ দৰে শ্ৰীশইকীয়াইও এই কথা ভালদৰে জানে যে যুদ্ধত জয় লাভ কৰিবলৈ হ'লে নাইবা প্ৰতিপক্ষক পৰাজিত কৰি নিজক প্ৰতিষ্ঠিত কৰিবলৈ হ'লে উপযুক্ত নীতি গ্ৰহণৰ প্ৰয়োজন। এই নীতি হ'ল তেখেতৰ মতে জনসেৱা বা সমাজসেৱা। সেয়ে তেখেতে অকপট আৰু দৃঢ় সংকল্প কৰি ললে জনসেৱা আৰু সমাজ সেৱাৰ কাৰণে ৰাজ্যৰ প্ৰশাসনিক গোট কিছু নতুনকৈ প্ৰতিষ্ঠা কৰিবলৈ। ইয়াৰেই ফলশ্ৰুতি হিচাপে ৰাজ্যখনত কেইবাখনো নতুন জিলা আৰু মহকুমাৰ সৃষ্টি হ'ল। এই দৰে ৰাইজ আৰু চৰকাৰৰ মাজত অধিক ঘনিষ্ট আৰু অধিক ফলপ্ৰসু যোগাযোগৰ ৰচনা কৰা হ'ল। সমাজত শান্তি সম্প্ৰীতি ৰক্ষাৰ কাৰণে অনুকূল যোগাযোগৰ ব্যৱস্থা কৰা হ'ল।

শ্ৰীশইকীয়া অসমৰ প্ৰথম মুখ্যমন্ত্ৰী হব যি জনে সংহতি আৰু সন্ত্ৰাসৰ বিৰুদ্ধে অহৰ্নিশে যুদ্ধ কৰি থাকিব লগীয়া হৈছে। ১৯৯১ চনত মুখ্যমন্ত্ৰী নিৰ্বাচিত হোৱাৰ পিছত ৰাজ্যখনৰ জনসাধাৰণৰ মাজত থকা আতঙ্ক, বিসঙ্গতি আৰু সন্ত্ৰাস আঁতৰ কৰি নিৰাপত্তা ঘূৰাই অনাৰ কাৰণে যি প্ৰতিশ্ৰুতি তেখেতে ৰাইজক দিছিল সেই প্ৰতিশ্ৰুতি ৰূপায়ণৰ কাৰণে নিৰন্তৰ চিন্তা খৰছ কৰিব ধৰিলে, সহকৰ্মী আৰু বিৰোধী দল সমূহৰ সহযোগ কামনা কৰিলে, অৱশেষত সৈন্যবাহিনী পৰ্যন্ত নিয়োগ কৰিলে। সৈন্যবাহিনী নিয়োগ কৰাৰ কাৰণে ৰাইজৰ মাজত মিশ্ৰিত প্ৰতিক্ৰিয়াৰ সৃষ্টি হ'ল, তেওঁলোকৰ মাজত ক্ৰমবৰ্দ্ধমান মত পাৰ্থক্যৰ উদ্ভৱ হ'ল। জনসাধাৰণৰ নিৰাপত্তাৰ প্ৰশ্ন জড়িত এই কৰ্মসূচীৰ কাৰণে শ্ৰীশইকীয়াই বহু নিন্দা-সমালোচনাও সহ্য কৰিব লগীয়া হ'ল। কেইখনমান বাতৰি কাকতৰ লগত সংশ্লিষ্ট মুষ্টিমেয় শিক্ষিত ব্যক্তিৰ বাহিৰে প্ৰকাশ্যে কোনেও তেখেতক সমৰ্থন জনাবলৈ সাহস নকৰিলে। অথচ পেতে পেতে প্ৰায় সকলোৱে স্বস্তিৰ নিঃশ্বাস পেলালে।

জনসাধাৰণৰ মনৰ পৰা আতংক দূৰ কৰিবৰ নিমিত্তে শ্ৰীশইকীয়াই তেখেতৰ দলৰ কৰ্মী সকললৈ এই দৰে আহ্বান জনাইছিল—

"আপোনা লোকলৈ মোৰ নিবেদন—সবিনয় নিবেদন আমি এটা কঠিন সংকটৰ সন্মুখীন হব লগা হৈছোঁ। এই সময়ত আমি আটায়ে এক হৈ থাকিব লাগিব, সংঘবদ্ধ হৈ থাকিব লাগিব। এতিয়া আমি কেৱল ব্যক্তিগত কথা চিন্তা কৰি থাকিলে নহব আমাৰ প্ৰত্যেকজন কংগ্ৰেছ কৰ্মীয়ে আমাৰ অসমৰ কথা চিন্তা কৰিব লাগিব। আমি এক হৈ যুঁজিব লাগিব, আমি এক মুঠি হৈ থাকিব লাগিব। আমাৰ নিজৰ মাজত কোনো বাদ-বিসম্বাদ নাই। তথাপিও আমাৰ মাজত বাদ-বিসম্বাদৰ সৃষ্টি কৰি দুজনমান সাংবাদিকে আমাৰ মাজত ভাঙোন আনিবলৈ অহোৰাত্ৰে বিফল চেষ্টা কৰা পৰিলক্ষিত হৈছে। ১৯৯০ চনৰ ২৭ নবেম্বৰত ৰাষ্ট্ৰপতিৰ শাসন প্ৰৱৰ্তন হোৱাৰ পিছত গুৱাহাটীৰ পৰা প্ৰকাশিত ১২ খন কাকতৰ এঘাৰখন কাকতেই ৰাষ্ট্ৰপতিৰ শাসন অনাৰ বাবে গণপৰিষদকেই জগৰীয়া কৰি লেখিছিল। এই বাৰখন কাকতৰ তিনিখন কাকতেই সৈন্য অনাৰ যুক্তি-যুক্ততা দেখুৱাইছে। তাৰে কেইখনমান কাকত নিৰপেক্ষ হৈ আছে কিন্তু সৈন্যবাহিনী নিয়োগ কৰাৰ বিৰোধিতা কৰা নাই। এইবাৰ আমাক বেছিভাগ সাংবাদিকে সমৰ্থন কৰিছে—আনকি সহায়ো কৰিছে। ব্যতিক্ৰম মাত্ৰ কেই খনমান কাকত। সেয়েহে ডঃ হীৰেণ গোঁহায়ে কৈছে যে সেই কেইজন সাংবাদিকে গছত তুলি গুৰি কাটিছে।"

শ্ৰীশইকীয়াই দলৰ কৰ্মী তথা সকলো শ্ৰেণীৰ ৰাইজৰ পৰা সমৰ্থন আৰু পৃষ্ঠপোষকতা পোৱাৰ কামনা কৰিছে। তেখেতৰ এই প্ৰত্যাশা অহেতুক নহয়। সমুন্নতশীৰ্ষ হিমালয়ৰ দৰে শত-শহস্ৰ ধুমুহা ঢেৰেকণী উপেক্ষা কৰি তেখেতে নিজৰ পথত চলিবলৈ যি প্ৰচেষ্টা চলাইছে, তাত কৃতকাৰ্যতা লাভ কৰিবলৈ হ'লে জনসাধাৰণৰ সহায় সহযোগ যে একান্ত প্ৰয়োজন, আৰু দলীয় কৰ্মী সকলে যে মাৰ বান্ধি যুঁজ কৰাৰ প্ৰয়োজন—এই কথা চতুৰ শ্ৰীশইকীয়াদেৱে ভালদৰে উপলব্ধি কৰিব পাৰিছে। তীক্ষ্ন বুদ্ধিৰ

শ্ৰীশইকীয়াই এইটোও ধৰিব পাৰিছে যে এক শ্ৰেণীৰ স্বাৰ্থান্বেষী লোকৰ প্ৰলোচনাই সন্ত্ৰাসবাদী সকলক আবেগিক আৰু নিষ্ঠুৰ কৰি তুলিছে। প্ৰয়াত প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীৰ মৃত্যু দিৱস উদ্‌যাপন কৰোঁতে এখন সভাত তেখেতে কৰ্মী সকলৰ আগত কৈছিল—"আজি আমি আন্তৰিকতাৰে সংযুক্ত মুক্তি বাহিনীৰ লগত মোকাবিলা কৰিবলৈ বিচাৰিছো, সমস্যাৰ সমাধান কৰিবলৈ বিচাৰিছোঁ। মই মুখ্যমন্ত্ৰী হোৱাৰ দিনৰ পৰাই কৈ আহিছো যে এচাম শক্তি আছে, এই শক্তিটোৱে সদায় সমস্যা সমাধানত বিঘিনি পথালি দি আহিছে।" ইয়াৰ পৰা স্পষ্ট ধাৰণা কৰিব পাৰি যে আমাৰ মাজত শান্তি-সংহতি ঘূৰাই আনিবলৈ কৰা প্ৰচেষ্টাত কিছুমানে বাধা প্ৰদান কৰি অহা কাৰ্যৰ কথা শ্ৰীশইকীয়া ডাঙৰীয়াই জানিব পাৰিছে।

সংযুক্ত মুক্তি বাহিনীক আলোচনাৰ মেজলৈ অনাত লেহেম হোৱা কাৰণে আমাৰ বহুতে শ্ৰীশইকীয়াক নিন্দা-সমালোচনা কৰিছে; কিন্তু উৰহীৰ ওৰ ক'ত বুজিবলৈ যত্নপৰ হ'লে হয়তো আমি শ্ৰীশইকীয়াৰ প্ৰতি অন্যায় কৰিছো বুলি স্বীকাৰ কৰিব লাগিব। "মৰু ভূমিত উটে পানীৰ গোন্ধলৈ জলাশয় বিচৰাৰ দৰে" শ্ৰীশইকীয়াক খেদাৰ সপোন দেখা সকলেও নিজৰ ৰাজনৈতিক স্বাৰ্থ সিদ্ধিৰ কাৰণে অসমত অশান্তিৰ বীজ সিঁচি থাকিবলৈ অহৰহ পাং পতাত ব্যস্ত হৈ আছে। ৰাইজৰ শান্তি আৰু নিৰাপত্তাৰ কথাতকৈও ৰাজনৈতিক লাভালাভৰ কথাতহে তেওঁলোক হৈ পৰিছে অধিক উদ্বাউল। ৰাইজে এতিয়া বুজি পাইছে যে এই সকল লোকেই নিজৰ ৰাজনৈতিক মুনাফাৰ কাৰণে নানা চাতুৰী ভৰা কথাৰে জনসাধাৰণক বিভ্ৰান্ত কৰাৰ কথা, সমস্যা সমাধান নোহোৱাৰ কাৰণে শইকীয়া চৰকাৰক দোষাৰোপ কৰাৰ কথা।

শ্ৰীশইকীয়া ডাঙৰীয়াই বুজিব পাৰিলে যে জন সাধাৰণৰ মাজলৈ তেখেতৰ প্ৰতি থকা বিশ্বাস উভতি হছে। তেখেতে বাৰে বাৰে আলোচনাৰ জৰিয়তে সমস্যাৰ সমাধান কৰিবলৈ জনোৱা আন্তৰিকতা-পূৰ্ণ আহ্বানৰ ফলশ্ৰুতি হিচাপে বৰ্তমান বহুতো আলফা সদস্যই আত্মসমৰ্পণ কৰিছে। এতিয়া ৰাজ্যখনত বিৰাজ কৰিছে এক শান্তিপূৰ্ণ পৰিস্থিতিৰ; জনসাধাৰণৰ মন এতিয়া হৈ পৰিছে মুক্ত আকাশৰ দৰে মুকলি। সন্ত্ৰাসৰ পিছত তেওঁলোকে নিৰাপত্তা অনুভৱ

কৰিছে। শ্ৰীশইকীয়াৰ সুদক্ষ কৰ্মপন্থা আৰু আন্তৰিকতাপূৰ্ণ প্ৰচেষ্টাৰ কাৰণে আজি চাৰিও ফালৰ পৰা তেখেতে লাভ কৰিছে অভিনন্দন, ক্ষোভ উত্তেজনাৰ বিপৰীতে এতিয়া ৰাইজে যাচিছে তেখেতক শলাগ।

সমস্যাৰ পিছত সমস্যা, লেঠাৰি নিচিঙাকৈ এটাৰ পিছত এটাকৈ সমস্যাই অসমৰ বুকুত ওঢ়া পাতিয়েই আছে। অযোধ্যাৰ বাবৰি মছজিদৰ ওপৰত হোৱা অত্যাচাৰৰ প্ৰতিক্ৰিয়া স্বৰূপে দেশৰ বিভিন্ন ভাগত হোৱা সাম্প্ৰদায়িক উত্তেজনাই আমাৰ অসমকো জোকাৰি দিয়া ঘটনাই স্বাভাৱিক ভাৱেই ৰাজ্যখনৰ সকলো শ্ৰেণীৰ ৰাইজক আকৌ এবাৰ অস্থিৰতাৰ মাজলৈ ঠেলি দিছে। হোজাই, ধুবুৰী, শিলচৰ, নগাঁও প্ৰভৃতি ভালেমান অঞ্চলত হিংসাশ্ৰয়ী উত্তেজনাৰ বলি হ'ল ভালেখিনি নিৰীহ লোক। সৰ্বাপেক্ষা গুৰুতৰ সংঘৰ্ষ হয় হোজাই অঞ্চলত। তাত হোৱা সাম্প্ৰদায়িক সংঘৰ্ষৰ ফলত ভালেমান লোকে ঘৰবাৰী এৰি যাবলৈ বাধ্য হয়। শ্ৰীশইকীয়াৰ গাত আৰু এটা ঢেকা লাগিল। ৰাজ্যখনত সৃষ্টি হোৱা এই সাম্প্ৰদায়িক উত্তেজনাৰ পৰিপ্ৰেক্ষিতও চৰকাৰৰ প্ৰশাসনীয় ব্যৱস্থাক সজাগ কৰি তোলা হ'ল। শ্ৰীশইকীয়াই নিজেও ক্ষতিগ্ৰস্ত অঞ্চল সমূহলৈ গৈ ৰাইজক লগ ধৰিলে। তেওঁলোকক নিবেদন কৰিলে উত্তেজনাক দলিয়াই দি পুনৰ শান্তি আৰু সম্প্ৰীতিৰ ভাৱ ঘূৰাই আনিবলৈ। পুনৰ যাতে সংঘৰ্ষই গা-কৰি উঠিব নোৱাৰে তাৰ বাবে নিৰাপত্তা কটকটীয়া কৰি তুলিলে। তেখেতৰ মতে ঈশ্বৰো উপসনাৰ কাৰণে প্ৰত্যেক সম্প্ৰদায়েৰে পূৰ্ণ স্বাধীনতা থাকিব লাগে। সেই কাৰণে পাৰস্পৰিক বিশ্বাস আৰু সম্প্ৰীতি ঘূৰাই আনিবৰ কাৰণে তেখেতে ৰাইজক সোৱৰাই দি কলে—

"ৰাজ্যখনৰ সেই অঞ্চলসমূহত সম্প্ৰতি উত্তেজনাৰ শাম কাটি আহিলেও শান্তি আৰু সম্প্ৰীতিৰ পূৰ্বৰ পৰিবেশ পুনৰ ঠন ধৰি উঠিবলৈ হলে প্ৰয়োজন হব সমূহ সচেতন আৰু শান্তিকামী ৰাইজৰ সম্মিলিত আন্তৰিক প্ৰচেষ্টা। কিয়নো হিংসাৰ জুইত কেৱল কিছু সংখ্যক নিৰীহ প্ৰাণী জাহ যোৱা নাই, জাহ গৈছে আমাৰ ৰাজ্যখনৰ শান্তি আৰু সাম্প্ৰদায়িক সম্প্ৰীতিৰ যুগমীয়া আদৰ্শও। সেই আদৰ্শক

আমাৰ সমাজখনত পুনৰ প্ৰতিষ্ঠা কৰিবলৈ সদৌ ৰাইজে এক গোট হৈ আন্তৰিকতাৰে যত্ন কৰিব লাগিব। বিভিন্ন দিশত বিভিন্ন পৰ্যায়ত তেনে শুভ প্ৰচেষ্টা ইতিমধ্যে আৰম্ভ হোৱাটো পৰম আনন্দৰ কথা। মই আশা কৰিছো যে ভুল বুজাবুজি আৰু বিদ্বেষৰ ওৰ পেলাই পাৰস্পাৰিক সম্প্ৰীতি আৰু সৌহাৰ্দৰ পৰিৱেশ এটা গঢ়ি তোলাৰ বাবে সদৌ ৰাইজে আশা শুধীয়াকৈ চেষ্টা কৰিব; আৰু অশান্তিত ক্ষতিগ্ৰস্ত সকলৰ পুনৰ বাসনৰ লগে লগে বিভিন্ন সম্প্ৰদায়ৰ মানসিক ক্ষতৰ নিৰাময়ৰ প্ৰচেষ্টাতো আত্মনিয়োগ কৰিব। এনে এটা সময়ত অশান্তি বিয়পাব খোজা শক্তি সমূহৰ উৰা বাতৰিৰ প্ৰচাৰ জাতীয় চক্ৰান্তমূলক কাৰ্যকলাপৰ বিৰুদ্ধেও আমি আটাইয়েই সজাগ হৈ থাকিব লাগিব। আমি আটাইয়েই সমূহীয়া ভাৱে যত্ন কৰিলে নিশ্চয় অতি ক্ষিপ্ৰতাৰে আমাৰ সমাজলৈ পাৰস্পৰিক বিশ্বাস আৰু বুজাবুজিৰ হেৰোৱা পৰিবেশ উলটি আহিব।"

এইদৰে শ্ৰীশইকীয়া ডাঙৰীয়াই বিভিন্ন সম্প্ৰদায়ৰ মাজত পাৰস্পৰিক বিশ্বাস ঘূৰাই অনাৰ শুভ প্ৰচেষ্টাত সফল লাভ কৰিলে। অসমৰ জনসাধাৰণে তেতিয়া অজ্ঞান তিমিৰত অন্ধ হৈ যি ভুল কৰিব ধৰিছিল; তাৰ বাবে তেওঁলোক অনুশোষণাত দগ্ধ হ'ল। সকলো সম্প্ৰদায়ৰ মাজত পুনৰ উভতি আহিল ভাতৃত্বৰ সেই যুগমীয়া ভাৱ। মুছলমান সকলে ধন সংগ্ৰহ কৰি আৰু নিজে শ্ৰম দান কৰি হিন্দুৰ ধ্বংশ হোৱা নামঘৰ বোৰ সজাই দিলে। এইদৰে ভাতৃত্বৰ স্নেহে তেওঁলোকৰ মাজত বিনষ্ট হব খোজা সম্প্ৰীতিৰ ভাৱ পুনৰ দৃঢ় কৰি তুলিলে।

শ্ৰীশইকীয়া ডাঙৰীয়াৰ সন্দৰ্ভত আমি এটা কথা বহুদিনৰ পৰাই লক্ষ্য কৰি আহিছোঁ যে বহু প্ৰচাৰ, অপপ্ৰচাৰৰ দ্বাৰা সাধাৰণ ৰাইজৰ কল্পনাত তেখেতৰ ভাব-মূৰ্তি বিনষ্ট কৰি অহা হৈছে। কিন্তু এনে কল্পনা মনৰ মাজত লৈ যদি কোনোৱে অকস্মাতে শ্ৰীশইকীয়াৰ সান্নিধ্যলৈ আহিছে; তেন্তে তেওঁৰ সেই কল্পনা লগে লগে সূৰ্যৰ প্ৰখৰ তাপত নিয়ৰৰ কণিকা শুকাই যোৱাৰ দৰে শুকাই গৈছে; আৰু শ্ৰীশইকীয়া ডাঙৰীয়াৰ প্ৰতি ইমান দিনে লৈ থকা ভুল ধাৰণাৰ

কাৰণে নিজে নিজেই লজ্জিত হবলৈ বাধ্য হৈছে। ইয়াৰ কাৰণ হৈছে শ্ৰীশইকীয়া ডাঙৰীয়াৰ মধুৰ ব্যক্তিত্ব। তেখেতৰ এই ব্যক্তিত্বৰ মাধুৰ্যতাই তেখেতৰ ৰাজনৈতিক জীৱনত যথেষ্ট সহায় কৰিছে।

অসমীয়াত এষাৰ কথা আছে "জুৰে এৰিলেও কৰ পাতিয়ে নেৰে।" সম্প্ৰতি অসম মন্ত্ৰীসভাৰ সালসলনি হোৱাৰ কাৰণে অপসাৰিত হোৱা কেইজনমান মন্ত্ৰীয়ে শ্ৰীশইকীয়াৰ বিৰুদ্ধে বিষোদ্গাৰ কৰি বাতৰি কাকতত বিবৃতি দিয়া দেখা গৈছে। আনহাতে নিজৰ স্বাৰ্থৰ খাতিৰত নীতিহীন আচৰণ কৰাতো সততা আৰু জনকল্যাণ বিৰোধী কাৰ্য বুলি শ্ৰীশইকীয়াই মন্তব্য প্ৰকাশ কৰিছে। মন্ত্ৰিত্ব থকা পৰ্যন্ত তেওঁলোক শইকীয়া-ভক্ত আৰু মন্ত্ৰীসভাৰ পৰা বাদ পৰাৰ লগে লগে তেওঁলোকে এতিয়া জাঙুৰ খাই উঠি নেতৃত্বৰ সম্মান কৰিবলৈ দিল্লীত বাহৰ পাতি থকাটো অতি আশ্চৰ্যকৰ কথা। ইয়াৰ পৰাই বুজিব পাৰি যে তেওঁলোকৰ কাৰণে অকল মন্ত্ৰিত্বহে আচল কথা। পিছে কেঁচু খান্দোতে সাপ ওলোৱাৰ দৰে তেওঁলোকে শ্ৰীশইকীয়াক খেদিবলৈ গৈ তেখেতৰ স্থিতি অধিক তেজবানহে কৰিলে। প্ৰধান মন্ত্ৰী শ্ৰীনৰসিংহ ৰাৱে তেওঁলোকক দিল্লীৰ পৰা দিচপুৰলৈ আহি চলি থকা বিধানসভাত উপস্থিত থাকিবলৈ পৰামৰ্শ দিলে। ইফালে কংগ্ৰেছ (ই) বিধায়নী দলৰ সভাত এইসকলৰ বিৰুদ্ধে অনুশাসনমূলক ব্যৱস্থা লবলৈ প্ৰস্তাব গৃহীত হয়। শ্ৰীশইকীয়াৰ বিৰুদ্ধে থিয় দিয়াৰ ফলত এতিয়া তেওঁলোকৰ অৱস্থা জোকৰ মুখত চুন পৰাৰ নিচিনা হ'ল।



ৰাষ্ট্ৰপতিৰ সৈতে মুখ্যমন্ত্ৰী শ্ৰীশইকীয়া।



নতুন দিল্লীৰ ৰাষ্ট্ৰপতি ভৱনত ৰাষ্ট্ৰপতিৰ সৈতে শ্ৰীহিতেশ্বৰ শইকীয়া।



গুৱাহাটীৰ ৰাজভৱনত প্ৰধানমন্ত্ৰী শ্ৰীনৰসিংহ ৰাওৰ লগত অসমৰ
ৰাজ্যপাল আৰু মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়া।

# এক বিৰল পৰম্পৰা

ছবছৰীয়া বড়ো আন্দোলনৰ অন্ত পৰিল। এই আন্দোলন দীঘলীয়া আছিল ; আৰু ৰাজ্যখনৰ বহু সা-সম্পত্তি, বহু অমূল্য জীৱন ধ্বংশ হৈছিল ; উন্নয়ত ব্যাঘাত জন্মিছিল আৰু জনজীৱন আতঙ্কৰে ভৰি পৰিছিল। এনে অৱস্থাত মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াই এনে এক বাস্তৱমুখী চিন্তাধাৰা অৱলম্বন কৰিলে যি চিন্তাধাৰাৰ শুভ পদক্ষেপৰ কাৰণে ছয় বছৰ ব্যাপী চলা বড়োলেন্ড আন্দোলনৰ সমাপ্তি ঘটিল বুলি আশা কৰিব পৰা হ'ল। মীমাংসাৰ স্মাৰক পত্ৰত চহী হোৱাৰ আগতে বড়ো সমস্যা সমাধানৰ ক্ষেত্ৰত শ্ৰীশইকীয়াদেৱৰ আন্তৰিকতাক বহুতে সন্দেহৰ চকুৰে চাইছিল, তেওঁলোকে শইকীয়া চৰকাৰৰ বড়ো সমস্যা সমাধানৰ বিষয়ত আন্তৰিকতাৰ অভাৱ পৰিলক্ষিত হোৱা বুলি কৈ ফুৰিছিল। এতিয়া আৰু সেই সন্দেহ, সেই প্ৰচাৰৰ সাৰ্থকতা নাইকিয়া হৈ পৰিল।

চুক্তিখন স্বাক্ষৰিত হ'ল ২০ ফেব্ৰুৱাৰী তাৰিখে। তাৰ আগতে ব্ৰহ্মপুত্ৰ নৈৰ উত্তৰ পাৰত বসবাস কৰি থকা বড়ো আৰু অন্যান্য ভৈয়াম জন-জাতীয় লোক সকলৰ সমস্যাৱলীৰ সৌহাৰ্দপূৰ্ণ সমাধানৰ অৰ্থে ভাৰত চৰকাৰ আৰু অসম চৰকাৰ উভয়ে আন্তৰিক প্ৰচেষ্টা চলাই আছিল, আৰু তাৰেই সুফল স্বৰূপে বড়োলেণ্ড মীমাংসাৰ স্মাৰক পত্ৰ ( বড়ো চুক্তি ) ৰচনা কৰা হ'ল আৰু লগে লগে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ বড়ো অধ্যুষিত অঞ্চলটোত শান্তিৰ আৱহ বিৰাজ কৰিব বুলি জনসাধাৰণে আশা প্ৰকাশ কৰিছে।

ইতিমধ্যে আমি শান্তিৰ বতাহ বলিবলৈ লোৱা লক্ষ্য কৰিবলৈ পাইছোঁ। চুক্তি সম্পন্ন হোৱাৰ পিছত নিখিল বড়ো ছাত্ৰ সন্থা আৰু বড়ো পিপ'লছ একছন কমিটিৰ নেতৃবৰ্গ তথা সমগ্ৰ বড়ো

ৰাইজৰ মাজত বিয়পি পৰা আনন্দ-উচ্ছ্বাসৰ কথা কোকোৰাঝাৰৰ দেবৰ গাঁৱত লক্ষাধিক লোকৰ বিজয় সমাৰোহ আৰু আত্মসমৰ্পণ অনুষ্ঠানৰ সফল সামৰণিয়ে ৰাইজৰ মাজত শান্তিৰ বতাহ বলিবলৈ লোৱাটোৰেই ইঙ্গিত দিয়ে। দেৱৰ গাঁৱত অনুষ্ঠিত এই অনুষ্ঠানে অকল ৰাইজৰ মাজলৈ আনন্দ-উচ্ছ্বাসেই অনা নাই, ইয়ে বড়োলেণ্ড স্বায়ত্ব শাসিত পৰিষদৰ ইতিহাসৰ এক শুভ আৰম্ভও যেন ৰচনা কৰিলে।

এই অনুষ্ঠানৰ কিছুমান মন কৰিবলগীয়া বৈশিষ্ট্য হ'ল— আন্দোলনকালিন তিক্ততাসমূহৰ অৱসান আৰু বড়ো ৰাইজৰ মাজলৈ শান্তি প্ৰত্যাগমন, বিজয় অনুষ্ঠানৰ মঞ্চত আন্দোলনৰ নেতা উপেন্দ্ৰ নাথ ব্ৰহ্মৰ লগতে অসমৰ সৰবৰহী মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াৰো তৈলচিত্ৰ স্থাপন, মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াক আন্দোলনকাৰী নেতা সকলে তেওঁলোকৰ বুকুৰ মাজত আকোঁৱালি লৈ জনোৱা সাদৰ সম্ভাষণ, বড়ো ৰাইজৰ মাজত নতুন আশাৰ উন্মেষ আৰু বড়ো ছিকিউৰিটি ফোৰ্চৰ নেতা প্ৰেমচিং ব্ৰহ্ম প্ৰমুখ্যে অন্য দহ গৰাকী উগ্ৰপন্থী নেতাৰ অস্ত্ৰসহ আত্মসমৰ্পণ। এইবোৰৰ পৰা সম্প্ৰতি উদ্বেগৰ হেতু শামকাটা বুলি ধৰি লব পাৰি। দ্বিতীয়তে, মুখ্যমন্ত্ৰী শ্ৰীশইকীয়া ডাঙৰীয়াই ঘোষণা কৰা দুটি বিষয়ো অতি তাৎপৰ্যপূৰ্ণ। ঘোষণা দুটিৰ এটি হৈছে ৪১ জন আটক বড়ো উগ্ৰপন্থীক অবিলম্বে মুক্তি দিয়া হব আৰু প্ৰয়োজন অনুসৰি অন্য যি ডেৰশৰো অধিক উগ্ৰপন্থী ৰাজ্যৰ বিভিন্ন জেলত বন্দী হৈ আছে পৰ্যায়ক্ৰমে সেইবোৰকো এৰি দিয়া হব—তেনে ইঙ্গিতো মুখ্যমন্ত্ৰীয়ে দিছে। মুখ্যমন্ত্ৰীৰ এই ঘোষণাৰ দ্বাৰা উগ্ৰপন্থী সকল প্ৰভাৱিত হব বুলি আশা কৰিব পাৰি, বিশেষকৈ তেওঁলোকৰ ভৱিষ্যত সংস্থাপনৰ কাৰণে চিন্তা কৰিব। সেয়া হ'লে তেওঁলোকে শান্তি নিশ্চয় বিচাৰিব। মুখ্যমন্ত্ৰীৰ অন্যটো গুৰুত্বপূৰ্ণ ঘোষণা হ'ল—যিবোৰ অবড়ো বা অ-জনজাতীয় অধ্যুষিত অঞ্চল প্ৰস্তাৱিত বড়োলেণ্ড স্বায়ত্ব শাসিত পৰিষদ এলেকাৰ অন্তৰ্ভুক্ত হব, সেইবোৰ অঞ্চলৰ লোক সকলে কোনেও যাতে নিজকে দ্বিতীয় শ্ৰেণীৰ নাগৰিক বুলি ভাবিবলৈ অৱকাশ নাপায় অৰ্থাৎ বড়ো সকলৰ আশা আকাঙ্ক্ষা পূৰ্ণ কৰিবলৈ গৈ যাতে সেই এলেকাবাসী অ-বড়ো সকল কোনো কথাতে বঞ্চিত

নহয় তাৰ বাবে প্ৰস্তাৱিত পৰিষদে বিশেষভাৱে লক্ষ্য ৰাখিব লাগিব। এই বিশেষ কথাটোৰ প্ৰতি তেওঁলোক উদাসীন হ'লে পৰিষদৰ প্ৰতি সমগ্ৰ ৰাজ্যৰ সম্প্ৰতি যি আনন্দ-উচ্ছ্বাস সি বালিৰ বান্ধৰ দৰে মুহূৰ্ততে ধূলিসাৎ হৈ যাব, মানুহৰ আশা-আকাঙ্ক্ষা সকলো অথলে যাব। মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াৰ এই দুয়োটা ঘোষণাই অতি অৰ্থব্যঞ্জক। তথাপি প্ৰথমটোতকৈ দ্বিতীয়টো অধিক প্ৰণিধানযোগ্য। বৰ্তমান যিবোৰ কাৰণৰ বাবে বড়ো সকলে অসমত বাস কৰি তেওঁ-লোকৰ আশা-আকাঙ্ক্ষা পূৰণৰ ভৰসা হেৰুৱাই পেলাইছে, সেই একে কাৰণতে প্ৰস্তাৱিত বড়োলেণ্ড একেলাবাসী অ-বড়ো মানুহে বিপদগ্ৰস্ত হব লাগিলে বড়ো স্বায়ত্ব শাসিত পৰিষদ গঠনৰ সাৰ্থকতা নাইকিয়া হৈ পৰিব। সি যি কি হওক মীমাংসাৰ স্মাৰক পত্ৰ (বড়ো চুক্তি) সম্পন্ন হোৱাৰ পিছত বহুতে চৰকাৰ আৰু আন্দোলনকাৰী নেতা সকলৰ প্ৰতি শুভ কামনা প্ৰকাশ কৰা দেখা গৈছে। এই মহিমাময় চুক্তি স্বাক্ষৰিত হোৱাৰ অন্তত জাতিটোৰ জীৱনৰ দিগন্ত-ব্যাপি যেন আহিছে এক নতুন আশাৰ সঞ্চাৰ। এইদৰে চুক্তিখনে এক বিৰল পৰম্পৰাৰ সৃষ্টি কৰিলে বুলি কব পাৰি।

বড়ো সমস্যাৰ সৃষ্টি হৈছিল শ্ৰীহিতেশ্বৰ শইকীয়া এইবাৰ মুখ্যমন্ত্ৰী হোৱাৰ বহু আগতে। তেখেতৰ আগৰজন মুখ্যমন্ত্ৰীৰ কাৰ্যকালতে এই সমস্যাই মূৰ দাঙি উঠি পূৰ্ণ পয়োভৰত আগ বাঢ়িছিল। তেতিয়া কিন্তু সমস্যা সমাধানৰ জোৰ প্ৰচেষ্টা চলিছিল বুলি কোৱা টান। শ্ৰীহিতেশ্বৰ শইকীয়াৰ কাৰ্যকালত সমস্যাটোৰ ব্যাপকতা আৰু গভীৰতা সম্পৰ্কে চৰকাৰ অধিক সচেতন হোৱা পৰিলক্ষিত হয়। ই হৈছে শ্ৰীশইকীয়াৰ দূৰদৰ্শীতাৰ এক বাস্তৱ নিদৰ্শন। তেখেতে ইতিমধ্যে উপলব্ধি কৰিব পাৰিছে যে, বড়ো সমস্যাৰ ওপৰত ভেজা দি কিছুমাণ শক্তিয়ে এক কু-চক্ৰান্ত ৰচনা কৰাৰ পৰিকল্পনা কৰি আহিছে। অসমত বাস কৰা এচাম লোকে অসমীয়াক দেখ দেখকৈ এঘৰীয়া কৰিবৰ উদ্দেশ্যে বহুদিনৰে পৰা ষড়যন্ত্ৰ কৰি অহা কথা ঐতিহাসিক সত্য। এইবোৰ দৃষ্টিভঙ্গীৰ পৰা বিচাৰ কৰি চালে চুক্তিখন স্বাক্ষৰিত কৰি শ্ৰীশইকীয়া ডাঙৰীয়াই বিৰল পৰম্পৰাৰ সৃষ্টি কৰিলে বুলি কোৱাৰ যুক্তি নোহোৱা নহয়।


শ্ৰীহিতেশ্বৰ শইকীয়া ডাঙৰীয়াৰ বংশাৱলী
( আহোম বংশ )
ললধৰ শইকীয়া
নাহৰ শইকীয়া
ভাৰ্য্যা ঃ ৰূপৌ শইকীয়ানী
হলধৰ শইকীয়া
ভাৰ্য্যা ঃ খগেশ্বৰী শইকীয়া
ধৰ্মেশ্বৰ শইকীয়া
ভাৰ্য্যা ঃ কুললতা
শইকীয়া
লীলাকান্ত শইকীয়া
ভাৰ্য্যা ঃ কুণ্ডলতা
শইকীয়া
হিতেশ্বৰ শইকীয়া
ভাৰ্য্যা ঃ হেমলতা
শইকীয়া
ৰোহিতেশ্বৰ
শইকীয়া
ভাৰ্য্যা ঃ
খিৰেশ্বৰী শইকীয়া
টঙ্কেশ্বৰ শইকীয়া
ভাৰ্য্যা ঃ উষা
শইকীয়া
আইমনি শইকীয়া
গগৈ স্বামী ঃ
মেম্বৰ গগৈ
দেৱব্ৰত শইকীয়া
অশোক শইকীয়া
গৌতম শইকীয়া

## থোৰতে শ্ৰীহিতেশ্বৰ শইকীয়াৰ জীৱনৰ বৰ্তমানলৈকে উল্লেখযোগ্য ঘটনাসমূহ

জন্ম ঃ ৩ অক্টোবৰ, ১৯৩৪ চন।

জন্মস্থান ঃ বগাবাৰী চাহ বাগিচা ঃ শিৱসাগৰ।

পিতৃ ঃ হলধৰ শইকীয়া।

মাতৃ ঃ খগেশ্বৰী শইকীয়া

প্ৰাথমিক শিক্ষা আৰম্ভ ঃ বগাবাৰী বাগিচাত মাতৃৰ তত্বাৱধানত, ১৯৪০ চন।

হাইস্কুলীয়া শিক্ষা আৰম্ভ ঃ জানুৱাৰী, ১৯৪৫ চন, নাজিৰাত।

নাজিৰা উচ্চ ইংৰাজী স্কুলৰ ছাত্ৰ একতা সভাৰ বিষয়ৰ বাব লাভ ঃ মাৰ্চ, ১৯৫১ চন।

প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ ঃ ১৯৫৩, গুৱাহাটী বিশ্ববিদ্যালয়।

কটন কলেজত আই, এ শ্ৰেণীতে ভৰ্ত্তি ঃ ১৯৫৩ চন।

ছিলঙৰ এডমান্স কলেজত বি, এ শ্ৰেণীত ভৰ্তি ঃ ১৯৫৫ চন।

যুৱ-সমাজত প্ৰতিষ্ঠা লাভ ঃ ১৯৫৬ চন।

লক্ষ্ণৌ বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীত ভৰ্ত্তি ঃ ১৯৫৮ চন।

ভাষা আন্দোলনত জড়িত ঃ ১৯৬০।

নাজিৰা নগৰ সমিতিৰ লগত জড়িত ঃ ১৯৬১ চন।

কংগ্ৰেছ দলত যোগদান আৰু সক্ৰিয় ৰাজনীতিত প্ৰৱেশ ঃ ১৫ আগষ্ট, ১৯৬৪ চন।

শিৱসাগৰ জিলাৰ যুৱ-কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত ঃ ১৯৬৮।

অসম বিধান সভাৰ সদস্য নিৰ্বাচিত ঃ ১৯৭২ চন।

অসম মন্ত্ৰীসভাৰ সদস্যপদ লাভ ঃ ১৯৭২ চন।

অসম প্ৰদেশ কংগ্ৰেছ অস্থায়ী কমিটিৰ যুটীয়া সম্পাদক ঃ ১৯৭২ চন।

প্ৰাণ-নাশৰ প্ৰথম ব্যৰ্থ চেষ্টা ঃ ১৯ এপ্ৰিল, ১৯৮১ চন।

কিড্‌নি স্থানান্তৰিত ঃ ১৯৮১ চন।

মুখ্যমন্ত্ৰী হিচাবে প্ৰথম বাৰ কাৰ্যভাৰ গ্ৰহণ ঃ ২৭ ফেব্ৰুৱাৰী, ১৯৮৩।

প্ৰাণ-নাশৰ দ্বিতীয়বাৰ ব্যৰ্থ চেষ্টা ঃ ১৯ নভেম্বৰ, ১৯৮৩।

ৰাষ্ট্ৰ মানৰ উপাধি লাভ ১৯৮৩
দলীয় বিষয়বাবৰ পৰা বঞ্চিত আৰু মিজোৰামত উপৰাজ্যপালৰ পদত উপবিষ্ট ঃ ১৯৮৫।
বিধান সভাত বিৰোধী দলৰ নেতা নিৰ্বাচিত ১৯৮৫
ৰাজ্যসভাৰ আসনৰ বাবে প্ৰাৰ্থী আৰু ৪১ জন সদস্যৰ সমৰ্থন লাভ, জীৱনত প্ৰথমবাৰৰ বাবে পৰাজয় বৰণ ১৯৯০।
উত্তৰ-পূৰ্বাঞ্চলৰ সংসদী নিৰ্বাচনৰ দায়িত্ব গ্ৰহণ ১৯৯০!
ভাতৃ ৰোহিতেশ্বৰক হত্যা ২৩.৭.৯০
ভতিজা প্ৰদীপক হত্যা ২৩.১.৯১
১৯৯১ চনৰ ৩০ জুনত দ্বিতীয়বাৰৰ বাবে মুখ্যমন্ত্ৰী।
কৰ্মশ্ৰী উপাধিৰে বিভূষিত ৩৩.৬.৯২
নেহেৰু 'এক্‌ছেলেণ্ডি' পদবী লাভ ঃ চৈধ্য নবেম্বৰ ১৯৯২
লক্ষ্নৌ বিশ্ববিদ্যালয়ে শ্ৰীশইকীয়াক অনাৰেৰি ডক্টৰেট উপাধি প্ৰদানৰ সিদ্ধান্ত গ্ৰহণ ১৯৯২-৯৩
ইন্দিৰা গান্ধী স্মৃতি পুৰস্কাৰ লাভ ১৯৯৩।

## সহায় লোৱা গ্ৰন্থসমূহ


(১) অসম প্ৰকাশন পৰিষদ : বিমলাপ্ৰসাদ চালিহা
(২) বলেন বৰগোহাঁই : ৰক্তাক্ত অসম
(৩) শৰ্মা : হিতেশ্বৰ শইকীয়াৰ ৰাজনীতি
(৪) শ্ৰীযতীন্দ্ৰনাথ মজুমদাৰ : শ্ৰীহিতেশ্বৰ শইকীয়াৰ জীৱন-কথা
(৫) নৃপেন শইকীয়া : কামৰূপা ( স্মৃতিগ্ৰন্থ )
(৬) Rekha Bakshi : Taming the Tempest.
(৭) O. P. Ghai : Unity in Diversity.

# অভিনন্দন পত্ৰাৱলী

মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়া বৰ্তমান অসমৰ এজন উচ্চ গুণসম্পন্ন ব্যক্তি। অসমৰ এগৰাকী যোগ্য মুখ্যমন্ত্ৰী হিচাপে আৰু এগৰাকী সুদক্ষ আৰু কৰ্মঠ প্ৰশাসক হিচাবে অসমৰ বিভিন্ন ঠাইত তেখেতক সাদৰ সম্ভাষণ জনাওঁতে দিয়া অসংখ্য অভিনন্দন পত্ৰৰ মাত্ৰ কেইখনমানহে সংগ্ৰহ কৰি আনি ইয়াত তুলি দিয়া হ'ল।

নিষ্ঠা আৰু ঐকান্তিকতাৰে ৰাজ্যখনৰ আহুকলীয়া পৰিস্থিতিৰ অন্ত পেলাই শান্তি আৰু সম্প্ৰীতি স্থাপনৰ উদ্দেশ্যে কৰি অহা অহোপুৰুষাৰ্থৰ স্বীকৃতি হিচাবে শ্ৰীশইকীয়া দেৱলৈ নিবেদন কৰা বিভিন্ন ৰাইজৰ আন্তৰিক শলাগ আৰু বহু গুণবিশিষ্ট তেখেতৰ ব্যক্তিত্বক এই অভিনন্দন পত্ৰসমূহৰ জৰিয়তে নিৰীক্ষণ কৰিবলৈ সহজ হৈ পৰিছে।

## অসম মন্ত্রী সভাৰ এ বছৰ পূৰ্ণ হোৱা উপলক্ষে মাননীয় শ্ৰীহিতেশ্বৰ শইকীয়া দেৱলৈ 'কৰ্মশ্ৰী' প্ৰদান

শ্ৰী শইকীয়া দেৱ,

অভিনন্দন গ্ৰহণ কৰিব। ১৯৯১ চনৰ ত্ৰিশ জুনত শপত গ্ৰহণ কৰা আপোনাৰ চৰকাৰখনে আজি সুখ্যাতিৰে এবছৰ পূৰ্ণ কৰিলে। চৰকাৰখন ক্ষমতাধিষ্ঠিত হোৱাৰ সময়ত উগ্ৰপন্থীৰ হিংসাত্মক কাৰ্যকলাপে আইন-শৃংখলাৰ এনেদৰে অৱনতি ঘটাইছিল যে ৰাজ্যখনত জীৱন আৰু সা-সম্পত্তিৰ নূন্যতম নিৰাপত্তাও নাছিল। এ বছৰৰ ভিতৰতে তেনেকুৱা এক ভয়াবহ পৰিস্থিতিৰ মোকাবিলা কৰি আপুনি অভাবনীয় দক্ষতা আৰু কৰ্মপটুতাৰ পৰিচয় দিলে। অসমলৈ আজি শান্তি ঘূৰি আহিছে। আপোনাৰ সুদক্ষ নেতৃত্ব আৰু অক্লান্ত কৰ্মৰ বাবে এই অসাধাৰণ কাৰ্য সম্ভৱ হৈ উঠিছে। আপোনাৰ উদ্যোগতেই চৰকাৰী বিভাগ সমূহতো কৰ্ম যজ্ঞ আৰম্ভ হৈছে। পূৰ্বৰ চৰকাৰৰ দিনতো আপুনি গৃহ, শিক্ষা ইত্যাদি বিভাগৰ দায়িত্ব বহন কৰি বিচক্ষণতাৰ পৰিচয় দিবলৈ সক্ষম হৈছিল। আপুনি প্ৰদেশ কংগ্ৰেছৰ নেতৃত্ব বহন কৰাৰ পিছৰ পৰাই আমাৰ দলৰ শক্তিও সঞ্চয় হৈছে আৰু বিগত নিৰ্বাচনত তাৰ বাবেই জয়লাভ সম্ভৱ হৈ উঠিছে। আপোনাৰ ওপৰত আমি এই দৰে সম্পূৰ্ণ ভৰসা ৰাখিছো। অহা চাৰিটা বছৰত আপোনাৰ নেতৃত্বাধীন চৰকাৰখনে অসমৰ সকলো শ্ৰেণীৰ জনগণৰেই কল্যাণ সাধন কৰি এই ৰাজ্যক ভাৰতবৰ্ষৰ ভিতৰতেই জাকত জিলিকা কৰি তুলিবলৈ সক্ষম হব।

শ্ৰমকেই যিহেতু আপুনি জীৱনৰ প্ৰধান সাৰথি হিচাপে লৈ আহিছে সেই বাবেই অসম কংগ্ৰেছ কমিটিৰ ফালৰ পৰা আপোনাক আজিৰ এই মুহূৰ্তত 'কৰ্মশ্ৰী' উপাধিৰে বিভূষিত কৰা হ'ল। আপুনি গ্ৰহণ কৰি কৃতাৰ্থ কৰে যেন।

শেষত আপোনাৰ সুদীৰ্ঘ প্ৰাণচঞ্চল কৰ্মঠ জীৱন কামনা কৰিলো, যাতে সমাজ আৰু দেশৰ সেৱাত একান্ত ভাৱে ব্ৰতী হব পাৰে।

আপোনাৰ গুণমুগ্ধ

গুৱাহাটী
৩০/৬/৯২

শ্ৰী ধৰণীধৰ বসুমতাৰী ( সভাপতি )
অসম প্ৰদেশ কংগ্ৰেছ ( ই ) কমিটি

## কৃষ্ণ গুৰু

## অসমৰ মুখ্যমন্ত্ৰী মাননীয় শ্ৰীযুত হিতেশ্বৰ শইকীয়া দেৱলৈ স্বাগত সম্ভাষণ

মান্যবৰেষু,

কৃষ্ণ গুৰু সেৱাশ্ৰম নসত্ৰৰ হৈ আমি আপোনাক আন্তৰিক স্বাগত সম্ভাষণ জনাইছো।

এই আপাহতে কৃষ্ণগুৰু সেৱাশ্ৰমৰ বিভিন্ন আঁচনি সম্পৰ্কে আপোনাক অবগত কৰিব বিচাৰিছো।

- ভাগৱত প্ৰকল্পৰ জৰিয়তে ভক্ত সকলক ভাগৱতৰ তত্ত্ববোৰ শিকোৱাই সকলো লোকক ভগৱৎমুখী হোৱাত সহায় কৰাৰ প্ৰচেষ্টা হাতত লোৱা হৈছে।
- বিদ্যাজ্যোতি প্ৰকল্পৰ জৰিয়তে প্ৰতিজন শিশুকেই বাল্যকালৰ পৰা সাধাৰণ শিক্ষাৰ উপৰিও আধ্যাত্মিক শিক্ষা আৰু কৰ্ম অভিজ্ঞতাৰ শিক্ষা দিয়া ব্যৱস্থা কৰা হৈছে।
- কৃষ্ণগুৰু আধ্যাত্মিক মহাবিদ্যালয়ৰ জৰিয়তে সাধাৰণ শিক্ষাৰ লগতে উচ্চ পৰ্য্যায়ৰ আধ্যাত্মিক আৰু কৰ্ম অভিজ্ঞতাৰ বিশেষ শিক্ষা প্ৰদানৰো ব্যৱস্থা কৰা হৈছে।
- কৃষ্ণগুৰু প্ৰতিভা বৃত্তি আঁচনিৰ অন্তৰ্গত প্ৰতি বছৰে উচ্চ মাধ্যমিক পৰীক্ষাত প্ৰথমৰ পৰা দশম স্থান লাভ কৰা ছাত্ৰ-ছাত্ৰী সকলক বৃত্তি প্ৰদান কৰি অহা হৈছে।
- কৃষ্ণগুৰু সেৱা-সমিতি আঁচনিৰ জৰিয়তে অসহায় মহিলা সকলক হস্ত তাঁত শিক্ষাৰ জৰিয়তে নিয়োগৰ ব্যৱস্থা কৰা হৈছে।
- দুখীয়া শ্ৰেণীৰ বাবে বিনামূলীয়া চিকিৎসাৰ ব্যৱস্থা কৰা হৈছে কৃষ্ণগুৰু স্বাস্থ্য সেৱা প্ৰকল্পৰ জৰিয়তে।
- কৃষ্ণগুৰু প্ৰকাশন প্ৰকল্পৰ জৰিয়তে ইতিমধ্যে তেৰ কুৰিৰো অধিক ধৰ্মগ্ৰন্থ প্ৰকাশ কৰা হৈছে। সৰ্বোপৰি কৃষ্ণগুৰু সেৱাশ্ৰমৰ গুৰু জনাই প্ৰণয়ন কৰা কালজয়ী মহাভাগৱত গ্ৰন্থখনিও এই প্ৰকল্পৰ জৰিয়তে প্ৰকাশ কৰা হৈছে।

- কৃষ্ণগুৰু আধ্যাত্মিক যুৱক সমাজ গুৰু জনাই গঠন কৰি দিছে, যাতে যুৱ শক্তিয়ে এক আধ্যাত্মিক পৰিমণ্ডলৰ মাজেদি নিজৰ বৌদ্ধিক, মানসিক আৰু সামাজিক বিকাশ সাধন কৰিব পাৰে আৰু ব্যৱহাৰিক জীৱনতো সু-নাগৰিক হিচাবে নিজকে প্ৰতিষ্ঠিত কৰিব পাৰে ।
- কৃষ্ণগুৰু সেৱাশ্ৰমৰ সকলো দিশকে সহায়ক হোৱাৰ উদ্দেশ্যে ভক্ত সকলে গুৰুজনাৰ আশীৰ্বাদ শিৰোধাৰ্য কৰি কৃষ্ণগুৰু ফাওণ্ডেশ্ব নৰ জন্ম দিছে ।

"কৃষ্ণগুৰু" এক নাম প্ৰচাৰৰ বাবে লোৱা সকলোবোৰ প্ৰকল্পকে এই ন্যাসে আগবাঢ়ি যোৱাত অৰিহনা যোগাব ।

- কৃষ্ণগুৰু সেৱাশ্ৰমৰ মাহেকীয়া মুখপত্ৰ আবিৰ্ভাৱ প্ৰকল্পৰ জৰিয়তে সেৱাশ্ৰমৰ বিভিন্ন অগ্ৰগতিৰ খতিয়ান তথা আধ্যাত্মিক বিষয়সমূহ ভক্তপ্ৰাণ ৰাইজৰ সমুখত ডাঙি ধৰা হয় ।
- জনসংযোগ প্ৰকল্পৰ জৰিয়তে ভক্তপ্ৰাণ ৰাইজ, ভক্তবৃন্দ তথা অন্যান্য ব্যক্তি সকলৰ মাজত ভাৱৰ আদান-প্ৰদানৰ জৰিয়তে মানৱ সমাজ একত্ৰিত কৰাৰ প্ৰয়াস কৰা হৈছে ।

হে ধৰ্মানুৰাগী মহাশয়,—

কৃষ্ণগুৰু আধ্যাত্মিক মহাবিদ্যালয়ৰ স্থায়ী গৃহৰ আধাৰশিলা স্থাপন কৰি আপুনি লক্ষাধিক ভকতক আনন্দ দান কৰাই নহয়, বিশ্ব শান্তিৰ প্ৰচেষ্টাৰ বাবে এয়া আপোনাৰ নিৰ্ভীক পদক্ষেপ ।

বৰ্তমান যুৱ-মানসিকতাত আহি পৰা অস্থিৰতা, উশৃংখলতা দূৰীকৰণৰে নতুন প্ৰজন্মক আধ্যাত্মিক পৰিমণ্ডলৰ মাজেদি ব্যৱহাৰিক জীৱনত পূৰ্ণমানৱ আৰু সু-নাগৰিক হিচাবে প্ৰতিষ্ঠা কৰাই বিশ্বভ্ৰাতৃত্ব, বিশ্বশান্তি আৰু বিশ্ব মানৱতাবাদৰ যি অময়া প্ৰেমৰ ঢৌ আধ্যাত্মিক শিক্ষাৰ দ্বাৰা গুৰুজনাই সমগ্ৰ হিয়াতে বিয়পাই দিব বিচাৰিছে সেই মহতী প্ৰচেষ্টাত আপুনি আজি অংশীদাৰ হ'ল ।

পৰম প্ৰেমময় গুৰুজনাৰ শ্ৰীমুখৰ পৰা নিৰ্গত বচন "আমি জাতি নহয়, গোষ্ঠী নহয়, জড় নহয়, আমি

মাথো কৃষ্ণ দাস আত্মাহে''—সেই কৃষ্ণ দাস আত্মাৰূপে আমাসবৰ সতে আপুনি আজি জৰিত হৈ পৰাত আমি পৰম আনন্দ লভিছো আৰু আপোনাৰ বহুমূলীয়া জীৱনৰ আধ্যাত্মিক উত্তৰণ একান্তভাৱে কামনা কৰিছো।

ইতি

কৃষ্ণগুৰু সেৱাশ্ৰম নসত্ৰৰ সমূহ ভকত বৃন্দ

## অসমৰ মাননীয় মুখ্যমন্ত্ৰী শ্ৰীযুত হিতেশ্বৰ শইকীয়া দেৱলৈ সদৌ জাঁজী-বাসী ৰাইজৰ সশ্ৰদ্ধ আদৰণি

স্বাগত মহান অতিথি,

জয়জয়তে এই সু-বিস্তৃত জাঁজী অঞ্চলৰ সদৌ ৰাইজৰ হৈ আমাৰ হিয়াভৰা ওলগ জনাইছো। ঐতিহাসিক সংঘাটেৰে বিশাল বুৰঞ্জীক সাৱটি লোৱা, পৰ্ব্বত-ভৈয়াম সম্প্ৰীতিৰ স্বাক্ষৰ বহনকাৰী জাঁজী আৰু চিৰিৱলুইতৰ বানপলসে প্লাৱিত কৰা, অৰ্থনৈতিক ক্ষেত্ৰত অনগ্ৰসৰ হ'লেও সামাজিক প্ৰমূল্যত প্ৰগতিশীল, বহু হেজাৰ কৃষি-জীৱি জনসাধাৰণৰ বৌদ্ধিক বিকাশৰ প্ৰাণ-কেন্দ্ৰ এই জামুগুৰি চাপৰিৰ জাঁজী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ খেল পথাৰলৈ আপোনাৰ শুভ আগমনে জাঁজী-বাসীৰ মনলৈ আনি দিছে এক আশাৰ ৰেঙণি।

অনন্ত সময়ে কাঢ়িয়াই অনা মনৰ মণিকোঠত সযতনে সজাই ৰাখিব লগীয়া এই পৱিত্ৰ ক্ষণত আপোনাক আদৰণি জনোৱাৰ লগে লগে সহস্ৰ ৰাজনৈতিক সংঘাট, অৰ্থনৈতিক সংকট আৰু সাংস্কৃতিক সমন্বয়েৰে সুদীৰ্ঘ ইতিহাস ৰচনা কৰা অসমৰ দৰে দেশ এখনৰ নেতৃত্ব বহন কৰি জনমানসৰ চিন্তাধাৰৰ জড়তা, জনজীৱনৰ অৰ্থনৈতিক অনগ্ৰসৰতা আৰু অসহায়তাৰ পৰিধি ভাঙিবলৈ আপুনি যি প্ৰগতিশীল বাস্তৱমুখী চিন্তাধাৰা আৰু কৰ্মপন্থা প্ৰবৰ্তনৰ পদক্ষেপ লৈছে তাৰ সুফল বৰ্তমানৰ দেশবাসী আৰু ভাৱীকালৰ

উত্তৰাধিকাৰী সকলৰ লগতে আমিও উপভোগ কৰাৰ প্ৰত্যয়ৰে দ্বিধা-হীন সহাঁৰি জনাইছো।

আশা ভৰা ভৱিষ্যতে কাঢ়ি়াই অনা জটিল সমস্যাৰাজিক দক্ষতাৰে সমাধান কৰি দেশমাতৃৰ মুখ তথা জাতিৰ ভৱিষ্যত উজ্জ্বল কৰিবলৈ পৰমেশ্বৰে আপোনাক সু-স্বাস্থ্য সম্বলিত সুদীৰ্ঘ জীৱন আৰু অসীম শক্তি প্ৰদান কৰক—এই প্ৰাৰ্থনাৰে সদৌ জাঁজীবাসী ৰাইজ অনুষ্ঠান প্ৰতিষ্ঠানৰ হৈ আপোনাক স্বাগত জনাই কবিৰ কথাৰে সামৰিছোঁ।

"দেশৰ কাৰণে আজিও বিনাই
হেজাৰ ডেকাৰ হিয়া
দেশৰ সেনানী, আকৌ মাথোন
এবাৰ হুকুম দিয়া
আকৌ এবাৰ শুনোৱা তোমাৰ
ৰণ আহ্বান বাণী
আকৌ এবাৰ ৰঙাকৰি মৰোঁ
লুইতৰ বগা পানী।"

ইতি
আপোনাৰ গুণমুগ্ধ
সদৌ জাঁজীবাসী ৰাইজৰ হৈ
শ্ৰীনৰেণ বৰুৱা, সভাপতি
শ্ৰীৰোমেশ্বৰ বৰুৱা, সম্পাদক
আদৰণি সমিতি।

জাঁজী
২৮ জানুৱাৰী, ১৯৯৩

## অসমৰ মাননীয় মুখ্যমন্ত্ৰী ডাঙৰীয়ালৈ
### ঃ অভিনন্দন ঃ

মাননীয় মুখ্যমন্ত্ৰী মহোদয়,

আজি শিৱসাগৰীয়া ৰাইজৰ বাবে এটি ডাঙৰ আৰু স্মৰণীয় দিন, যিটো দিনত শিৱসাগৰক এখন জিলালৈ উন্নীত কৰা হ'ল। আমাৰ যে বহুদিনীয়া এটি অভাৱ পূৰণ হ'ল আৰু জনসাধাৰণৰ

যে আৰ্থিক দিশত উন্নতি হোৱাৰ উপৰিও প্ৰশাসনীয় বিষয়ত অনেক সা-সুবিধা হ'ব সেয়া অনস্বীকাৰ্য্য। বৰ্তমান অসমৰ অৰ্থ সংকটৰ দিনতো অসমত প্ৰতিষ্ঠিত আপোনাৰ নেতৃত্বাধীন নতুন মন্ত্ৰীসভাই লোৱা ই এক বিৰাট পদক্ষেপ।

বুৰঞ্জী প্ৰসিদ্ধ ৰংপুৰ নগৰত আহোম স্বৰ্গদেউ সকলে ৰাজধানী পাতি দেশ শাসন কৰাৰ উপৰিও শিৱসাগৰ নগৰত দ'ল-দেৱালয় সজাই, পুখুৰী খন্দাই শিৱসাগৰক মনোমোহা কৰি গঢ়ি তুলিছিল। ১৯১২ চনত ইংৰাজ চৰকাৰৰ দিনতহে জিলাৰ সদৰ ঠাই যোৰহাটলৈ তুলি নিয়া হৈছিল। আজি শিৱসাগৰীয়া ৰাইজে পুনৰ জিলা আৰু জিলাৰ সদৰ ঠাইৰ সন্মান লাভ কৰিবলৈ পাইছে—এয়া যে কেৱল আপোনাৰ চেষ্টা আৰু ইচ্ছা তাক নকলেও হ'ব।

আমি আশা ৰাখিছো শিৱসাগৰৰ কীৰ্তিস্তম্ভ সমূহ আপোনাৰ নেতৃত্বত পুনৰ জিলিকি উঠিব। তেল আৰু গেছ আয়োগৰ বৰ্তমানৰ উৎপাদনলৈ লক্ষ্য ৰাখি শিৱসাগৰক এখনি তেল মহানগৰী ঘোষণা কৰিলে আনুষঙ্গিক উদ্যোগসমূহ গঢ়ি উঠাত সহায় হব।

আজি আপুনি মুখ্যমন্ত্ৰী স্বৰূপে আহি শিৱসাগৰ জিলা উন্মোচন কৰাৰ বাবে আমি কৃতজ্ঞ। আমি আপোনাৰ সুস্বাস্থ্য আৰু দীৰ্ঘজীৱন কামনা কৰোঁ।

শিৱসাগৰ কাছাৰীৰ কৰ্মচাৰীবৃন্দৰ হৈ
শ্ৰীভুবনচন্দ্ৰ দত্ত
১।৭।৮৩

## অসমৰ মাননীয় মুখ্যমন্ত্ৰী
## শ্ৰীযুত হিতেশ্বৰ শইকীয়া দেৱলৈ
## অভিনন্দন আৰু স্মাৰক-পত্ৰ

মহোদয়,

ৰাজনৈতিক অস্থিৰতাই অসমৰ সামাজিক জীৱন বিপৰ্য্যস্ত কৰাৰ সন্ধিক্ষণত মুখ্যমন্ত্ৰী হিচাপে আপুনি সন্মানীয় আৰু গুৰুদায়িত্ব-পূৰ্ণ আসনত উপবিষ্ট হোৱাৰ বাবে মৰাণ মহাবিদ্যালয়ৰ শিক্ষকগোট আৰু ছাত্ৰ একতা সভাই অভিনন্দন জ্ঞাপন কৰিছোঁ।

ৰূপালী জয়ন্তী উদ্‌যাপন কৰা মহাবিদ্যালয়খনিয়ে এতিয়াও কোনো দিশতে স্বয়ং সম্পূৰ্ণ হব পৰা নাই, মহোদয়ে আমাৰ মহাবিদ্যালয়ত পদধূলো দি পবিত্ৰ কৰা মধুক্ষণতে মহাবিদ্যালয়ৰ উন্নতিকল্পে হাতত লোৱা আঁচনি আৰু সমস্যাসমূহ অৱগত কৰিব খুজিছোঁ।

(১) ১৯৮৪ চনতে প্ৰতিষ্ঠা কৰা, শ্ৰেণীকোঠা আৰু বিজ্ঞানাগাৰ সম্পূৰ্ণ হোৱা বিজ্ঞান শাখাৰ বাবে বিশ্‌জন অৰ্হতাসম্পন্ন অধ্যাপকক মহাবিদ্যালয়ৰ পুঁজিৰ পৰা দৰমহা দিবলৈ আৰু বিজ্ঞানাগাৰৰ যাবতীয় খৰচ কৰিবলৈ মহাবিদ্যালয়খনিৰ যথেষ্ট অসুবিধা হয়। দয়াকৰি মহোদয়ক বিজ্ঞান শাখাটো ঘাটি মঞ্জুৰীৰ অন্তৰ্ভুক্ত কৰাৰ ব্যৱস্থা কৰিবলৈ বিনম্ৰ অনুৰোধ জনালো।

(২) মৰাণ মহাবিদ্যালয়ত দূৰদূৰণিৰ বহুতো ছাত্ৰ-ছাত্ৰীয়ে অধ্যয়ন কৰিবলৈ আহি ছাত্ৰাবাস, ছাত্ৰীবাসৰ যি অসুবিধাৰ সন্মুখীন হয় তাক দূৰ কৰিবৰ বাবে ছাত্ৰ একতা সভাই এটি ছাত্ৰাবাস নিৰ্মাণৰ আঁচনি কৰি প্ৰায় পচিশ্ হাজাৰ টকাৰ এটি পুঁজি গঠন কৰিছে, ছাত্ৰাবাসটিৰ পৰিকল্পিত ব্যয় প্ৰায় দহ লাখ টকা। মহোদয়ৰ তৰফৰ পৰা ছাত্ৰাবাসটি সম্পূৰ্ণ কৰিবলৈ আৰ্থিক সাহাৰ্য্য আগবঢ়াবলৈ প্ৰাৰ্থনা জনালো।

(৩) মহাবিদ্যালয়ৰ অন্যান্য সমস্যাসমূহৰ ভিতৰত,

(ক) আৱশ্যকীয় পাঠদান কোঠা নাই, তিনিবাৰকৈ ধুমুহাত বিপৰ্য্যস্ত হৈ কেইটামান পাঠদানকোঠা জৰাজীৰ্ণ হৈ পৰিছে।

(খ) গ্ৰন্থাগাৰত ছাত্ৰ-ছাত্ৰী অনুপাতে পাঠ্যপুথি নাই আৰু অধ্যয়ন কক্ষটোও সেই অনুপাতে সৰু।

(গ) শিক্ষক সকলৰ জিৰণী কোঠাটো জৰাজীৰ্ণ হৈ পৰিছে আৰু ছাত্ৰ-ছাত্ৰীৰ বাবেও কোনো জিৰণী কোঠা নাই।

(ঘ) খেলপথাৰখনিৰো কিছু উন্নতি সাধন আৰু সামাজিক বনানিকৰণৰ প্ৰয়োজন।

ৰাইজৰ একান্ত উদ্যোগ আৰু দানবৰঙনিৰে গঢ়ি উঠা মহাবিদ্যালয়ৰ সৌষ্ঠৱ বৃদ্ধিৰ বাবে যে এক বৃহৎ পৰিমাণৰ অৰ্থৰ প্ৰয়োজন সেয়া অনুমেয়। দয়াকৰি মহোদয়ে বিজ্ঞানশাখাৰ ঘাটি মঞ্জুৰীকে প্ৰমুখ্য

কৰি ছাত্ৰাবাস নিৰ্মাণ আৰু অন্যান্য সমস্যাসমূহ সমাধান কৰিবৰ বাবে এটি আৰ্থিক অনুদান আগবঢ়াই কৃতাৰ্থ কৰে যেন।

ব্যস্ততাৰ মাজতো মৰাণ মহাবিদ্যালয়ত পদাৰ্পন কৰি আমাক যি অনুগ্ৰহীত কৰিলে তাৰবাবে আমাৰ কৃতজ্ঞতা জনালোঁ।

পৰম পিতাই আপোনাক দীৰ্ঘায়ু কৰক।

অৰুণ কুমাৰ শইকীয়া
অধ্যক্ষ আৰু সভাপতি
ছাত্ৰ একতা সভা

শ্ৰীশিৱ সোনোৱাল
সাধাৰণ সম্পাদক
ছাত্ৰ একতা সভা

মৰাণ মহাবিদ্যালয়
৩০ এপ্ৰিল' ১৯৯২

## অসমৰ মাননীয় মুখ্যমন্ত্ৰী
## শ্ৰীহিতেশ্বৰ শইকীয়া দেৱলৈ

## —আন্তৰিক অভিনন্দন—

মাননীয় মুখ্যমন্ত্ৰী মহোদয়,

চামগুৰি সমষ্টিৰ আপোনাৰ গুণমুগ্ধ ৰাইজৰ আহ্বানৰ প্ৰতি সহাঁৰি জনাই চামগুৰি সমষ্টিৰ প্ৰথমখন মহাবিদ্যালয়ৰ আধাৰ শিলা স্থাপন কৰি আমাক কৃতাৰ্থ কৰাৰ বাবে জয় জয়তে আপোনালৈ শ্ৰদ্ধাপূৰ্ণ আন্তৰিক অভিনন্দন জ্ঞাপন কৰিলো। চামগুৰি সমষ্টিৰ শিক্ষাৰ ভৱিষ্যৎ বুৰঞ্জীত আপোনাৰ আজিৰ মহানুভৱতাই বিশেষ স্থান লাভ কৰি থাকিব।

হে বিচক্ষণ জননেতা

বিভিন্ন জনগোষ্ঠী লোকৰ বসতিপূৰ্ণ এই চামগুৰি সমষ্টিৰ শিক্ষা, স্বাস্থ্য আৰু শিল্পত এতিয়াও বহুত পিচপৰা। তদুপৰি যোৱা কেইবাবছৰ ধৰি চলা অনৈক্য আৰু অশান্তিৰ ধুমুহাই এই অঞ্চলকো বাৰুকৈয়ে চুই গৈছে—যাৰ ফলত অবিশ্বাস্য আৰু অনৈক্যৰ এটা বাতাবৰণ গঢ়ি উঠা পৰিলক্ষিত হৈছিল। কিন্তু আপোনাৰ নেতৃত্বত যোৱা এবছৰ ধৰি সেই অৱস্থা দুঃস্বপ্নৰ দৰে নাইকিয়া হৈ শান্তি আৰু সম্প্ৰীতিৰ পৰিবেশ এটা ক্ৰমান্বয়ে গঢ়ি উঠিব ধৰিছে।

চামগুৰি মহাবিদ্যালয় স্থাপনত এই অঞ্চলৰ সকলো ৰাইজৰে স্বতঃস্ফূৰ্ত সহায় আৰু সহযোগে এই সম্প্ৰীতিৰে স্বাক্ষৰ বহন কৰিছে। আপোনাৰ নেতৃত্ব আৰু প্ৰশাসনৰ শুভফল আমাৰ সমষ্টিতো অনুভূত হৈছে আৰু সেয়ে আপোনালৈ আমাৰ অশেষ ধন্যবাদ।

হে ভাৰতৰ ৰাষ্ট্ৰীয় নেতা,

প্ৰশাসন আৰু ৰাজনীতিৰ বিস্তীৰ্ণ অথচ জটিল ক্ষেত্ৰত বিভিন্ন সময়ত বিধায়ক, মন্ত্ৰী, মুখ্যমন্ত্ৰী আৰু ৰাজ্যপাল হিচাবে আপুনি যি ৰাজনৈতিক প্ৰজ্ঞা প্ৰদৰ্শন কৰি আহিছে সি অতুলনীয়েই নহয় সৰ্বভাৰতত সৰ্বজন স্বীকৃত। সেই বাবেই আপোনাক ৰাষ্ট্ৰীয় নেতা আৰু বছৰৰ শ্ৰেষ্ঠ পুৰুষ ৰূপে অলংকৃত কৰা হৈছে। আপোনাৰ গুণৰাজীৰ এই সৰ্বভাৰতীয় স্বীকৃতিয়ে অসম তথা অসমীয়া ৰাইজক গৌৰৱান্বিত কৰিছে। আমি আনন্দিত হৈছো যে প্ৰাক্তন ছাত্ৰ হিচাবে লক্ষ্ণৌ বিশ্ববিদ্যালয়েও আপোনাৰ গৌৰৱত পঞ্চমুখ হৈ আপোনাক ডক্টৰেট উপাধীৰে সন্মানীত কৰাৰ সিদ্ধান্ত কৰিছে।

সদৌ শেষত চামগুৰি সমষ্টিৰ সমূহ ৰাইজৰ হৈ আপোনাৰ সু-স্বাস্থ্য, সুখ সমৃদ্ধি আৰু দীৰ্ঘায়ু কামনা কৰি হিয়াভৰা অভিনন্দন জ্ঞাপন কৰিলো। ইতি—

ভৱদীয়—

চামগুৰি
৬।৭।৯২

আপোনাৰ গুণমুগ্ধ
পৰিচালনা সমিতি।

**অসমৰ মাননীয় মুখ্যমন্ত্ৰী মহোদয়লৈ**
**পাচগাঁও হাইস্কুলৰ সশ্ৰদ্ধ নিবেদন।**

তাৰিখ পাচগাঁও ১৫ আগষ্ট ১৯৯২ ইং চন

মহাশয়,

জয়জয়তে আপোনাৰ আগমনক স্বাগতম জনাইছোঁ, লগতে আমাৰ ভক্তিভৰা নিবেদন অৰ্পণ কৰি আপোনাৰ দীৰ্ঘায়ু কামনা কৰিলো।

হে মহান! আপোনাৰ সবল নেতৃত্বত আজি অসম বাসীৰ মনত আশাৰ ৰেঙনি বিৰিৰাই উঠিছে যে আপোনাৰ মহান প্ৰচেষ্টাই জাতি, ধৰ্ম্ম, বৰ্ণৰ প্ৰভেদ গুচাই বৃহত্তৰ অসমৰ বুকুত অসমীয়া জাতিৰ হেৰাব খোজা জাতীয় সত্বা পুনৰ উজলাই তুলিব। আপোনাৰ শুভাগমনে বৰদধি, গেৰুৱা, অভয়পুৰ, বৰগাঁও, হাদালা, পতনি আদি গাঁৱৰ সমাহাৰ এই পাচগাঁও অঞ্চলত এক অনাবিল আনন্দৰ জোৱাৰ আনিছে; লগতে আপোনাৰ দৰে এজন শ্ৰেষ্ঠ ব্যক্তিৰ উপস্থিতিত পাচগাঁও অঞ্চলৰ একমাত্ৰ শিক্ষাকেন্দ্ৰ অথচ জৰাজীৰ্ণ আৰু অভাৱ অনাটনৰে দুৰ্দশাগ্ৰস্ত পাচগাঁও হাইস্কুলৰ ছাত্ৰছাত্ৰী আৰু কৰ্ম্মচাৰী সকলে স্কুল খনৰ উজ্বল ভৱিষ্যতৰ আশা কৰিছে।

হে মহানুভৱ! বৰ্ত্তমানে পাচগাঁও হাইস্কুলত ৮০০ (আঠশ) ছাত্ৰ-ছাত্ৰীয়ে শিক্ষা গ্ৰহণ কৰি আছে আৰু বছৰি হাইস্কুল শিক্ষান্ত পৰীক্ষাত গড়ে ৬০ জনকৈ পৰিক্ষাৰ্থী উত্তীৰ্ণ হৈ আছে। সেয়েহে এক বুজন অৰ্থেৰে অনুষ্ঠানটিৰ উন্নতি সাধন কৰে যেন। তেতিয়াহে সৰ্ব্বাভাৱগ্ৰস্ত অনুষ্ঠানটিৰ, ছাত্ৰ-ছাত্ৰী তথা অভিভাৱক সকলৰ বহু দিনীয়া আশা পূৰণ হব।

হে দয়ালু! পাচগাঁও হাইস্কুল আৰু এম্-ই দুয়োখনেই একে সময়তে স্থাপিত আৰু একে চৌহদতে অৱস্থিত আৰু এতিয়ালৈকে সকলোকালৰ পৰা অভিন্ন হৈ চলি আছে, সেয়েহে দুয়োখন স্কুলকেই অতি শীঘ্ৰে একত্ৰিকৰণ কৰাই অনতি পলমে ইয়াক এখন উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ ৰূপান্তৰিত কৰি অঞ্চলটোৰ ছাত্ৰ-ছাত্ৰী সকলক উচ্চ শিক্ষা গ্ৰহণৰ সুযোগকণ দিয়ে যেন।

সদৌশেষত আপুনি শাৰিৰীক আৰু মানসিক ভাৱে সুস্থ হৈ থাকি দেশমাতৃকাৰ সেৱাত ব্ৰতী হৈ থকাৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালো।

জয় আই অসম

পাচগাঁও ৰাইজ আৰু হাইস্কুলৰ হৈ

শ্ৰীলক্ষ্মী নাথ শৰ্ম্মা—প্ৰধান শিক্ষক, পাচগাঁও হাইস্কুল

শ্ৰীকবীন্দ্ৰ নাথ শৰ্ম্মা—প্ৰধান শিক্ষক, পাচগাঁও এম্ই স্কুল।

## '৪২-ৰ শ্বহীদ ৰাউত-মদনৰ মৃত্যু দিৱস ২৫ চেপ্তেম্বৰ '৯২ সোনালী জয়ন্তী বৰ্ষ সমাৰোহৰ মুকলি অধিবেশনত অসমৰ মাননীয় মুখ্যমন্ত্ৰী মহোদয়েৰ প্ৰতি ঃ

### মানপত্ৰ

অসমৰ মাননীয় মুখ্যমন্ত্ৰী শ্ৰীযুত হিতেশ্বৰ শইকীয়া দেৱৰ সৈতে অসমৰ মন্ত্ৰীসভাৰ কেবা গৰাকী সতীৰ্থৰ উপস্থিতিত এই অঞ্চলৰ ৰাইজ অসীম আনন্দিত।

এই সুযোগতে মই বজালী মুক্তি যুঁজাৰু সম্মিলনৰ হৈ প্ৰয়াত শ্বহীদ সকলৰ প্ৰতি শ্ৰদ্ধা জ্ঞাপন কৰি মুখ্যমন্ত্ৰী মহাশয়ক সম্বৰ্ধনা জনোৱাৰ লগতে অসম তথা ভাৰতৰ মুক্তি যুঁজাৰু বীৰ সকলৰ প্ৰতি আন্তৰিক শ্ৰদ্ধা নিবেদন কৰিছোঁ।

হে ৰাষ্ট্ৰ মানৱ,

'ভোটান্ত সাদেৰী'—এই পিছপৰা অঞ্চলটোৰ মুক্তি আন্দোলনত ভূমিকা সাধাৰণ নাছিল। ইয়াৰ সাদেৰী ডাক্তৰখানাখন সেই সময়ত বৃহত্তৰ বজালীৰ সত্যাগ্ৰহী আৰু স্বেচ্ছাসেৱক সকলৰ কেন্দ্ৰ আছিল। এই কেন্দ্ৰৰ পৰাই সেই সময়ত আন্দোলনৰ প্ৰয়োজনীয় গঠনমূলক কাম কৰি স্বনিয়ন্ত্ৰণৰ ব্যৱস্থা কৰিছিল। সেই সময়ৰ ৰক্ষণশীল সমাজৰ বাধা নেওচি ইয়াৰে মহিয়সী নাৰী হিচাবে সুপ্ৰতিষ্ঠিত পদ্মশ্ৰী চন্দ্ৰ প্ৰভা শইকিয়ানী নাৰী জাগৰণৰ মাইল খুঁটি আছিল। অকল এয়েই নহয়, ইয়াৰ ৰাইজে সমান্তৰাল চৰকাৰ গঠন কৰি দ্বিতীয় মহাযুদ্ধৰ সময়ত বৃটিছৰ লগত অসহযোগ কৰিছিল।

হে দেশ সেৱক,

ভাৰত ত্যাগ আন্দোলনৰ পঞ্চাশ বছৰ পূৰ্ণ হোৱাৰ পৰিপ্ৰেক্ষিতত সোনালী জয়ন্তী সমাৰোহত অসমৰ মুক্তি যুঁজাৰু সকলক চৰকাৰৰ তৰফৰ পৰা বিভিন্ন সমাৰোহ পাতি যি সন্মান প্ৰদৰ্শন কৰিলে তাৰ

বাবে আমি সন্তুষ্ট। আপোনাৰ দৰে ব্যক্তি এজনক মুখ্যমন্ত্ৰী হিচাবে পাই আশ্বস্ত হৈছো আৰু দেশৰ সৰ্বাঙ্গীন উন্নতি কামনা কৰি হিয়া ভৰা শ্ৰদ্ধা আগবঢ়াইছোঁ। ইতি

জয় আই অসম

বিনীত
শ্ৰীশ্ৰীকান্ত বসুমতাৰী
বজালী মুক্তি যুঁজাৰু সম্মিলনৰ হকে
ভোটান্ত সাদেৰী
তাং ৩০।১০।৯২ ইং

## অসমৰ মাননীয় মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়া দেৱৰ লামডিং আগমন উপলক্ষে বিদ্যালয় শিক্ষক সকলৰ

## শ্ৰদ্ধা অৰ্ঘ্য

মাননীয় মুখ্যমন্ত্ৰী মহোদয়,

আমি লামডিংৰ বিদ্যালয় সমূহৰ শিক্ষকবৃন্দই অন্তৰৰ শ্ৰদ্ধা আৰু প্ৰীতিৰে আপোনাক স্বাগত জনালোঁ।

স্বল্পকালীন ভ্ৰমণ সূচীৰ মাজত আপুনি শিক্ষক সকলক লগ ধৰাৰ সুযোগ দি শিক্ষক সমাজৰ প্ৰতি আপোনাৰ আন্তৰিকতাৰ পৰিচয় দিলে। গতিকে আমি গৰ্বিত, অভিভূত আৰু কৃতজ্ঞ বোধ কৰিছোঁ।

মান্যবৰ,

স্বাধীনোত্তৰ কালছোৱাত অসমত কেইবাজনো মুখ্যমন্ত্ৰীয়ে অসম চৰকাৰৰ শাসন-দায়িত্ব গ্ৰহণ কৰিলে, কিন্তু আপোনাৰ নিচিনা ৰাজনৈতিক অগ্নি পৰীক্ষাৰ সন্মুখীন কোনোৱে হব লগা হোৱা নাই। ৰাজনৈতিক ধুমুহাৰ আবৰ্ত্তত আপোনাৰ দৰে পাৰিবাৰিক ক্ষতিও কোনোৱে ভোগ কৰা নাই, কিন্তু সকলো বাধা আপুনি দৃঢ়তা, সংযম আৰু ৰাজনৈতিক বিচক্ষণতাৰে অতিক্ৰম কৰিলে।

আশীৰ দশকত মুখ্যমন্ত্ৰীৰ দায়িত্ব লৈ আপুনি ঐকান্তিক প্ৰচেষ্টা আৰু কৰ্মকুশলতাৰ জৰিয়তে সুদীৰ্ঘ অসম আন্দোলনৰ সমাধান কৰিলে। অসমত এটা অনিশ্চয়তাৰ যুগৰ অন্ত পৰিল। এইবাৰো শপত গ্ৰহণৰ দিনৰ পৰাই সকলো ভাবুকিক আওকাণ কৰি প্ৰচণ্ড সাহস আৰু অটুট মনোবলেৰে আপুনি বিভিন্ন গুৰুত্বপূৰ্ণ সমস্যাৰ ওৰ পেলাবলৈ ৰাজনৈতিক পদক্ষেপ গ্ৰহণ কৰিছে। ফলস্বৰূপে অসমৰ বুকুত চলি থকা অবিশ্বাস আৰু হিংসাৰ বাতাবৰণ দূৰ হব ধৰিছে। বিভিন্ন জনগোষ্ঠীয়ে আপোনাৰ নেতৃত্বত সকলো অবিশ্বাস পাহৰি গৈ অসমৰ উন্নয়নৰ কামত পুনৰ আত্মনিয়োগ কৰিছে। জাতিয়ে "বছৰৰ শ্ৰেষ্ঠ ৰাজনৈতিক ব্যক্তি"-ৰ স্বীকৃতি দি আপোনাৰ লগত অসমবাসীকো সম্মানিত কৰিলে।

ৰাজনীতিৰ বাহিৰেও আপোনাৰ পৰিচয়—শিক্ষক। গতিকে অসমৰ শিক্ষা আৰু শিক্ষকৰ সমস্যাৰ বিষয়ে আপুনি সবিশেষ জ্ঞাত। আমাৰ বিশ্বাস আপোনাৰ নিষ্ঠা আৰু মৌলিক চিন্তাধাৰাই আমাৰ ৰাজ্যৰ শিক্ষক, ছাত্ৰ আৰু শিক্ষা—এই তিনিওৰে সামগ্ৰিক উন্নতিৰ কাৰণে বিশেষ অৰিহণা যোগাব।

মৰমৰ মুখ্যমন্ত্ৰী,

অসমৰ ৰাইজে আপোনাক সুদীৰ্ঘ দিন মুখ্যমন্ত্ৰীৰ দায়িত্বত থকা দেখিবলৈ ইচ্ছা কৰে। আপোনাৰ নেতৃত্বত অসম আকৌ প্ৰগতিৰ পথত আগবাঢ়ি যাব, জাতীয় ঐক্য আৰু উন্নতিৰ দিশত আপোনাৰ নেতৃত্বত অসম এটা উজ্জ্বল দৃষ্টান্ত হৈ উঠিব—এয়েই আমাৰ প্ৰত্যাশা। ঈশ্বৰে আপোনাক কৰ্মক্ষম কৰি ৰাখক—এয়েই প্ৰাৰ্থনা।

অসমৰ শান্তি দীৰ্ঘস্থায়ী হওঁক
জয় আই অসম—জয়হিন্দ

লামডিং
৮ মে, ১৯৯২ ইং

শ্ৰদ্ধাৱনত
লামডিং-ৰ শিক্ষক সমাজ

## অভিনন্দন পত্ৰ

**অসমৰ মাননীয় মুখ্যমন্ত্ৰী,**
**পৰম শ্ৰদ্ধেয় শ্ৰীযুত হিতেশ্বৰ শইকীয়া দেৱৰ কৰকমলত**

পৰম শ্ৰদ্ধাভাজন মুখ্যমন্ত্ৰী মহোদয়,

আজি এই শুভক্ষণত ৰঙিয়া মহাবিদ্যালয়ত আপোনাৰ শুভ আগমনত মহাবিদ্যালয়ৰ সমূহ শিক্ষক-শিক্ষয়িত্ৰী, কৰ্মচাৰী আৰু ছাত্ৰ-ছাত্ৰী সকলৰ লগতে ৰঙিয়াবাসী ৰাইজ আনন্দত আপ্লুত হৈছো।

সুদীৰ্ঘ সামাজিক জীৱনৰ অভিজ্ঞতা, প্ৰশাসনীয় দক্ষতা আৰু পৰিপক্ক ৰাজনৈতিক জ্ঞানেৰে পুষ্ট হৈ অসমৰ দৰে সমস্যা জৰ্জৰিত প্ৰান্তিয় ৰাজ্যখনৰ মুখ্যমন্ত্ৰীৰ দায়িত্ব আপুনি গ্ৰহণ কৰাত শান্তিপ্ৰিয় অসমবাসী সকলৰ লগতে আমাৰ এই অঞ্চলৰ ৰাইজেও অতি আনন্দিত হৈছোহঁক। আমি অতি নিষ্ঠা আৰু আন্তৰিকতাৰে কামনা কৰিছো যে আপোনাৰ সবল আৰু সুস্থিৰ নেতৃত্বত অসমত অনতিপলমে স্থায়ী শান্তি প্ৰতিষ্ঠা হব আৰু সামাজিক, সাংস্কৃতিক, অৰ্থনৈতিক আদি সকলো দিশতে আমাৰ ৰাজ্যখন দোপতদোপে প্ৰগতিৰ পথত আগবাঢ়ি যাব।

হে মহান কৰ্মবীৰ,

অসমৰ শিক্ষাৰ ক্ষেত্ৰত আপুনি ইতিমধ্যে যি কেইটা বলিষ্ঠ সিদ্ধান্ত লৈ কাৰ্য্যকৰী কৰিছে আৰু অসমলৈ যি এক শান্তিপূৰ্ণ বাতাবৰণ ঘূৰাই আনিব পাৰিছে তাৰ বাবে আপোনাৰ এই কাৰ্য্য-কুশলতাত সমূহ অসমবাসী ৰাইজে এক স্বস্তিৰ নিশ্বাস কাঢ়িব পাৰিছে। আপোনাৰ দূৰদৰ্শিতা আৰু সঠিক নেতৃত্বৰ বাবে আপোনালৈ আমাৰ আন্তৰিক অভিনন্দন জ্ঞাপন কৰিলো।

শেষত পৰমপিতা পৰমেশ্বৰলৈ প্ৰাৰ্থনা জনালো যাতে আপুনি সুস্বাস্থ্যৰ অধিকাৰী হৈ সুদীৰ্ঘকাল দেশৰ আৰু দহৰ সেৱাত আত্মোৎসৰ্গ কৰিব পাৰে। ইতি

বিনীত

শ্ৰীনীলকান্ত মহন্ত, অধ্যক্ষ
ৰঙিয়া মহাবিদ্যালয়, ৰঙিয়া
ৰঙিয়া মহাবিদ্যালয়ৰ সমূহ
শিক্ষক-শিক্ষয়িত্ৰী, কৰ্মচাৰী
আৰু ছাত্ৰ-ছাত্ৰীৰ হৈ।

ৰঙিয়া মহাবিদ্যালয়
ইং ২৫-১-৯২

## —অভিনন্দন পত্ৰ—

### মাননীয় অসমৰ মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়া দেৱৰ কৰকমলত

হে মহান অতিথি !

আজি এক নতুন প্ৰভাত। প্ৰভাতী সূৰ্য্যৰ ৰাঙলী উষাই দিশে দিশে ছটিয়াই দিলে আনন্দৰ ফাকুগুৰি। প্ৰাণে প্ৰাণে আজি আনন্দ হিল্লোল। এনে এক শুভ ক্ষণত আপুনি অসমৰ মুখ্যমন্ত্ৰীৰ গুৰু দায়িত্বভাৰ বহন কৰি কৰ্ম ব্যস্ততাৰ এক সোনালী মুহূৰ্ত্তত ইতিহাস প্ৰসিদ্ধ বৈষ্ণৱ গুৰু সকলৰ পদৰেণুৰে ৰঞ্জিত, মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱ মহাপ্ৰভুৰ স্থাপিত, মহাবাহু ব্ৰহ্মপুত্ৰৰ পুত সলিলেৰে বিধৌত অসমৰ আদি বৈষ্ণৱ সত্ৰ পুণ্যভূমি বহঁবি সত্ৰত প্ৰথম পদাৰ্পণ কৰাত আনন্দত উদ্বেলিত প্ৰতি প্ৰাণে জয়জয়তে হিয়াভৰা শ্ৰদ্ধা যাচিছোঁ।

হে বৰেণ্য নেতা !

এক সংকটপূৰ্ণ মুহূৰ্ত্তত আপুনি মুখ্যমন্ত্ৰীৰ গাদীত বহি শাসনৰ বাঘজৰী হাতত তুলি লৈছে। সন্ত্ৰাসৰ বিভীষিকাই স্তব্ধ কৰা অসমৰ জনগণৰ প্ৰাণৰ স্পন্দন পুনৰ প্ৰৱাহিত কৰি আপুনি এক নতুন গতিশক্তি দান কৰিছে। দ্বিধা, শংকা আৰু অনিশ্চয়তাৰ ডাৱৰ আঁতৰাই এক ৰঙীন ভৱিষ্যতৰ প্ৰতিশ্ৰুতিৰে নতুন অসম গঢ়াৰ সংকল্পই আপোনাক প্ৰতিষ্ঠিত কৰিছে অনন্য একক ব্যক্তি বছৰৰ শ্ৰেষ্ঠ মানৱ "ৰাষ্ট্ৰীয় পুৰুষ" ৰূপে। বিগত বছৰ বোৰত থান বান হৈ যোৱা অসমৰ সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক বুনিয়াদ শক্তিশালী কৰি এই সমস্যা বহুল ৰাজ্যখনৰ কৰ্ণধাৰ ৰূপে ৰাজনৈতিক বিচক্ষণতা আৰু সাংগঠনিক দক্ষতাই প্ৰতিজন অসমীয়াৰ মনত নতুন প্ৰেৰণাৰ সৃষ্টি কৰিছে।

হে দুৰ্জ্জেয় পুৰুষ !

জীৱনৰ বহু উত্থান পতন, বহু হেৰুৱাৰ বেদনাকো দুভাঁৰিৰে গচকি, গীতাৰ 'স্থিতপ্ৰজ্ঞ' পুৰুষৰ দৰে কৰ্মৰ সাধনকে জীৱনৰ ব্ৰত ৰূপে আকোৱালি কৰ্মশ্ৰীৰ সুখ্যাতি লভি কৃতকাৰ্য্যতাৰ সোনালী সৌধত আৰোহণ কৰিছে। শতধা বিভক্ত অসমৰ ঐক্য-সংহতি-

অখণ্ডতা ৰক্ষাৰ প্ৰতিশ্ৰুতি বাস্তৱায়িত কৰাৰ ধৈৰ্য্য, সাহস আৰু সুস্বাস্থ্য পৰমেশ্বৰে দান কৰক।

সদৌ শেষত পৰমেশ্বৰৰ ওচৰত আমাৰ প্ৰাৰ্থনা—আপোনাৰ প্ৰতিভাৰ আলোকেৰে চৌদিশ আলোকিত কৰি প্ৰতিজন অসমীয়াৰ প্ৰাণৰ নৱ চেতনাৰ নৱদিগন্ত উন্মোচিত কৰক। এই ৰাজমুকুট পৰিধান কৰি অসমৰ জনগণৰ অনাগত ভৱিষ্যত ৰঙীণ আৰু মধুৰ কৰক। পৰমেশ্বৰৰ ওচৰত আপোনাৰ দীৰ্ঘায়ু কামনা কৰি মেলানি মাগিলোঁ। ইতি—

—জয়হিন্দ—

আপোনাৰ শুভাকাংখী—

৯-৭-৯২ ইং বহাৰি সত্ৰ বাসী ৰাইজ।

## মাননীয় অসমৰ মুখ্যমন্ত্ৰী শ্ৰীযুত হিতেশ্বৰ শইকীয়া দেৱলৈ

নাহৰণি উচ্চ মাধ্যমিক বিদ্যালয়ৰ সমূহ ছাত্ৰ-ছাত্ৰী আৰু শিক্ষকবৃন্দৰ আন্তৰিক অভিনন্দন আৰু স্মাৰকপত্ৰ।

তাৰিখ ইং ১৭।৮।৯২ চন।

মাননীয় অসমৰ মুখ্যমন্ত্ৰীদেৱ,

জয়জয়তে খোৰাঙবাসী ৰাইজৰ হৈ আপোনালৈ হিয়া ভৰা আন্তৰিক অভিনন্দন আৰু শুভেচ্ছা জ্ঞাপন কৰিছোঁ। অতীত বুৰঞ্জীয়ে পৰশা, অৰ্থনৈতিকভাৱে অতিকৈ পিছপৰা খোৰাঙ নগৰত আপোনাৰ শুভ পদাৰ্পনত ভৈয়াম জনজাতি এলেকাধীন নাহৰণি উচ্চ মাধ্যমিক বিদ্যালয়ৰ সমূহ ছাত্ৰ-ছাত্ৰী আৰু শিক্ষক-শিক্ষয়িত্ৰীবৃন্দই আপোনালৈ আন্তৰিক অভিনন্দন জ্ঞাপন কৰিছোঁ।

হে মহান কৰ্মযোগী, যুগনায়ক—আপোনাৰ মহান ব্যক্তিত্ব অসমবাসীৰ প্ৰেৰণাৰ উৎস, শান্তনাৰ আশীষ জল স্বৰূপ। প্ৰভাতী সুৰুযে চৌদিশ উজ্বলাই তোলাৰ দৰে আপোনাৰ মহান নেতৃত্বই অসমৰ চুকে-কোণে থকা সকলোকে উদ্ভাসিত কৰি তুলিছে, চাৰিও দিশ পোহৰাই তুলিছে।

হে জ্ঞানদীপ্ত মহান পুৰুষ,—এই কথা আপোনাৰ অবিদিত নহয় যে সুস্থ পৰিবেশত শিক্ষাদান কৰিব পাৰিলেহে শিক্ষাদান আৰু শিক্ষা গ্ৰহণৰ সাৰ্থকতা আছে। শিক্ষাদান কাৰ্য্যৰ লগত বিদ্যালয় গৃহ সমন্বিতে আনুষঙ্গিক আহিলা পাতিৰ সম্বন্ধ। এটি পূৰ্ণাঙ্গ বিদ্যালয় গৃহৰ অবিহনে শিক্ষাদান কাৰ্য্য বাধাগ্ৰস্ত হয়। খোৱাঙৰ সমীপবৰ্ত্তী নাহৰণি উচ্চ মাধ্যমিক বিদ্যালয়খনি ১৯৮০ চনতে প্ৰাদেশীকৰণ হোৱা স্বত্বেও আজিলৈকে বিদ্যালয়ৰ ঘৰটিৰ নিৰ্ম্মাণ কাৰ্য্য সম্পূৰ্ণ নোহোৱা আৰু বিদ্যালয়ৰ আচবাব পৰ্য্যাপ্ত পৰিমাণে নথকাত বিদ্যালয়ৰ শিক্ষা কাৰ্য্যত ব্যাঘাত জন্মিছে। গতিকে মহোদয়ে উক্ত অঞ্চলৰ ৰাইজ তথা ছাত্ৰ-ছাত্ৰীৰ কল্যাণৰ হকে বিদ্যালয় খনিলৈ এটি বুজন পৰিমাণৰ অনুদান আগবঢ়াই অশেষ কৃতাৰ্থ কৰিব বুলি কাতৰ অনুৰোধ-জনোৱা হ'ল।

হে মহোদয়—ভৈয়াম জনজাতি এলেকাধীন নাহৰণি উচ্চ মাধ্যমিক বিদ্যালয়খনি এই বছৰতে উচ্চতৰ মাধ্যমিক পৰ্য্যায়লৈ উন্নীত কৰিলে জনজাতি ছাত্ৰ-ছাত্ৰী সকল অৰ্থনৈতিকভাৱে লাভবান হব আৰু উচ্চ শিক্ষা গ্ৰহণৰ ক্ষেত্ৰত ভোগী অহা অসুবিধা আৰু অভাৱ সমূহ দূৰ হব। গতিকে মহোদয়ক বিদ্যালয়খনি উচ্চতৰ মাধ্যমিক পৰ্য্যায়লৈ উন্নীত কৰাৰ খৰতকীয়া ব্যৱস্থা গ্ৰহণ কৰি দুখীয়া ছাত্ৰ-ছাত্ৰীৰ শিক্ষা গ্ৰহণৰ সুবিধা কৰিবলৈ স্মাৰক পত্ৰৰ যোগেদি টানি অনুৰোধ জনোৱা হ'ল।

সৰ্বো শেষত, মহোদয়ৰ সৱল নেতৃত্বৰ প্ৰতি পূৰ্ণ আস্থা ৰাখি আপোনাৰ সু-স্বাস্থ্য কামনা কৰিছোঁ আৰু সমস্যাবহুল অসমৰ সমস্যা সমাধানত উত্তীৰ্ণ হৈ দেশমাতৃকাৰ মুখ উজ্জ্বলাওক-ইয়াকে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাই এই ক্ষুদ্ৰ অভিনন্দন পত্ৰ সামৰণি মাৰিলো।

ইতি—

নাহৰণি উচ্চ মাধ্যমিক বিদ্যালয়ৰ সমূহ ছাত্ৰ-ছাত্ৰী
আৰু শিক্ষকবৃন্দৰ হৈ—
শ্ৰীৱেনুধৰ গগৈ, প্ৰধান শিক্ষক,
নাহৰণি উচ্চ মাধ্যমিক বিদ্যালয়,
ন হাজাৰ ( খোৱাং )।

তাং ইং ১৭।৮।৯২

## অসমৰ মুখ্যমন্ত্ৰী কৰ্মশ্ৰী শ্ৰীযুত হিতেশ্বৰ শইকীয়াদেৱলৈ ঢকুৱাখনা মহকুমাৰ অনুসূচীত জাতি উন্নয়ন পৰিষদৰ

## অভিনন্দন পত্ৰ

হে মহান দেশনায়ক,

নৱ গঠিত ঢকুৱাখনা মহকুমাত আপোনাৰ শুভ পদাৰ্পণৰ এই পবিত্ৰ ক্ষণত আমি ঢকুৱাখনাবাসী বিশেষকৈ অনুসূচীত সম্প্ৰদায়ৰ লোকসকল আনন্দত উৎফুল্লিত হৈ পৰিছোঁ আৰু ভগৱানৰ ওচৰত আপোনাৰ সুস্বাস্থ্য আৰু দীৰ্ঘ জীৱন কৰপোতে প্ৰাৰ্থনা কৰিছোঁ।

হে কৰ্ম্মশ্ৰী,

আমাৰ এই নৱ গঠিত চালুকীয়া মহকুমাটোত বসবাস কৰা ২৯ খন অনুসূচীত জাতি সম্প্ৰদায়ৰ গাঁৱৰ প্ৰায় ২০,০০০ (বিশ হেজাৰ) লোকে আপোনাৰ শুভাগমনত উৎফুল্লিত হৈ এই অভিনন্দন পত্ৰৰ যোগে নিজৰ মনৰ আনন্দখিনি প্ৰকাশ কৰিছে। এইয়া আমাৰ আবেগ-আনন্দৰ সামুহিক বহিঃপ্ৰকাশ মাত্ৰ।

হে অসম গৌৰৱ,

আমাৰ এই নৱ গঠিত মহকুমাটোৰ অনুসূচীত সম্প্ৰদায়ৰ লোক সকল অতি অনুন্নত অৱস্থাত বসবাস কৰি আছে। অন্য হাতে শিক্ষাৰ দিশতো অতি অনগ্ৰসৰতাত বৰ্ত্তীত হৈ আছে। অনুসূচীত সম্প্ৰদায়ৰ মহকুমাটোত থকা ২৯ খন গাঁৱৰ ভিতৰত মাত্ৰ ১৮ খন প্ৰাথমিক বিদ্যালয়, ৮ খন মধ্য ইংৰাজী বিদ্যালয় আৰু ২ খন উচ্চ মাধ্যমিক বিদ্যালয় আছে। দুখৰ বিষয় যে, আটাই কেইখনেই বেচৰকাৰী। এই মহকুমাত শতকৰা ৭০ জন অনুসূচীত সম্প্ৰদায়ৰ লোক দৰিদ্ৰৰ সীমাৰেখাৰ তলত বসবাস কৰি আছে। বহুতৰে নিজা ভূ-সম্পত্তি নাই। মাছ মাৰি আৰু দিন হাজিৰা কৰি লোকসকলে জীৱন নিৰ্বাহ কৰে। মাছ মাৰিবলৈও প্ৰায়বোৰ বিল-নদী চৰকাৰে ডাকত দিয়াত সেই ফালেও আয়ৰ অঙ্ক সীমিত।

হে ৰাষ্ট্ৰীয় পুৰুষ,

সদ্য হতে আমাৰ সামুহিক প্ৰয়োজনৰ বাবে এই মহকুমা সদৰ ঢকুৱাখনা নগৰত আমাক এটা অনুসূচীত জাতিৰ লোকৰ বাবে

গজৰণি ঘৰ নিতান্তই আৱশ্যক হেতুকেই এই ক্ষেত্ৰত প্ৰয়োজনীয় ব্যৱস্থা গ্ৰহণৰ বাবে আপোনাক বিনীত প্ৰাৰ্থনা জনালোঁ।

দ্বিতীয়তে, ঢকুৱাখনা মহকুমাৰ অনুসূচীত জাতিৰ বিদ্যালয় সমূহৰ আৰু সাংস্কৃতিক সংঘৰ গৃহ নিৰ্মাণৰ বাবে এটি শকত আৰ্থিক মঞ্জুৰী দিবৰ বাবে সকৰুণ প্ৰণিপাত জনালোঁ।

সদৌ শেষত আপোনাৰ আৰু আপোনাৰ পৰিয়ালৰ সু-স্বাস্থ্যৰ লগতে দীৰ্ঘজীৱন কামনা কৰি ভগৱানৰ ওচৰত কৰযোৰ কৰিছোঁ।

ঢকুৱাখনা মহকুমাৰ অনুসূচীত জাতি উন্নয়ন পৰিষদৰ হৈ
১। সৰ্বশ্ৰী বনমালী হাজৰিকা। অঃ জাঃ উঃ পঃ সঃ
২। ,, গন্ধেশ্বৰ দাস। সদস্য

**পৰম শ্ৰদ্ধাভাজন অসমৰ মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়া দেৱৰ কৰকমলেষু**

**শ্ৰদ্ধাঞ্জলি**

মহাশয়!

আজি আপুনি অসম চৰকাৰৰ গুৰু দায়িত্বৰ মাজতো আমাৰ আমন্ত্ৰণক্ৰমে এখানি সুৰুঙা উলিয়াই সতীৰ্থ সমন্বিতে বৰ্হাৰ সত্ৰৰ পূব-দক্ষিণ প্ৰান্তত অৱস্থিত বুনা গোসাঁইৰ থানত (বনগঞাগিৰিৰ) পুণ্যাশ্ৰমত ২৪ আহাৰ ( ৯ জুলাই '৯২ ) পৱিত্ৰ শুক্লা দশমী তিথিত উপস্থিত হৈ ধৰ্মপ্ৰাণ ৰাইজৰ আকাংক্ষিত ভগবান শ্ৰীকৃষ্ণৰ প্ৰতিমূৰ্তি উন্মোচন ধৰ্মীয় কাৰ্যত দেৱধ্বনি আৰু শংখধ্বনিৰ মাজত সানন্দে যোগদান কৰাত আমাৰ হিয়া-মন অপাৰ আনন্দত উপচি পৰিছে। সেয়েহে এনে এটি মধুৰ আনন্দ মুখৰ পৱিত্ৰ ক্ষণত আজি আমি জয় জয়তে আপোনাৰ দীৰ্ঘায়ু আৰু সৰ্বতো প্ৰকাৰ কুশল কামনা কৰিলোঁ।

প্ৰাতঃস্মৰণীয় জ্যোতিৰ্ময় পৰম পুৰুষ শ্ৰীশ্ৰীহৰিদেৱ মহাপ্ৰভুৰ প্ৰাণসম প্ৰিয় শিষ্য শ্ৰীশ্ৰীবনগঞাগিৰি প্ৰতিষ্ঠিত বুনা গোসাঁইৰ থানত নিতৌ বিষ্ণু উপাসনা চলি থকাৰ উপৰিও প্ৰত্যেক বছৰে

'অখণ্ড ভাগৱত পাঠ' ধৰ্মানুষ্ঠান বৰ্ণাঢ্য কাৰ্যসূচীৰে অনুষ্ঠিত হয়। এই ধৰ্মানুষ্ঠান একেৰাহে সাত-আঠ দিন অহৰহ চলি ভাগৱতৰ আধ্যাত্মিক প্ৰেমৰসে ভক্তবৃন্দক ভক্তি ৰসত ডুবাই ৰাখে আৰু বৰহিৰক 'নৈমিষাৰণ্য' ৰূপে গঢ়ি তোলে।

আমাৰ দৃষ্টিত আপুনি এগৰাকী সুদক্ষ প্ৰশাসক, তাৰ্কিক, স্থিতপ্ৰজ্ঞ, প্ৰত্যুৎপন্নমতিসম্পন্ন, সৰবৰহী, শিক্ষাবিদ আৰু বিচক্ষণ ৰাজনীতিবিদ মহান লোক। এনে অসীম প্ৰতিভাৰ কাৰণে আপুনি অসম তথা ভাৰত চৰকাৰৰ বহুতো দায়িত্বপূৰ্ণ পদ অলঙ্কৃত কৰি যশস্যা আৰ্জিছে। ১৯৯১ চনৰ দ্বিতীয় বাৰৰ বাবে ৰাষ্ট্ৰীয় পুৰুষ ৰূপে ভাৰত চৰকাৰৰ পৰা স্বীকৃতি লভিছে। ই জানো অসম তথা ভাৰত মাতাৰ গৌৰৱৰ বিষয় নহয়? এতেকে আপুনি আমাৰ ধন্যবাদৰ পাত্ৰ আৰু জননীৰ চকুৰ মণি, বুকুৰ কুটুম আৰু হিয়াৰ আমঠু।

এশ এবুৰি সমস্যা ভৰা অগ্নিগৰ্ভা অসমৰ সমস্যাৰাজি সমাধানৰ অৰ্থে আপুনি চলোৱা প্ৰচেষ্টা প্ৰশংসনীয়। এই প্ৰচেষ্টা শীৰ্ষে সফল ৰূপায়ণৰ কাৰণে ভগবানে আপোনাক অসীম শক্তি প্ৰদান কৰক —এয়েই আমাৰ কামনা।

'ৰামো নাই, অযোধ্যাও নাই'—এই প্ৰবাদ আজিও মানুহৰ মুখে মুখে চলি আছে। সেয়েহে ভগবানে আপোনাকো ৰামৰ আদৰ্শৰে ৰাজ্য শাসন কৰি নাগৰিকৰ অশেষ কল্যাণ সাধিবলৈ শক্তি দিয়ক— এয়েই আমাৰ পৰম আশা।

ধূপ নিজে পুৰি যায়; কিন্তু তাৰ গোন্ধে দশোদিশ আমোল মোলায়—তেনেদৰে আপোনাৰো সুকৰ্ম আৰু গুণ-গৰিমাই অসমৰ সকলো স্থান আমোদিত কৰি তোলক আৰু যশস্যাৰাজি দেশে-বিদেশে বিয়পি পৰি স্বৰ্গতো অধিক জন্মভূমিৰ গৌৰৱ বঢ়াওক—এয়েই আমাৰ পৰম পিতা পৰমেশ্বৰৰ ওচৰত সৰল প্ৰাৰ্থনা। ইতি।

জয়তু বৰেণ্য মুখ্যমন্ত্ৰী তথা ৰাজবিষয়াসকল

জয়তু ধৰ্মপ্ৰাণ ৰাইজ

ভৱদীয়

ভাগৱত সমিতি, বৰহিৰ সত্ৰ

৯-৭-৯২ ইং

**মাননীয়**

**অসমৰ মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়া দেৱলৈ ডিগবৈ মহাবিদ্যালয়ৰ ৰূপালী জয়ন্তীৰ শুভক্ষণত—**

## আন্তৰিক অভিনন্দন

আমাৰ পৰম সৌভাগ্য যে আপুনি পূৰ্বতে এবাৰ ৰাজ্যিক পৰ্যায়ৰ গৃহমন্ত্ৰী ৰূপে আমাৰ মহাবিদ্যালয়ত পদাৰ্পণ কৰাৰ উপৰিও আজি পুনৰ অসমৰ মুখ্যমন্ত্ৰী ৰূপে প্ৰথম বাৰৰ কাৰণে ডিগবৈ মহাবিদ্যালয় প্ৰাঙ্গনত ৰূপালী জয়ন্তী উপলক্ষে আমন্ত্ৰিত হৈ উপস্থিত হোৱাত আপোনাক আন্তৰিকভাৱে আদৰণি জনাবলৈ পাই আমি অতিশয় আনন্দিত হৈছোঁ।

শিক্ষক হিচাপে আমি এই কথা স্মৰণ কৰি গৌৰৱ বোধ কৰো যে আপুনি বৰ্তমানৰ বিশাল কৰ্মক্ষেত্ৰলৈ উত্তৰণ কৰাৰ পূৰ্বতে এখন মহাবিদ্যালয়ৰ কৃতিত্বৰে অধ্যাপনা কৰাৰ লগতে অনুষ্ঠানটিকো সফল ৰূপত গঢ়ি তুলিছিল। শৈক্ষিক জীৱনত আহৰণ কৰা সেই জ্ঞানৰ দীপ্তি, নিষ্ঠা আৰু সংযম আপোনাৰ বৰ্তমানৰ সামাজিক, ৰাজনৈতিক কৰ্মাৱলীৰ অন্তৰূপত ফল্গু ধাৰাৰ দৰে নিঃসৃত হৈ আছে।

অসমৰ দৰে এখন "ক্ষুদ্ৰ ভাৰতবৰ্ষত", য'ত বিভিন্ন জনগোষ্ঠীয়ে সমন্বয়ত বাস কৰি আহিছে, যিখন ৰাজ্য উপৰ্যুপৰি সমস্যাৰ বা—মাৱলীত আক্ৰান্ত, সেইখন ৰাজ্যৰ দুটা অতি সংকটপূৰ্ণ অৱস্থাত, আপুনি মুখ্যমন্ত্ৰীৰূপে শাসনৰ বাঘজৰী হাতত লব লগা হৈছে। সমস্যাবহুল আৰু দুখীয়া এই ৰাজ্যখনত আপুনি থলুৱা লোকৰ স্বাৰ্থ অক্ষুণ্ণ ৰাখি, অসমীয়াত্ব বিলোপ হবলৈ নিদি ভাষিক আৰু ধাৰ্মিক সাম্য অটুত ৰাখি আৰু সাম্প্ৰদায়িক সম্প্ৰীতিৰ বান্ধোন শিথিল হবলৈ নিদিয়াকৈ যি তৎপৰতা আৰু কৰ্মকুশলতাৰে ৰাজ্য পৰিচালনা কৰিছে, সেইয়া এজন কৰিৎকৰ্মা দেশপ্ৰেমিকৰ ক্ষেত্ৰতহে সম্ভৱপৰ। আপুনি পৰম ঐকান্তিকতাৰে দৈহিক দুখকো আওকান কৰি, আত্মীয়স্বজনৰ অকাল বিয়োগৰ সন্তাপ পাহৰি আমাক লগতে

আমাৰ অনুন্নত ৰাজ্যখনক ৰাষ্ট্ৰীয় ঘাঁহ সুঁতিলৈ সাৰি’য়া ধৰি আগবঢ়াই নিছে।

বৰ্তমান সময়ত আপোনাৰ আটাইতকৈ কৃতিত্বপূৰ্ণ কাম হ’ল, অসমলৈ পুনৰ শান্তি সম্প্ৰীতিৰ পৰিবেশ ঘূৰাই আনিবলৈ কৰা আহোপুৰুষাৰ্থ। বিগত প্ৰায় এটা যুগ সামৰি অসমৰ আকাশ ৰাজনৈতিক অথিৰতা, চৰম অৰ্থ সংকট অৱহেলিত আৰু অনুসূচীত জনগোষ্ঠীৰ আত্মনিৰ্দ্ধাৰণৰ কাৰণে হোৱা উত্থান আৰু সৰ্বোপৰি অসমৰ স্থিতিক অন্ধকাৰ ভৱিষ্যতৰ গৰাহলৈ যোৱা ব্যক্তি সন্ত্ৰাসবাদ প্ৰভৃতিয়ে ছানি পেলাইছিল, প্ৰশাসনৰ গুৰি ধৰি অভিলেখ সময়ৰ ভিতৰতে আপুনি এই সমস্যাসমূহৰ সন্তোষজনক মীমাংসা আৰু আতংকবাদ সৃষ্টি কৰা ‘ত্ৰাসৰ বাতাবৰণ’ নিৰ্মূল কৰিবলৈ দৃঢ় পদক্ষেপ গ্ৰহণ কৰিছে, এই দীৰ্ঘদিনীয়া সুসম আৰু অপ্ৰতিহত প্ৰশাসনেও কৰিব নোৱাৰিলেহেঁতেন।

শেহতীয়া ভাবে আপুনি অসমৰ শিক্ষা, সাহিত্য, সংস্কৃতি আৰু ক্ৰীড়া জগতখনৰ উন্নতিকল্পে বহু জনহিতকৰ আঁচনি হাতত লৈছে আপোনাৰ এনে কল্যাণকামী কাৰ্যসূচী বলিষ্ঠ নেতৃত্বই অসমৰ নতুন পুৰুষ সকলক প্ৰেৰণা যোগাৱাৰ লগতে ৰাষ্ট্ৰীয় তথা বিশ্ব মঞ্চ লৈয়ো পথ দেখুৱাই লৈ যাব।

শ্ৰদ্ধাস্পদেষু !

ভাৰত চৰকাৰে আপোনাক এহাতে সুদক্ষ প্ৰশাসক আৰু আন হাতে আপোনাৰ ত্যাগ, উদাৰতা আৰু ভ্ৰাতৃত্ববোধৰ স্বীকৃতি স্বৰূপে দুবাৰো “বছৰৰ শ্ৰেষ্ঠ ব্যক্তি” হিচাপে আৰু ৰাষ্ট্ৰীয় শান্তি ‘সম্প্ৰীতি আৰু আন্তজাতিক বুজাপৰাৰ বাবে জৱাহৰ লাল নেহেৰু-উৎকৰ্ষ বঁটা’ৰে সম্মানিত কৰিছে। বহুজন অভিলষিত এই সম্মান অসমৰ বুকুলৈ কঢ়িয়াই আনিছে অমেয় গৌৰৱ আৰু সৃষ্টি কৰিছে এক সুশ্ৰীল পৰম্পৰাৰ, আমি আশা ৰাখিছো যে আপোনাৰ শুভ আগমনে ডিগবৈ মহাবিদ্যালয়ৰ বিকাশ দ্ৰুততৰ কৰি তুলিব।

আজি আমি ডিগবৈ মহাবিদ্যালয়ৰ অধ্যক্ষ প্ৰমুখ্যে শিক্ষক-শিক্ষয়িত্ৰী ছাত্ৰ-ছাত্ৰী আৰু কাৰ্যালয়ৰ কৰ্মচাৰীবৃন্দই মহাবিদ্যালয়ৰ

ৰূপালী জয়ন্তী উৎসৱৰ শুভক্ষণত আপোনাৰ দৰে শ্লাঘ্য ব্যক্তিক আন্তৰিক অভিনন্দন জ্ঞাপন কৰিবলৈ পাই পৰম আনন্দিত হৈছোঁহক।

আপোনাৰ সুস্থ স্বাস্থ্য, সৌষ্ঠৱময় পাৰিবাৰিক জীৱন আৰু অফুৰন্ত কৰ্মশক্তিৰ কাৰণে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালো।

ডিগবৈ মহাবিদ্যালয় ৰূপালী জয়ন্তী
উদযাপন সমিতি
শ্ৰীৰফিক হুচেইন,
উপাধ্যক্ষ আৰু সাধাৰণ সম্পাদক

স্থান ঃ ডিগবৈ মহাবিদ্যালয়
তাং ইং ১৫।১১।৯২

# ভাষণাৱলী

বিভিন্ন সভা-সমিতিত, নানান উদ্বোধনী অনুষ্ঠান, আধাৰ শিলা স্থাপন, সাংস্কৃতিক সন্ধিয়া, সমাৰোহ, উৎসৱ, অধিবেশন, অভিবৰ্তন, প্ৰতিমূৰ্তি- প্ৰতিষ্ঠা উছৱ, সম্বৰ্ধনা সভা আদিত মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াদেৱে দিয়া ভাষণসমূহৰ খনচেৰেক বাদে প্ৰায়-বোৰৰ বিষয় বস্তুৱে একোখন ৰচনাৰ সমল বুকুত লৈ আহিছে। তাৰ উপৰি এইবোৰৰ বিষয়বস্তুও অধিক ব্যাপক। জীৱনৰ কৃতকাৰ্যতাৰ চাবিকাঠীও ইবোৰত পোৱা যায় আৰু সমসাময়িক ঘটনা-প্ৰৱাহৰ কথাও চেগাচোৰোকাকৈ অ'ত ত'ত পোৱা যায়।

আমি তেখেতৰ আটাইবোৰ ভাষণ আৰু বক্তৃতা নোপোৱা হেতুকে ইয়াত তুলি দিব পৰা নগল। যিখিনি আমাৰ হাতত পৰিছে, সেইখিনি মাত্ৰ ইয়াত দিলোঁ।

## পবিত্ৰ ঈদ মেহফিল অনুষ্ঠান

গুৱাহাটী—৪ এপ্ৰিল, ১৯৯৩

পবিত্ৰ ঈদ উপলক্ষে অনুষ্ঠিত ঈদ মেহফিলত অংশ গ্ৰহণ কৰিবলৈ পাই আনন্দবোধ কৰিছোঁ। পবিত্ৰ ঈদৰ কেতবোৰ মহান তাৎপৰ্য আছে। ঈদৰ অৰ্থ উৎসৱ। আৰবী অভিধান মতে 'ঈদ' ধাতুৰ উৎপত্তিগত অৰ্থ হৈছে প্ৰতি বছৰে পুনৰাগমন হোৱা। ইছলামধৰ্মী লোকসকলে বছৰত দুটা ঈদ পালন কৰে। এটা ঈদ-উল-ফিৎৰ আৰু আনটো হৈছে ঈদ-উজ-জোহা। এমাহ ৰোজা বা ব্ৰত পালনৰ পিছত ঈদ-উল-ফিৎৰ পালন কৰা হয়। এমাহ ৰোজা বা ব্ৰত পালনৰ পিছত মানুহৰ অন্তৰ সদ্য জন্মজাত শিশুৰ দৰেই পবিত্ৰ হয় বুলি মই জানো। ঈদ-উজ-জোহা হৈছে ত্যাগৰ উৎসৱ। এই ঈদত বিভিন্ন প্ৰকাৰৰ জন্তু কোৰবাণী কৰা হয়।

ঈদ-উল-ফিৎৰ যোৱা ২৫ মাৰ্চ তাৰিখে পালিত হৈ গৈছে। ঈদ-উজ-জোহা অহা ইংৰাজী ১ জুন তাৰিখে পালন কৰা হ'ব। দুয়োটা ঈদৰ মাজতে সদৌ অসম ঈদ সম্মিলনীয়ে "ঈদ মেহফিল"ৰ আয়োজন কৰাটো সন্তোষৰ কথা হৈছে। ঈদ মেহফিল পালনে বিভিন্ন জনগোষ্ঠীৰ মাজত শান্তি, সম্প্ৰীতি, ঐক্য আৰু সংহতিৰ বান্ধোন কটকটীয়া কৰি তুলিব নিশ্চয়। ইছলাম ধৰ্মই বিশ্ব-ভাতৃত্বৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে। কোৰাণ শ্বৰীফত কোৱা হৈছে—"হে মানৱ, আমি তোমালোকক এহাল নৰ-নাৰীৰ পৰা সৃষ্টি কৰিছোঁ। তোমালোকৰ পাৰস্পৰিক পৰিচিতিৰ বাবে তোমালোকক বিভিন্ন জাতি আৰু উপজাতিত বিভক্ত কৰিছোঁ। নিশ্চয় প্ৰভুৰ ওচৰত সেইজনেই সম্মানিত যিজন তাৰ প্ৰভু সম্পৰ্কে অধিক সচেতন। নিশ্চয় প্ৰভু সকলো বিষয়ৰ জ্ঞান আৰু খবৰ ৰাখোঁতা।" (কোৰাণ ৪৯ ঃ ৯৩)

ইছলামী বিশ্ব ভাতৃত্বৰ শিকনি সকলো জনগোষ্ঠীৰ লোকেই আদৰ্শ হিচাপে গ্ৰহণ কৰিব পাৰোঁ। বিশ্ব-ভাতৃত্বৰ মহান আদৰ্শেৰে অনুপ্ৰাণিত হৈ এখন ঐক্যবদ্ধ সমাজ গঠনৰ প্ৰয়োজনীয়তাৰ কথা উল্লেখ কৰিব পৰা যায়। জাতিৰ পিতা মহাত্মা গান্ধীয়েও এনে এখন ঐক্যবদ্ধ সমাজ গঠনৰ পোষকতা কৰিছিল।

যোৱা ৬ ডিচেম্বৰৰ অযোধ্যাৰ ঘটনাৰ পিছত গোটেই দেশ জুৰি সৃষ্টি হোৱা অশান্তিৰ সময়ত আমাৰ অসমে এক আদৰ্শ দাঙি ধৰিবলৈ সক্ষম হৈছে। শংকৰ-মাধৱ আৰু আজান ফকীৰৰ ৰাজ্য অসমত দুই এখন চহৰৰ বাদে সামগ্ৰিকভাৱে অসমৰ পৰিস্থিতি শান্ত হৈ আছিল। বিভিন্ন ঠাইতে বিভিন্ন জনগোষ্ঠীৰ লোকে শান্তি শোভাযাত্ৰা উলিয়াই মহান কৰ্তব্য পালন কৰিছিল। আমাৰ চৰকাৰেও শান্তি যাতে বিঘ্নিত নহয় তাৰবাবে বিশেষ ব্যৱস্থা হাতত লৈছিল। হাজোৰ হয়গ্ৰীৱ-মাধৱ মন্দিৰ আৰু পোৱা মক্কাই অসমৰ ধৰ্মীয় সম্প্ৰীতিৰ বাণী বহন কৰি আহিছে।

সদৌ অসম ঈদ সন্মিলনীৰ উদ্দেশ্য আৰু লক্ষ্য মহান। এইটো এটা সামাজিক, সাংস্কৃতিক সংগঠন। ইয়াৰ আগেয়েও এই সংগঠনে আয়োজন কৰা ঈদ মেহফিলত মই অংশ গ্ৰহণ কৰিছোঁ। সদৌ অসম ঈদ সন্মিলনীয়ে ইছলামী সংস্কৃতিৰ বিকাশত গুৰুত্ব দিলে অসমীয়া সংস্কৃতিৰ মূল শিপাডাল মজবুত হৈ উঠিব।

আমাৰ চৰকাৰে বিভিন্ন জাতি-উপজাতিৰ সংস্কৃতি বিকাশত গুৰুত্ব আৰোপ কৰিছে। শ্বাহ্-মিলান আজান ফকীৰৰ নামত এটা প্ৰেক্ষাগৃহ গুৱাহাটীত নিৰ্মাণৰ বাবে আমাৰ চৰকাৰে বিবেচনা কৰি আছে।

সদৌ অসম ঈদ সন্মিলনীৰ স্থায়ী কাৰ্যালয় নিৰ্মাণৰ বাবে চৰকাৰী মাটি আবণ্টন দিয়াৰ কথাও বিবেচনা কৰা হৈছে।

ঈদ মেহফিলে বিভিন্ন জনগোষ্ঠীৰ মাজত বিশ্ব-ভাতৃত্ব, প্ৰেম, ঐক্য আৰু সংহতিৰ নিৰৱিচ্ছিন্ন ধাৰা অব্যাহত ৰাখিবলৈ সক্ষম হওঁক। ঈদ মেহফিলে এনে এক পয়গাম জনসাধাৰণৰ মাজলৈ যাওঁক —এই আশাৰে।

খোদা হাফিজ্।

## 'অসম-উৰিষ্যা সাংস্কৃতিক সন্ধিয়া-'৯৩'
## ৰবীন্দ্ৰ ভৱন
## গুৱাহাটী—১ এপ্ৰিল, ১৯৯৩

আজিৰ অসম-উৰিষ্যা সাংস্কৃতিক সন্ধিয়াৰ মধুৰ উপলক্ষত মই ব্যক্তিগতভাৱে আৰু লগতে অসমবাসী ৰাইজৰ হৈ উৰিয়া সমাজলৈ

সাদৰ সম্ভাষণ আৰু শুভেচ্ছা জ্ঞাপন কৰিছো। অতিকৈ আনন্দৰ কথা যে যোৱা ন বছৰ ধৰি অসমবাসী উৰিয়া সমাজে অসম আৰু উৰিষ্যাৰ মাজত মিলনৰ সেঁতু গঢ়িবলৈ এনে ধৰনৰ অনুষ্ঠানৰ আয়োজন কৰি আহিছে। দৰাচলতে কবলৈ গলে অসম আৰু উৰিষ্যাৰ মাজত সুদূৰ অতীতৰে পৰা এক প্ৰেম-প্ৰীতি, দিয়া-নিয়াৰ সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্ক চলি আহিছে। পুৰীৰ জগন্নাথ মহাপ্ৰভুৰ মন্দিৰে যিদৰে যুগ যুগ ধৰি অসমীয়া ৰাইজক আকৰ্ষণ কৰি আহিছে, ঠিক সেইদৰে কামৰূপৰ কামাখ্যা মাৰ মন্দিৰেও ভক্তি প্ৰাণ উৰিয়া ৰাইজক যুগে যুগে টানি আনিছে মাৰ কাষলৈ। শ্ৰীক্ষেত্ৰ আৰু নীলাচলৰ শংখ, ঘণ্টা আৰু মন্ত্ৰধ্বনি একাকাৰ হৈ, ঐক্যতান হৈ অসম আৰু উৰিষ্যাৰ উভয় সমাজকে যুগে যুগে আপ্লুত কৰি ৰাখিছে। মহানদী আৰু ব্ৰহ্মপুত্ৰৰ সম্পৰ্ক আজিৰ নহয় এয়া অতি প্ৰাচীন।

আজিৰ পৰা পাঁচ শ বছৰৰো আগতে পুৰীৰ শ্ৰীক্ষেত্ৰৰ পৰা সাধক-প্ৰৱৰ বিষ্ণুপুৰী সন্যাসীয়ে জগন্নাথ মহাপ্ৰভুৰ দ্বাৰা স্বপ্নাদিষ্ট হৈ "ৰত্নাৱলী" শাস্ত্ৰৰ অৰ্থ বিচাৰি পূৰ্বদেশ অসমভূমিৰ মহাপুৰুষ শ্ৰীশ্ৰীশংকৰদেৱৰ ওচৰলৈ লৰৰি আহিছিল। তাৰ পিছত, মহাপুৰুষ শংকৰদেৱেও উৰিষ্যালৈ গৈ জগন্নাথ ধামতে বাহৰ পাতি প্ৰভুৰ দৰ্শন লাভ কৰাৰ উপৰিও উৰিষ্যাৰ সাধক বৰ্গৰ সৈতে আধ্যাত্মিক তত্বালোচনা তথা শাস্ত্ৰ চৰ্চা কৰেগৈ। এইদৰে ই অসম আৰু উৰিষ্যা ভূমিৰ মাজত জ্ঞান আৰু চিন্তা চৰ্চাৰ আদান-প্ৰদান তথা সমন্বয় গঢ়ি উঠিছিল। শংকৰদেৱে তেৰাৰ ৰচনা ৰাজিত সকলোৱে সহজে বুজি পোৱাকৈ যি ব্ৰজাৱলী ভাষা ব্যৱহাৰ কৰি গৈছে, প্ৰাচীন অসমীয়া সাহিত্যৰ সেই ভাষাই উৰিয়া ভাষাৰ সৈতে সুন্দৰ সাদৃশ্য দাঙি ধৰে। আজিও উৰিয়া আৰু অসমীয়া ভাষাৰ মিল দেখা যায়। আনহাতে, সামাজিক ভাৱেই হওঁক, সাংস্কৃতিক ভাৱেই হওঁক বা অৰ্থনৈতিক ভাৱেই হওঁক, অসম আৰু উৰিষ্যাৰ জনসাধাৰণৰ মাজৰ সাদৃশ্যও মন কৰিবলগীয়া।

উল্লেখ কৰিব খোজো যে মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে কীৰ্তন গ্ৰন্থত 'উৰেষা বৰ্ণনা' অৰ্থাৎ উৰিষ্যাৰ বৰ্ণনা বুলি এটা অধ্যায় সন্নিবিষ্ট কৰি গৈছে। ইন্দ্ৰদ্যুম্ন ৰজাই কিদৰে পুৰীৰ শ্ৰীক্ষেত্ৰত কৃষ্ণ,

বলভদ্ৰ, সুভদ্ৰাৰ মূৰ্তি সাজি, দিব্য দোল বান্ধি আৰ্ত জনগণক 'অপ্ৰয়াসে মহাসিদ্ধি' লাভৰ সুবিধা কৰি দিলে তাৰ লগতে তাহানিৰ উৰিষ্যা ৰাজ্যৰ এটি সুন্দৰ বৰ্ণনাও দি গৈছে। মহানদীক তেওঁ গংগাৰ সমান পবিত্ৰ নদী বুলি আখ্যা দি মহানদীৰ দুই পাৰে বাস কৰা উৰিয়া সমাজৰ লগতে শ্ৰীক্ষেত্ৰৰ বিষয়ে এইদৰে কৈছে—

"হৃষ্ট পুষ্ট লোক তাত সদায়।
বসনে ভূষণে ভূষিত কায় ॥
বেদাবিদ বিপ্ৰ আছে অপাৰ।
প্ৰত্যহ অগ্নিহোত্ৰ সিজৈ যাৰ ॥
সদায় নু গুচৈ শাস্ত্ৰ আলাপ।
বেদধ্বনি শুনি পলায় পাপ ॥
ক্ষেত্ৰত আছৈ যত নাৰীগণ।
সবাৰো গাৱে শোভে আভৰণ ॥
আয়ত লোচন পদ্মৰ পাসি।
নু গুছৈ মুখত ঈষত হাসি ॥
অনেক তপস্বী তপ আচৰৈ।
সন্ন্যাসীসবে বসি ধ্যান কৰৈ ॥
পৰম দুৰ্লভ ক্ষেত্ৰক পাই।
গুণন্ত পাছে ইন্দ্ৰদ্যুম্ন ৰায় ॥
ঐত আৰাধিব বিষ্ণুক আমি।
পৰম পুৰুষ জগত স্বামী ॥"

এইদৰে শ্ৰীমন্ত শংকৰদেৱে পাঁচ শ বছৰৰো আগতে উৰিষ্যাৰ সামাজিক, সাংস্কৃতিক পৰিচয় অসমীয়া ৰাইজৰ আগত দাঙি ধৰি আবেগিক ঐক্যৰ বন্ধন সুদৃঢ় কৰি থৈ গৈছে আৰু ভক্তি ধৰ্মৰ ৰসেৰে আপ্লুত কৰি উভয় ৰাজ্যৰ মাজত সমন্বয়ৰ সেঁতু গঢ়ি থৈ গৈছে। আধুনিক যুগত অসমীয়া সাহিত্যৰ গুৰি ধৰোতা সাহিত্য-ৰথী লক্ষ্মীনাথ বেজবৰুৱাইও উৰিষ্যাৰ সম্বলপুৰকে কৰ্মস্থান হিচাপে বাচি লৈছিল। বেজবৰুৱাদেৱে তেওঁৰ লিখনীৰ বহুতো গল্প, কাহিনীৰ পটভূমি হিছাপে তাহানিৰ উৰিষ্যাৰ পটভূমিকে ব্যৱহাৰ কৰিছে আৰু সেই লিখনীবোৰেও অসমীয়াৰ অন্তৰত উৰিষ্যাৰ লগত এক অন্তৰংগ সম্বন্ধৰ ভাৱকেই জগাই আহিছে।

দুৰ্য্যোধন ৰাজ্যৰ মাজৰ এনে ঐতিহ্যপূৰ্ণ প্ৰেম-প্ৰীতিৰ পৰম্পৰাক প্ৰগাঢ় কৰি আগবঢ়াই লৈ যোৱাৰ উদ্দেশ্যে অনুষ্ঠিত কৰা আজিৰ এই সাংস্কৃতিক সন্ধিয়াৰ উদ্যোক্তাসকলৰ প্ৰতি মই আন্তৰিক ধন্যবাদ জনাইছো। আশা কৰো, আপোনালোকে এনে প্ৰচেষ্টা অব্যাহত ৰাখিব আৰু অসম আৰু উৰিষ্যাৰ জনগণে হাতত হাতে ধৰি ঐক্য-সংহতি, বুজাবুজি আৰু অৰ্থপূৰ্ণ সহযোগিতা চিৰ যুগমীয়া কৰি ৰাখিব।

ধন্যবাদ।

## অসম মহাবিদ্যালয় শিক্ষক সন্থাৰ ৪২ তম বাৰ্ষিক সন্মিলনৰ মুকলি অধিবেশন

ডিগবৈ—২৮ ফেব্ৰুৱাৰী, ১৯৯৩

অসমৰ প্ৰাচীনতম তৈলনগৰী ডিগবৈ চহৰত অনুষ্ঠিত 'অসম কলেজ শিক্ষক সন্থা''ৰ দুই-চত্বাৰিংশ ৩ দিনীয়া বাৰ্ষিক সন্মিলনৰ আজি সামৰণি দিনাৰ মুকলি সভাত আপোনালোকৰ মাজত উপস্থিত হৈ দু-আষাৰ কবলৈ পাই মই গভীৰ গৰ্ব অনুভৱ কৰিছোঁ।

সভ্য জগতৰ বাবে শিক্ষা অবিচ্ছেদ্য অঙ্গ। শিক্ষাই সভ্যতাক প্ৰগতিৰ পথেৰে আগুৱাই নিয়ে। উপযুক্ত শিক্ষা ব্যৱস্থাই মানুহক ব্যক্তিগত ভাৱে জ্ঞান-গৰিমাৰ পোহৰ বিলাই মানসিক উৎকৰ্ষ সাধন কৰাই নহয় এখন নিষ্পেষণহীন কল্যাণ-কামী ৰাষ্ট্ৰগঠনতো শিক্ষাৰ ভূমিকা অপৰিহাৰ্য। সুস্থ শিক্ষা ব্যৱস্থাই মানব সম্পদ বিকাশৰ জৰিয়তে অৰ্থনৈতিক, সামাজিক তথা সাংস্কৃতিক বিকাশৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ বৰঙণি যোগায়।

১৮২৬ চনত বৃটিশৰ পদাৰ্পণ হোৱাৰ পৰাই অসমত আধুনিক শিক্ষাৰ ইতিহাসৰ শুভাৰম্ভ হয় বুলি ক'ব পাৰি। বিদেশী মিশ্যনেৰী সকলে লোৱা আগভাগৰ ফলস্বৰূপে ১৮৪১ চনৰ পৰা ১৮৭৫ চনৰ ভিতৰত অসমত ১২৯৩ খন শিক্ষানুষ্ঠান গঢ়লৈ উঠে।

অসমত উচ্চ শিক্ষাৰ প্ৰাণকেন্দ্ৰ 'কটন কলেজ', ১৯০১ চনত স্থাপিত হয়। শিক্ষাৰ প্ৰসাৰ দ্ৰুততৰ কৰিবৰ উদ্দেশ্যে ১৯০৫ চনত

শিক্ষা বিভাগ'টো সৃষ্টি কৰা হয়। কিন্তু স্বাধীনতা লাভৰ সময়ৰ পৰাহে অসমত প্ৰকৃতাৰ্থত শিক্ষানুষ্ঠানৰ সম্প্ৰসাৰণ বৃদ্ধি পায়। প্ৰাথমিক, মাধ্যমিক, উচ্চ আৰু উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ কথা বাদ দি কেৱল কলেজ বা মহাবিদ্যালয়ৰ সংখ্যা ১৯৪৭-৪৮ চনত মুঠ ৭ খনৰ বিপৰীতে ১৯৮৯ চনত চৰকাৰী কলেজ ৪ খন, ঘাটি সাহায্য মঞ্জুৰী পদ্ধতিৰ অধীনত ১৫১ খন অনা-চৰকাৰী কলেজ, সাহায্য মঞ্জুৰীৰ তদৰ্থ-পদ্ধতিৰ অধীনত ৩৭ খন অনা-চৰকাৰী কলেজ হয়গৈ। তদুপৰি ৮ খন আইন কলেজ, দুখন সংস্কৃত কলেজ, ৩ খন চিকিৎসা মহাবিদ্যালয়, দু খন পশুচিকিৎসা মহাবিদ্যালয় আৰু তিনিখন অভিযান্ত্ৰিক শিক্ষা প্ৰতিষ্ঠানো গঢ় লৈ উঠে।

স্বাধীনতা লাভৰ বছৰটোতে গুৱাহাটী বিশ্ববিদ্যালয় আৰু ১৯৬৫ চনত ডিব্ৰুগড় বিশ্ববিদ্যালয় স্থাপিত হোৱাৰ পৰাই অসমৰ শিক্ষা জগতত এক নতুন যুগৰ সৃষ্টি হয়। ১৯৬৯ চনত যোৰহাটত এখন কৃষি বিশ্ববিদ্যালয় স্থাপিত হোৱাৰ উপৰিও অসমত এখন আয়ুৰ্বেদিক, এখন হোমিওপেথিক, এখন প্ৰশাসনীয় প্ৰশিক্ষণ মহাবিদ্যালয়, ৭ খন শিক্ষক প্ৰশিক্ষণ মহাবিদ্যালয়, দুখন কৃষি মহাবিদ্যালয়, এখন ধাত্ৰী প্ৰশিক্ষণ মহাবিদ্যালয়, এখন সঙ্গীত মহাবিদ্যালয় আৰু কেবাখনো পলিটেক্নিক শিক্ষানুষ্ঠান গঢ়লৈ উঠিছে।

বৰ্তমান ৰাজ্য চৰকাৰে সম্পূৰ্ণ সাক্ষৰতাৰ ওপৰত অধিক মনোনিবেশ কৰাৰ লগতে প্ৰাইমেৰীৰ পৰা আৰম্ভ কৰি বিশ্ববিদ্যালয়ৰ স্তৰলৈকে শিক্ষাৰ মান উন্নততৰ কৰাৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিছে। নতুন শিক্ষানীতিৰ নিৰ্দেশনাৱলীক অষ্টম পঞ্চবাৰ্ষিক পৰিকল্পনাত বিশেষ স্থান দিয়া হৈছে। কলেজ সমূহত শিক্ষাৰ বিষয় বৃদ্ধি কৰাৰ লগে লগে পাঠ-দান কৰা আৰু নকৰা পদৰ সংখ্যাও যথেষ্ট বৃদ্ধি কৰা হৈছে। ১৯৯১-৯২ বছৰটোত অসমৰ ডিগ্ৰী কলেজসমূহৰ বাবে সৰ্বমুঠ ১১৮৬ টা পদৰ সৃষ্টি কৰা হয়। তাৰে ৭১৯ টা পাঠদান কৰা আৰু ৪৪৯ টা পাঠদান নকৰা পদ। বিজ্ঞান আৰু বাণিজ্যিক শিক্ষাৰ উন্নয়নৰ বাবে বিজ্ঞান বিভাগৰ ৫ টা শাখা আৰু বাণিজ্যৰ ৩টা শাখা ঘাটি সাহায্য মঞ্জুৰী পদ্ধতিৰ অধীনলৈ অনা হৈছে। এই বিলাকৰ উপৰিও কেৱল কলা বিভাগৰ ৭ খন

তদৰ্থ কলেজকো ঘাটি সাহায্য মঞ্জুৰীৰ অধিনলৈ অনা হৈছে। কেইখনমান নিৰ্বাচিত কলেজত ইলেকট্ৰনিকচ্ আৰু কম্পিউটাৰ পাঠ্যক্ৰমৰ সূচনা কৰা হৈছে। ইয়াৰ বাবে প্ৰয়োজনীয় ষ্টাফৰ নিযুক্তি দিয়া হৈছে। বিজ্ঞান বিষয়ত গৱেষণাগাৰৰ উন্নয়নৰ বাবে ৪১ খন কলেজক বাৰ্ষিক বিজ্ঞান অনুদান দিয়াৰ ব্যৱস্থাও আমি কৰিছোঁ।

অনুসূচীত জাতি আৰু জনজাতীয় সম্প্ৰদায়ৰ প্ৰগতিৰ বাবে সেইবিলাক অঞ্চলত ভৱন নিৰ্মাণৰ সাহায্য মঞ্জুৰ কৰা হৈছে। ডিব্ৰুগড় বিশ্ববিদ্যালয়ত 'অনিৰুদ্ধদেৱ আসন' খোলাৰ লগতে শিক্ষা বিষয়ত এক নতুন স্নাতকোত্তৰ এম, এ, পাঠ্যক্ৰম আৰু সুকীয়া সুকীয়া কৈ বি, এড্, আৰু এম, এড্, পাঠ্যক্ৰম প্ৰণয়ন কৰা হৈছে। আগৰ বছৰবিলাকৰ তুলনাত এইবাৰ বিশ্ববিদ্যালয় অনুদান আয়োগৰ সাহায্যৰ পৰিমাণো বৰ্দ্ধিত হাৰত পোৱা গৈছে।

ৰাজ্যখনত উচ্চ শিক্ষাৰ সম্প্ৰসাৰণ ঘটোৱাৰ উদ্দেশ্যে কটন কলেজক স্নাতকোত্তৰ পৰ্যায়লৈ উন্নত কৰাৰ প্ৰক্ৰিয়া অব্যাহত আছে আৰু সেই উদ্দেশ্যে ১৯৯১-৯২ৰ বিত্তীয় বছৰটোত ২৮ টা পদ কটন কলেজত সৃষ্টি কৰা হৈছে। তাৰে ২২ টা পদ পাঠদান কৰা পদ।

বিজ্ঞান আৰু কাৰিগৰী শিক্ষাৰ বিভিন্ন শাখাত বিজ্ঞান শিক্ষা আৰু গৱেষণাৰ উন্নতি সাধনৰ বাবে 'অসম বিজ্ঞান সমিতি'ক বাৰ্ষিক অনুদান দিয়া হৈছে। তদুপৰি নতুনকৈ স্থাপন কৰা প্লাজ্মা ফিজিক্স্ কেন্দ্ৰটোৱে গুৱাহাটীত কাম আৰম্ভ কৰিছে। নতুন দিল্লীত স্নাতকোত্তৰ শিক্ষা গ্ৰহণ কৰিবলৈ যোৱা অসমৰ ছাত্ৰী সকলৰ থকাৰ সুবিধাৰ বাব "কামৰূপা" নামৰ এখন ছাত্ৰীনিবাস দিল্লীত স্থাপন কৰা হৈছে।

ৰাজ্যখনত উচ্চশিক্ষাৰ উন্নতিসাধনৰ বাবে প্ৰশাসনীয় ক্ষেত্ৰতো কিছুমান ব্যৱস্থা গ্ৰহণ কৰা হৈছে। নতুন শিক্ষা নীতি অনুসৰি মহাবিদ্যালয় সমূহত নিয়মীয়া পৰিদৰ্শনৰ ওপৰত প্ৰাধান্য দিয়া হৈছে। কেৱল অৰ্হতা আৰু মেধাশক্তিৰ ভিত্তিতহে যাতে উপযুক্ত শিক্ষক নিৰ্বাচন কৰা হয় তাৰ বাবেও কলেজ কৰ্তৃপক্ষক অনুৰোধ জনোৱা হৈছে।

শিক্ষক সকলক উৎসাহিত কৰিবৰ বাবে বিশ্ববিদ্যালয় অনুদান আয়োগৰ নিৰ্দেশনা অনুসৰি জ্যেষ্ঠতাৰ নিৰিখিত দৰমহা দিয়াৰ আচঁনি ৰূপায়ণ কৰা হৈছে। কলেজৰ গ্ৰন্থাগাৰিক সকলক, প্ৰয়োজনীয় অৰ্হতা থাকিলে প্ৰবক্তাই পোৱা নিৰিখতে দৰমহা দিয়াৰ ব্যৱস্থা কৰা হৈছে। চৰকাৰী চাকৰীয়ালৰ দৰেই অনা-চৰকাৰী কলেজৰ শিক্ষক সকলকো চিকিৎসা বানচ, ঘৰভাড়া বানচ আদিৰ সা-সুবিধা দিয়াৰ উপৰিও যক্ষ্মা, কেন্সাৰ আদি ৰোগত ভোগা শিক্ষক সকলৰ বাবে বিশেষ ছুটীৰ ব্যৱস্থা আছে।

শিলচৰ আৰু তেজপুৰত দুখন কেন্দ্ৰীয় বিশ্ববিদ্যালয় আৰু উত্তৰ গুৱাহাটীত আই, আই, টি, স্থাপনৰ কাম চৰকাৰে অনতি পলমে আৰম্ভ কৰিব। প্ৰস্তাৱিত গেচ ক্ৰেকাৰ আৰু নুমলীগড় তেলশোধনাগাৰৰ বাবে আমাক এক বৃহৎ সংখ্যক কাৰিগৰী আৰু বাণিজ্যিক জ্ঞান থকা লোকৰ প্ৰয়োজন হ'ব। এই মানৱ সম্পদৰ চাহিদা পূৰণ কৰিব লাগিব আমাৰ শিক্ষা ব্যৱস্থাই।

অসম চৰকাৰে অনুসূচীত জাতি পৰিকল্পনাৰ অধীনত ১৪ খন বে-চৰকাৰী কলেজৰ প্ৰতিখনলৈ ৫০ হেজাৰ টকাকৈ এককালীন বিল্‌ডিং মঞ্জুৰী আৰু ৮ খন বে-চৰকাৰী কলেজৰ প্ৰতিখনলৈ ২০ হেজাৰকৈ, ছোৱালীৰ জিৰণি কোঠা নিৰ্মাণৰ বাবে এককালীন মঞ্জুৰী দিছে। উল্লেখযোগ্য যে কেইখনমান দুৰ্বল অৱস্থাৰ কলেজৰ উন্নয়নৰ বাবে আৰু প্ৰায় ৭০ লাখ আৰ্থিক সাহায্য দান দিয়া হৈছে।

শ্ৰদ্ধেয় ৰাইজ, দেশ আৰু ৰাজ্যখনত বৰ্তমান দেখা দিয়া সাম্প্ৰদায়িকতা, সন্ত্ৰাস আদিৰ বাবে আমি কিছুমান কাম কৰিব পৰা নাই। এনে অৱস্থা চলি থাকিলে জাতীয় ঐক্য, সংহতি আৰু সমন্বয়ৰ ক্ষেত্ৰত, অহা শতিকাৰ ফালে আমাৰ দেশে প্ৰত্যাহ্বানৰ সন্মুখীন হ'ব লাগিব। এই প্ৰত্যাহ্বানৰ সন্মুখীন হ'ব পৰাকৈ দেশৰ নাগৰিকক নতুন শিক্ষানীতিয়ে প্ৰস্তুত কৰিব লাগিব। ভাল শিক্ষাৰ উদ্দেশ্য ভাল স্নাতক কৰি গঢ়াই নহয়, তেওঁলোকক ভাল ভাৰতীয় নাগৰিক কৰি গঢ়ি তোলাহে। ধৰ্ম নিৰপেক্ষ মনোভাৱ আৰু গণতন্ত্ৰৰ মূল্যবোধ দেশৰ প্ৰগতিৰ বাবে একান্তই প্ৰয়োজন আৰু ইয়াৰ দায়িত্ব একমাত্ৰ সুশিক্ষাইহে বহন কৰিব পাৰিব। শিক্ষাৰ

যোগেদি শিক্ষাৰ্থীয়ে মনৰ দিগন্ত বহল কৰাৰ কাৰণে বিভিন্ন ধৰ্ম, আদৰ্শ আৰু সংস্কৃতিৰ গভীৰ জ্ঞান আয়ত্ব কৰিব লাগিব। ভাৰতীয় শিক্ষাৰ প্ৰগতিৰ কাৰণে কেন্দ্ৰীয় আৰু ৰাজ্যিক চৰকাৰ উভয়ে সমানে আগবাঢ়ি আহিব লাগিব আৰু তাত সহযোগ কৰিব লাগিব আমাৰ শিক্ষক সমাজে আৰু সমাজৰ চিন্তাশীল ব্যক্তি সকলে।

আজি আপোনালোকৰ এই পবিত্ৰ সন্মিলনৰ সামৰণি দিবসত সকলোলৈকে আন্তৰিক শুভেচ্ছা, শ্ৰদ্ধা আৰু অভিনন্দন জনাই মই বক্তব্যৰ সামৰণি মাৰিছোঁ। ধন্যবাদ

॥ জয় হিন্দ ॥

## শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ
## ৬২তম বাৰ্ষিক অধিবেশন

দুলিয়াজান, ১৩ ফেব্ৰুৱাৰী, ১৯৯৩

শ্ৰীমন্ত শংকৰদেৱ সংঘৰ পদাধিকাৰ বাপ, অভ্যৰ্থনা সমিতিৰ সভাপতি বাপ, আৰু ভক্তপ্ৰাণ ৰাইজ,

অসমৰ সৰ্ববৃহৎ গণতান্ত্ৰিক ধৰ্মীয় অনুষ্ঠান শ্ৰীমন্ত শংকৰদেৱ সংঘৰ ৬২তম বাৰ্ষিক অধিবেশন উপলক্ষে অনুষ্ঠিত এই মুকলি সভাত আপোনাসবলৈ মোৰ সশ্ৰদ্ধ প্ৰণাম জনাইছোঁ। পৃথিবীৰ ভিতৰতে অদ্বিতীয় মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে আজিৰ পৰা পাঁচশ বছৰৰ পূৰ্বে ভাৰতবৰ্ষৰ এই পূৰ প্ৰান্তত অৱতাৰ গ্ৰহণ কৰি ধৰ্মীয় সমাজবাদ প্ৰতিষ্ঠা কৰি গৈছে। সেই সময়ত যি ধৰ্মৰ ব্যভিচাৰ হৈছিল, তাৰ ভিতৰত মানৱে ধৰ্মৰ নামত মানৱীয় অধিকাৰ আৰু সমতাৰ পৰা বঞ্চিত হৈছিল। ধৰ্মত জাত-কুল, উচ্চ-নীচৰ সুউচ্চ প্ৰাচীৰ আছিল। নীচ কুলত জন্মাসকলে ধৰ্ম চৰ্চ্চা আৰু সামাজিক মৰ্যাদাৰ পৰা বঞ্চিত হৈছিল। মহাপুৰুষ শ্ৰীশংকৰদেৱে এক শৰণ হৰিনাম ধৰ্ম প্ৰচাৰ কৰি ব্ৰাহ্মণৰ পৰা চণ্ডাললৈকে সমস্তৰে বাবে ধৰ্মত সম অধিকাৰ স্থাপন কৰিলে। ব্ৰাহ্মণ-চণ্ডাল আদি কুল বিভাজন নিঃশেষ কৰি সৰ্ব মানৱৰ কল্যাণৰ হকে তেৰাই নাম ধৰ্ম

আমাক দান কৰিলে। সকলো সম্প্ৰদায়ক সম মৰ্যাদা প্ৰদান কৰাৰ বাবে নাম ধৰ্ম হৈ পৰিল গণতান্ত্ৰিক সমাজবাদৰ ভেটি স্বৰূপ। আজি পৃথিৱীত ধৰ্মৰ নামত যি হিংসা-দ্বেষ, লুণ্ঠন-হত্যা আৰু নৰমেধ যজ্ঞ হব ধৰিছে ভাবিলে বিস্ময় মানিব লাগে। কিন্তু মহাপুৰুষে প্ৰতিষ্ঠা কৰি থৈ যোৱা এইখন অসমীয়া সমাজত আমি কোনো দিন ধৰ্ম খৰিয়াল দেখা নাপাওঁ। পৰ্বত-ভৈয়ামত বসবাস কৰা বিভিন্ন জাতি-উপজাতি, বিভিন্ন ভাষা-ভাষী, বিভিন্ন ধৰ্মৰ লোকসকলে বৃহৎ শঙ্কৰী আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ শান্তিপূৰ্ণ-ভাৱে সহঅৱস্থান কৰি আছে।

এই মহান আদৰ্শকে মূল ভেটি হিচাবে লৈ কুৰি শতিকাৰ গণতান্ত্ৰিক সমাজ ব্যৱস্থাৰ লগত ৰজিতা খুৱাই অসমীয়া সমাজে শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ নিচিনা সুবৃহৎ গণতান্ত্ৰিক ধৰ্মীয় অনুষ্ঠান গঢ়ি তুলিলে। ই এটি ধৰ্মীয় অনুষ্ঠানেই নহয়, ইয়াৰ পৰিসীমাৰ ভিতৰত অসমীয়া সাহিত্য-সংস্কৃতিও সোমাই আছে। গাৱেঁ-ভূঞেঁ, নগৰে-চহৰে দিনক দিনে সংঘৰ শাখা-প্ৰশাখা বৃদ্ধি হৈছে আৰু উজনিৰ পৰা নামনিলৈ সমগ্ৰ অসমীয়া সমাজক সংঘই সাৱটি লৈছে। য'তে ভকতসকলক লগ পাওঁ, ত'তেই একেটি মাথো সেৱাৰ আদৰ্শ বিৰাজ কৰা দেখা পাওঁ। 'জয় গুৰু শঙ্কৰ' এই মহামন্ত্ৰৰ ধ্বনিত আজি অসমৰ আকাশ বতাহ মুখৰিত হৈ উঠিছে। যি জাতিয়ে গুৰুক চিনি পায় আৰু গুৰু-আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ কৰ্মৰ পথত ভৰি দিয়ে, সেই জাতিৰ জয় সুনিশ্চিত।

আজি ভাৰতবৰ্ষত ধৰ্মৰ নামত যি ধ্বংসলীলা সংঘটিত হৈছে, সি নিতান্ত দুৰ্ভাগ্যজনক। ধৰ্মৰ গ্লানিয়ে সাময়িকভাৱে হলেও ভাৰতৰ বায়ুমণ্ডল বিষাক্ত কৰি তুলিছে। সৌভাগ্যৰ কথা এয়ে যে অসমৰ শঙ্কৰী সমাজ ব্যৱস্থাত এনে গ্লানি নাই। আমি মহাপুৰুষীয়া আদৰ্শ সমগ্ৰ ভাৰতবৰ্ষত প্ৰচাৰ কৰিব লাগিব। মহাপুৰুষৰ বাণী-সমূহ কীৰ্তন-দশম-বৰগীতৰ পৰা সংগ্ৰহ কৰি সমগ্ৰ ভাৰতবৰ্ষত প্ৰচাৰ কৰিব লাগিব। মই আশা কৰিছোঁ শ্ৰীমন্ত শঙ্কৰদেৱ সংঘই এই ক্ষেত্ৰত আগ ভাগ লব আৰু মানৱীয় মৰ্যাদা ৰক্ষা কৰিবৰ বাবে অহোপুৰুষাৰ্থ কৰিব। তদুপৰি, আমাৰ মাজতে যিসকল লোকে নীতি-আদৰ্শৰ পৰা বিচলিত হৈছে, হিংসা-দ্বেষত লিপ্ত হৈছে, সেই

সকলকো শ্ৰীমন্ত শঙ্কৰদেৱৰ ধৰ্মীয় আদৰ্শৰে পুনৰ সৎ পথলৈ টানি আনিব লাগিব। আমি মনত ৰাখিব লাগিব যে হিংসাৰ দ্বাৰা কোনো কালে শান্তি-প্ৰগতি লাভ কৰিব নোৱাৰি। সেয়ে, মহাপুৰুষে দাতাত চোৰত সম দৃষ্টি ৰাখি চলিবলৈ, পৰৰ ধৰ্ম কৰ্মক হিংসা নকৰিবলৈ, নিন্দা নকৰিবলৈ আমাক বাৰে বাৰে সকিয়াই দিছে। আহক, আজিৰ এই পবিত্ৰ ক্ষণত আমি সংকল্পবদ্ধ হওঁ—'হে পৰম গুৰু! আমাক শক্তি দিয়া, সুমতি দিয়া; আমি যেন তোমাৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ জগতত শান্তি-মৈত্ৰী-প্ৰগতিৰ হকে অহৰহ কাম কৰি যাব পাৰোঁ; আমাৰ জন্ম কৰ্ম ধন্য কৰিব পাৰো; দেশ মাতৃৰ মুখ উজ্জ্বলাব পাৰোঁ –

'ধন্য ধন্য কলিকাল,
ধন্য নৰতনু ভাল,
ধন্য ধন্য ভাৰতবৰিষ'—

এই মহান বাণীৰ সাৰ্থক ৰূপায়ন কৰিব পাৰো। জয় গুৰু শঙ্কৰ।

## পাহাৰ-ভৈয়াম উৎসৱ

### নগাওঁ—২২ ফেব্ৰুৱাৰী, ১৯৯৩

জয়জয়তে মই পাহাৰ-ভৈয়াম উৎসৱৰ দুদিনীয়া অনুষ্ঠানৰ এই সভাত উপস্থিত হবলৈ পাই ধন্য মানিছোঁ আৰু আপোনালোক সদৌটিকে মোৰ আন্তৰিক শুভকামনা জ্ঞাপন কৰিছোঁ।

আজিৰ এই অনুষ্ঠানৰ অন্য এক তাৎপৰ্যও আছে। নগাওঁ পৌৰসভাৰ শতবৰ্ষ পালনৰ এক অংশ হিচাপে অনুষ্ঠিত কৰিবলৈ লোৱা পাহাৰ-ভৈয়াম উৎসৱে নিঃসন্দেহে উদ্যোক্তাসকলৰ সাংস্কৃতিক চেতনাবোধৰ স্বাক্ষৰ বহন কৰে। আশা কৰা হৈছে—এই উৎসৱ উদ্‌যাপনৰ ফলত আমাৰ জাতীয় চেতনাবোধ জাগ্ৰত কৰাৰ লগতে বিভিন্ন শ্ৰেণীৰ, বিভিন্ন জনগোষ্ঠীৰ লোকৰ মাজত সংহতি আৰু সম্প্ৰীতিৰ এনাজৰী সুদৃঢ় কৰাত যথোচিত বৰঙণি আগবঢ়াব।

শ্ৰদ্ধেয় ৰাইজ, আমাৰ ৰাজ্যখন বাৰে বৰণীয়া সংস্কৃতিৰে সমৃদ্ধ। ইয়াৰ সাংস্কৃতিক পৰম্পৰা অধিক সমৃদ্ধ আৰু চহকী কৰি তুলিছে বিভিন্ন জনগোষ্ঠীৰ নিজ নিজ কৃষ্টি-সংস্কৃতিৰ বিচিত্ৰ উপাদানে। বড়ো, টিৱা, চাহ-জনজাতি, শিখ, কাৰ্বি আৰু ডিমাছাসকলৰ গীত-মাত, সংগীত, নৃত্য আদিৰে পুষ্ট সাংস্কৃতিক চৰিত্ৰ স্বকীয় বৈশিষ্ট্যৰে প্ৰোজ্জ্বল। আপোনালোকে জানে যে আমাৰ ৰাজ্যৰ পাহাৰী জনজাতি কাৰ্বিসকলৰ মাজত লিখিত পদপুথিৰ তুলনাত মৌখিক গীত-মাতেই অধিক। কাৰ্বি লোক সাহিত্যসমূহ ছন্দোবদ্ধ আকাৰত কবিতাৰ ৰূপত পোৱা যায়। কাৰ্বি জনসমাজৰ মাজত 'ৰেত কিনং 'আলুন' (ঝুম খেতি কৰা গীত), 'লুন ফাৰৰঃ' (বনগীত), 'দমাহী কিকান আলুন' (বিহুগীত), 'অছ কিপাৰ্দিক আলুন' (নিচুকনি গীত) আদিয়ে কাৰ্বি জনজীৱনক সুৰেৰে, গানেৰে বান্ধ খুৱাই ৰাখিছে। এটি উদাহৰণ দিয়া যাওঁক। কৃষিজীৱী কাৰ্বি সকলে পাহাৰৰ বননি চিকুনাই গুটি সিঁচিবৰ সময়ত ডেকা-গাভৰু, বুঢ়া-বুঢ়ী সবে মিলি শাৰী পাতি কোৰেৰে মাটি চহায় আৰু 'ৰত কিনং আলুন' গাই গাই এক বিশেষ ভংগীমাৰে নৃত্য কৰি সমস্বৰে গায় ঃ

"ইংহে ৱা অ হয়লে হাই সৰি লাও
হাই হাই।........অ' ৱাংবে অ' লাছে
কাৰ্বি আপানিং আহি ৱাংৰে।।"

এনেধৰণৰ গীত-মাতত বিৰহ-বেদনাৰ প্ৰকাশৰ লগতে বীৰত্বপূৰ্ণ ৰসবৰ্ণনাও পোৱা যায়।

ইয়াৰ উপৰিও কাৰ্বিসকলে মাংগলিক কাৰ্য্য বা পূজা পাতল বিশেষ বিশেষ গীত-মাতৰ জৰিয়তে সম্পন্ন কৰে। 'ছমাংকান' নামৰ এক বিচিত্ৰানুষ্ঠানৰ পৰা কাৰ্বিসকলৰ নৃত্য-গান প্ৰদৰ্শনৰ প্ৰশংসনীয় দক্ষতাৰ প্ৰমাণ পোৱা যায়।

উত্তৰ কাছাৰ পাহাৰৰ ডিমাছা-কছাৰী সকলৰো কৃষি-সংস্কৃতিয়ে অসমৰ সামগ্ৰিক সাংস্কৃতিক জীৱনলৈ প্ৰভূত অৰিহণা যোগাইছে। কোনো এজন ব্যক্তিৰ মৃত্যুৰ পিছত শৱটোক বগা কাপোৰেৰে ঢাকি আঠ-ন দিন পৰ্য্যন্ত ৰাখি মৃতদেহটোৰ চৌপাশে ঘেৰি ডেকা-গাভৰুবোৰে কৰুণ সুৰেৰে মানৱ জীৱন স্থায়িত্বহীনতাক স্বীকাৰ

কৰি জীৱন কালত সজ-কৰ্মৰ জৰিয়তে যে স্বৰ্গপ্ৰাপ্তি লাভ কৰিব পাৰি—এই কথা ঘোষণা কৰে। মিলিত কণ্ঠেৰে গোৱা কৰুণ গীতৰ মাজে মাজে এক বিশেষ সুৰ আৰোপ কৰি ঢোল বজাই পৰিবেশটো ৰসাল কৰি তোলে।

অসমৰ ভৈয়ামৰ লোকসকলৰ অতি আদৰৰ বাপতিসাহোণ বিহু আমাৰ জাতীয় জীৱনৰ সাংস্কৃতিক সম্পদ হৈ পৰিছে। সমাজৰ ভিন্ ভিন্ সম্প্ৰদায়ৰ লোকৰ মাজত ঐক্য-সম্প্ৰীতিৰ ডোল কটকটীয়া কৰাত এনে ধৰণৰ সাংস্কৃতিক কাৰ্য্যসূচীৰ ভূমিকা অনস্বীকাৰ্য্য।

বড়োসকলৰ বাথৌ উৎসৱ, মিচিং সম্প্ৰদায়ৰ পৰাগ উৎসৱ আৰু আলি আয়ে লিগাং আদি উৎসৱে এই জনগোষ্ঠীসমূহৰ স্বকীয় পৰিচিতি বহন কৰাৰ লগতে আমাৰ বৃহত্তৰ অসমীয়া সমাজৰ কৃষ্টি-সংস্কৃতিৰ ভঁৰাল চহকী কৰিছে আৰু সমাজ জীৱনলৈ নতুন আয়তন কঢ়িয়াই আনিছে। সংহতি-সাধনতো এই উৎসৱসমূহৰ তাৎপৰ্য্যপূৰ্ণ ভূমিকা আছে।

শ্ৰদ্ধেয় ৰাইজ, পাহাৰ-ভৈয়াম উৎসৱৰ এই অনুষ্ঠান আৰু অন্যান্য সাহিত্য সম্পৰ্কীয় ( Literary ) আৰু সাংস্কৃতিক কাৰ্য্যসূচীবোৰে আমাৰ বিভিন্ন সম্প্ৰদায়ৰ লোকৰ মাজত আবেগিক সংহতিৰ সেঁতু ৰচনা কৰিবলৈ সমৰ্থ হব বুলি মই আশা কৰিছোঁ।

সম্প্ৰতি আমাৰ দেশত—দেশৰ সামগ্ৰিক উন্নয়নৰ বাবে সকলো জাতি-উপজাতি, সকলো জনগোষ্ঠীৰ মাজত ঐক্য আৰু সম্প্ৰীতিৰ নিতান্তই প্ৰয়োজন। সকলো শ্ৰেণীৰ লোকৰ সন্মিলিত প্ৰচেষ্টাইহে দেশৰ সৰ্বাত্মক বিকাশৰ পথ প্ৰশস্ত কৰিব পাৰে। এই ক্ষেত্ৰত পাহাৰ-ভৈয়াম উৎসৱেও অৰিহণা আগবঢ়াব বুলি মই আশা কৰিছোঁ।

পৰিশেষত, আপোনালোকক পুনৰ ধন্যবাদ জনাই মই মোৰ বক্তব্যৰ সামৰণি মাৰিছোঁ।

জয়হিন্দ্

## জন সমাৰোহ

### কোকৰাঝাৰ ৭ মাৰ্চ, ১৯৯৩

মানিনাং ৰাইজ’ ৰাজাফ’ৰ, নুংথাং মোন্‌নো আংনি অ’ন্‌াই চিবিনাই আৰ’ চুভেচ্ছা হ’ৰবাই। আং বিৰাট গ’ছ’ খুচী যে, নুংথাং মোন্‌নি বে বিৰাট চমাবেচাও আং হেফাজাব্‌ হোফানো চুবিধা ম’নৌ। আংহা বিৰাট গ’ছ দংম’ন যে, দিনৈনি বে চুব দিনাও নুংথাং মোন্‌নি চিগাথাও **ব’ৰ’ ৰাওজং ম’ন্‌নৈছো** বাথ্ৰা বুংনো **হাগ’ম’ন্‌ হ’ননা।** নাথাই আং **ব’ৰ’ ৰাও বুৰ্‌নো ৰঙা খাথাই অসমীয়া ভাচায়াও** চো বুংনো গুগ্লবাই। **আংথৌ যেন নুংথাং** **মোন্‌না** নিমাহা হোয়ো।

বড়ো সকল আমাৰ দেশৰ উত্তৰ পূৰ্বাঞ্চলৰ, বিশেষকৈ অসমৰ আদিম অধিবাসীসকলৰ অন্যতম। ইংৰাজ বুৰঞ্জী লেখক সকলে বড়ো জাতিৰ কথা কলেই শ্ৰদ্ধাৰে the great Bodo race বুলি উল্লেখ কৰিছিল। বড়োসকলৰ এসময়ত ৰজা আছিল, ৰাজ্য আছিল, আৰু তেওঁলোকে মহা পৰাক্ৰমেৰে ৰাজত্ব কৰিছিল।

এই বড়োসকলে আমাৰ দেশৰ স্বাধীনতা সংগ্ৰামতো আনৰ সতে কানত কান মিলাই সাম্ৰাজ্যবাদী ইংৰাজৰ বিৰুদ্ধে যুঁজ দিছিল আৰু অনেকেই দেশ মুক্তিৰ যজ্ঞত আত্ম বলিদান দিছিল। সেই অমৰ বড়ো শ্বহীদসকলেও ভগৎসিং, কুশল কোঁৱৰ বা কণকলতাৰ দৰেই চিৰস্মৰণীয় কীৰ্ত্তি ৰাখি থৈ গৈছে।

আজিৰ এই সমাবেশৰ উপলক্ষ মোৰ বিশ্বাস, বড়োলেণ্ড স্বায়ত্ব শাসিত পৰিষদ গঠনৰ চুক্তিৰ প্ৰতি বড়ো জনগণৰ শুভেচ্ছা জ্ঞাপন। অৱশ্যে এই চুক্তিৰ প্ৰতি কেৱল বড়ো জনগণৰে নহয়, সমগ্ৰ অসমৰ জনসাধাৰণৰ শুভেচ্ছা আছে। আচলতে এই কাৰণেই অৰ্থাৎ এই শুভেচ্ছাৰ বলতে আমাৰ চৰকাৰে বড়ো সমস্যাৰ সমাধানকল্পে উক্ত স্বায়ত্ত শাসিত পৰিষদ গঠনৰ দৰে এই বলিষ্ঠ পদক্ষেপ লবলৈ সমৰ্থ হৈছে। অৱশ্যে মই এই সুযোগতে এবাৰ সতৰ্ক বাণী শুনাব বিচাৰোঁ। পৰিষদ গঠনতে বড়ো সমস্যা সমাধান নহয়। পৰিষদ এলেকাত বসবাস কৰা সমগ্ৰ বড়ো-অবড়ো জনসাধাৰণৰ আশা-আকাঙ্খা পুৰণ নহ’লে বড়ো সমস্যাৰ সমাধান অসম্ভৱ।

বড়োসকলৰ ভাষা-সংস্কৃতিৰ সংৰক্ষা আৰু আৰ্থ-সামাজিক প্ৰগ্ৰতিৰ কাৰণে প্ৰয়োজনীয় সহায় দিবলৈ মোৰ চৰকাৰ সদা প্ৰস্তুত থাকিব। মই পাহৰা নাই ১৯৮৫ চনত মুখ্যমন্ত্ৰী হিচাপে মই কোকৰাঝাৰৰ মুকলি ৰাজহুৱা সভাত বিভিন্ন প্ৰতিশ্ৰুতি দিছিলোঁ। বড়ো ভাষাক সহযোগী ৰাজ্যিক ভাষা হিচাপে স্বীকৃতি দিয়াৰ কথা ঘোষণা কৰিছিলোঁ; কোকৰাঝাৰত কমাৰ্চ কলেজ, আই-টি-আই আদি অনুষ্ঠানৰ আধাৰ শিলা স্থাপন কৰিছিলোঁ। কোকৰাঝাৰত মিনি ষ্টেডিয়াম এটাৰো প্ৰতিশ্ৰুতি দিছিলোঁ। এই অনুষ্ঠানবোৰৰ প্ৰয়োজনীয় নিৰ্মাণ আদি সম্পূৰ্ণ কৰি গঢ়ি তোলাত যি সহায়ৰ আৱশ্যক হয়, আমাৰ চৰকাৰে সহানুভূতি সহকাৰে বিবেচনা কৰিব। উচ্চতৰ মাধ্যমিকৰ বহুততে হেনো শিক্ষকৰ পদ বহুদিন খালী হৈ পৰি আছে। দেবৰ গাওঁ উচ্চতৰ মাধ্যমিক স্কুলতে হেনো বিজ্ঞান আৰু কমাৰ্চ বিষয় নাই। এইবোৰ যত যি কৰিবলগীয়া আছে আমাৰ চৰকাৰে অনতিপলমে যিমানদূৰ সম্ভৱ কৰি দিব বুলি মই প্ৰতিশ্ৰুতি দিলোঁ। মুঠতে শিক্ষাৰ দিশত আমি প্ৰাধান্যতা দিমেই। কিয়নো শিক্ষা অবিহনে আজিৰ যুগত কোনো কামেই সিদ্ধ নহয়।

কিন্তু এইবোৰ কৰি দিলেই সমস্যাৰ সমাধান হব জানো? শান্তিৰ বাতাবৰণ সুনিশ্চিত নহ'লে, শৈক্ষিক পৰিবেশ গঢ়ি নুঠিলে, চাৰিওপিনে অস্থিৰতাই বিৰাজ কৰিলে স্কুল ঘৰবোৰ সাজি দিলেই, খালী পদবোৰ শিক্ষকেৰে পূৰাই দিলেই কিবা লাভ হব জানো? মই জানো, কোকৰাঝাৰ কেৱল ভাৰতীয় সংস্কৃতিৰ অন্যতম ভাণ্ডাৰেই নহয়, আমাৰ দেশক বিশ্বৰ ক্ৰীড়া জগতত এক সন্মানজনক আসন দিয়াৰ পৰা সম্ভাবনাও এই কোকৰাঝাৰৰ আছে। কিন্তু যদি চাৰিওপিনে অশান্তি, আতংক আৰু নিৰাপত্তাহীনতাই বিৰাজ কৰে, তেনেস্থলত এটা ষ্টেডিয়াম সাজি দিলেই ক্ৰীড়াৰ উৎকৰ্ষ হবনে বাৰু?

গতিকে সমস্যা সমাধানৰ মূল কথা হ'ল শান্তিৰ পৰিবেশ। ব্যক্তি ভয়মুক্ত নহ'লে, ব্যক্তিৰ নিৰপত্তা সুনিশ্চিত নহ'লে শান্তিৰ পৰিবেশ ঘূৰি নাহে। আৰু শান্তিৰ পৰিবেশ নেথাকিলে ভাষা-সাহিত্যই কওক, শিক্ষা-সংস্কৃতিয়ে কওক অথবা অৰ্থনৈতিক

প্ৰগ্ৰতিৰ কথাই কওক—একোৱে আগবাঢ়িব নোৱাৰে। আগবঢ়া দূৰৰ কথা, শান্তি বিঘ্নিত হ'লে এইবোৰ ক্ৰমে ধ্বংসপ্ৰাপ্ত হয়, বিলোপ হয়।

গতিকে মই আপোনাসকললৈ বিশেষকৈ বড়ো নেতৃবৃন্দলৈ নিবেদন জনাইছোঁ যাতে সেইসকলে একোপধ্যে শান্তি বিঘ্নিত হবলৈ নিদিয়ে। শান্তি বিনষ্টকাৰী কৰ্মৰ পৰা সকলোকে বিৰত ৰাখে। যাতে কোনো ধৰণৰ হিংসাত্মক অথবা সন্ত্ৰাসবাদী কাৰ্য্যক প্ৰশ্ৰয় নিদিয়ে। বড়োলেন্ড স্বায়ত্ত্ব শাসিত পৰিষদৰ এলেকাৰ ভিতৰত বসবাস কৰা সকলো জনগোষ্ঠীৰ মাজত সমভাব, পাৰস্পৰিক শ্ৰদ্ধা, সমবিচাৰ সুনিশ্চিত হয় তাৰ প্ৰতি বড়ো নেতাসকলে সদা সতৰ্ক থাকিব লাগিব। দুৰ্ঘোৰ জাতীয়তাবাদ অথবা ভাষা-সংস্কৃতি আদিৰ গোড়ামিয়ে সমাজৰ ঐক্য আৰু সংহতি বিনষ্ট কৰে। সেই কথা আজি ছটা বছৰ আগৰ অসমৰ পৰিস্থিতি অধ্যয়ন কৰি চালেই উপলব্ধি কৰিব পাৰিব। সেই দেৱালৰ লিখনবোৰ বড়ো নেতৃত্বই নিশ্চয় পাহৰিব যোৱা নাই।

বড়ো ভাষা-সংস্কৃতি সমৃদ্ধ কৰাৰ অৰ্থে দূৰদৰ্শন-আকাশবাণীত বড়ো কাৰ্যসূচীৰ ম্যাদবৃদ্ধি, বড়ো সাহিত্য প্ৰকাশৰ বাবে দহলক্ষ টাকাৰ অৰ্থ সাহায্য এইবোৰৰ প্ৰতিশ্ৰুতি মই টংলাত অলপতে হৈ যোৱা বড়ো সাহিত্যসভাৰ অধিবেশনতে দি আহিছোঁ। মই সেই প্ৰতিশ্ৰুতিকে দোহাৰি আকৌ কওঁ, বড়ো সকলৰ ভাষা-সংস্কৃতি আৰু আৰ্থ-সামাজিক বিকাশৰ অৰ্থে যথোচিত সাহায্য আগবঢ়োৱাৰ কাৰণে আমাৰ চৰকাৰ সদায় প্ৰস্তুত। মাত্ৰ ইয়াৰ সম্পূৰ্ণ সুযোগ গ্ৰহণ কৰি বাস্তৱ কাৰ্য্যক্ষেত্ৰত প্ৰয়োজনীয় কৰ্ম সম্পন্ন কৰাৰ বাবে প্ৰয়োজন হব শান্তিৰ পৰিবেশৰ। বড়ো নেতৃত্বই সেই পৰিবেশ সুনিশ্চিত কৰাত প্ৰাধান্যতা দিব লাগিব। নহ'লে কোনো সমস্যাৰে সমাধান নহব। বড়োসকলৰ মাজত বহু বিদগ্ধ ব্যক্তি আছে, উৎকৃষ্ট মানৰ সম্ভাৱনাপূৰ্ণ খেলুৱৈ আছে, শিল্পী আছে, খেতিয়ক আছে, ব্যৱসায়ীও আছে। কিন্তু এই সকলোৱে নিজৰ নিজৰ ক্ষেত্ৰত সম্ভাৱনাৰ পূৰ্ণ বিকাশ সাধন কৰিবলৈ সমাজত যি এক সুস্থিৰ, শান্তিময় আৰু ভয়হীন পৰিবেশৰ দৰকাৰ হব তাৰ নিশ্চিত কৰাৰ অৰ্থে বড়ো নেতৃত্ব দৃঢ়, সংকল্পবদ্ধ হব লাগিব আৰু

শীঘ্রে তেনে এটা পৰিবেশ সম্ভৱ কৰি তুলিব লাগিব। কিবা এটা আন্দোলন হ'লে সমাজত মাজে মাজে অশান্তি, সংঘৰ্ষ আদি হয়েই। কিন্তু আন্দোলনৰ পৰিসমাপ্তিৰ লগে লগে সমাজত তেনে অশান্তি সংঘৰ্ষও নোহোৱা হব লাগিব আৰু সমাজখনক শান্তিৰ পথলৈ ঘূৰাই আনি তৎক্ষণাৎ স্বাভাৱিক কৰি তুলিব লাগিব। নহ'লে আন্দোলনে কিবা ভাল ফল আনি দিলেও সেইটো সমাজৰ কোনো উপকাৰত নাহে।

ৰাইজ সকল, মই বড়োলেণ্ড অটোনমাছ কাউঞ্চিলৰ শুভাকাংখী হিচাপে এইখিনি পৰামৰ্শ আগবঢ়ালোঁ। মই আশা কৰিছোঁ এই অটোনমাছ কাউঞ্চিলৰ Administration আটাইতকৈ ভাল Administration হব। এটা Ideal democratic administration হব। কাউঞ্চিলৰ এলেকাত বসবাস কৰা প্ৰতিগৰাকী নাগৰিকে বিশেষকৈ গৰীব, নিঃসহায় সকলে এই administration-ৰ leader সকলক তেওঁলোকৰ নিজৰ মানুহ বুলি ভাবিব পাৰিব আৰু এই administration-ৰ পৰা ধনী, গৰীব, ভাষা-ধৰ্ম নিৰ্বিশেষে সকলোৱে justice অৰ্থাৎ ন্যায় আৰু সমবিচাৰ পাব। শ্ৰদ্ধাভাজন ৰাইজ; আজি গণতন্ত্ৰৰ যুগত ৰাইজেই ৰজা। আপোনাসকলেই আপোনালোকৰ নেতা নিৰ্বাচন কৰিব। গতিকে এই নেতাসকল যাতে সকলো সময়তে শুদ্ধ পথে চলে তালৈ দৃষ্টি ৰখাৰ দায়িত্বও ৰাইজৰে। গতিকে ৰাইজৰ দায়িত্বহে আটাইতকৈ বেছি। সেই কথা নিশ্চয় ৰাইজে মনত ৰাখিব। আপোনাসকলে চাব যাতে আপোনাসকলৰ মাজত শান্তি অক্ষুণ্ণ থাকে, বড়োৱে হওঁক নতুবা অবড়োৱে হওঁক, যি ভাষা যি ধৰ্মৰে নহওক লাগিলে কাউঞ্চিলৰ এলেকাত বসবাস কৰা সমস্ত ৰাইজ এটা হব লাগিব, ইজনে সিজনৰ দুঃখ বুজিব লাগিব, ইজনে সিজনক শ্ৰদ্ধা কৰিব লাগিব তেহে এই কাউঞ্চিলৰ এলেকাত লোকসকলৰ শিক্ষাত কওক, খেলাধূলাত কওক, খেতি বাতিত কওক, ব্যৱসায়ত কওক সকলোপিনেদি আগবাঢ়িব পাৰিব।

ৰাইজসকল, বড়োলেণ্ড অটোনমাছ কাউঞ্চিললৈ সমগ্ৰ দেশৰ, বিশেষকৈ অসমৰ বুদ্ধিজীৱি সমন্বিতে সমস্ত ৰাইজৰ শুভেচ্ছা আছে। সেইসকলে অধীৰ আগ্ৰহেৰে অপেক্ষা কৰি আছে, বড়ো

নেতৃত্বই কিদৰে কাউঞ্চিল administration চলায় তাকে চাবলৈ। কিদৰে নেতাসকলে কাৰ্য্যনিৰ্বাহ কৰে তাৰ ওপৰতে কাউঞ্চিলৰ ভৱিষ্যত নিৰ্ভৰ কৰিব। বড়ো নেতৃবৃন্দ আৰু ৰাইজলৈ ব্যক্তিগতভাৱে আৰু মোৰ চৰকাৰৰ তৰফৰ শুভেচ্ছা ৰ'ল।

যিসকল যুৱকে নিজৰ অজ্ঞাতবাস ত্যাগ কৰি, অস্ত্ৰ-শস্ত্ৰ সমৰ্পন কৰি মূলসুঁতীলৈ ঘূৰি আহিছে সেইসকললৈকো মই শুভেচ্ছা আৰু অভিনন্দন জনাইছোঁ। তেওঁলোকৰ পুনৰ সংস্থাপনৰ অৰ্থে যথোচিত ব্যৱস্থা কৰিবলৈ আমাৰ চৰকাৰ প্ৰতিশ্ৰুতিবদ্ধ। সমাজত অচিৰে শান্তি আৰু পাৰস্পৰিক সন্মান আৰু বিশ্বাসৰ বাতাবৰণ সৃষ্টি কৰাত আৰু তাক চিৰস্থায়ী কৰাত তেওঁলোকে বড়ো নেতৃত্বক তথা আমাক সকলোকে সহায় কৰিব বুলি মই আশা কৰিছোঁ।

শ্ৰদ্ধেয় ৰাইজ, এওঁলোকো আপোনালোকৰে সন্তান। যদিহে কেতিয়াবা কোনোবাই কিবা নকৰিবলগীয়া কই আপোনাসকলৰ কাৰোবাৰ মনত দুখ দিছিল, আজি আৰু সেই কথা যেন মনত নেৰাখে, তেওঁলোকক ক্ষমা কৰি যেন বুকুত সাৱতি লয়। মই অনুৰোধ জনালো। আজি ইয়ালৈ বড়ো ৰাইজৰ মৰমতে দেশৰ ৰাজধানীৰ পৰা আহিছে, চৰকাৰী দপ্তৰৰ প্ৰতিনিধিসকল আহিছে। এই বিশাল সমাবেশৰ সুশৃংখলতা দেখি, বিশেষকৈ বড়ো যুৱক সকলৰ কৰ্মতৎপৰতা দেখি আৰু ইয়াৰ শান্তিময় পৰিবেশ দেখি তেওঁলোকো নিশ্চয় মোৰ দৰেই অভিভূত হৈছে; বড়োসকলৰ ভৱিষ্যত সম্বন্ধে মই যিদৰে আশাবাদী সেইদৰে তেওঁলোকো নিশ্চয় হৈছে। মাত্ৰ এটা কথা মনত ৰাখিব লাগিব, বড়োলেণ্ড অটোনমাছ কাউঞ্চিল গঠন হোৱাত বড়োসকলে যি আনন্দ বা স্বস্তি লাভ কৰিব তেনে আনন্দ বা স্বস্তি কাউঞ্চিল এলেকাৰ আন অবড়ো সকলেও লাভ কৰিব লাগিব। বড়ো সকলে যিদৰে আকাংখা পূৰণ হোৱাৰ আশা দেখিব অবড়ো সকলেও তেওঁলোকৰ আকাংখা পূৰণ হোৱাৰ আশা দেখিব পাৰিব লাগিব। তেতিয়াহে কাউঞ্চিলখনক Ideal বা Successful বুলি কব পৰা হব।

মই হ'লে Successful হোৱাৰ আশা ৰাখিছোঁ। ভগৱানে বড়োলেণ্ড অটোনমাছ কাউঞ্চিল এলেকা ধনে-ধানে ওপচাই দিয়ক;

তাৰ প্ৰতিঘৰ নাগৰিকৰ মনোবাঞ্ছা পূৰ্ণ কৰক, অঞ্চলটো শান্তি আৰু নিৰাপত্তাৰ আকৰ কৰি তোলক, তাৰ নেতৃত্বক শান্তি আৰু সফলতা বাৰ্ত্তাবাহী হিচাপে প্ৰতিষ্ঠিত কৰক—তাকে কামনা কৰি মই মোৰ বক্তব্য সামৰিলোঁ। ৰাইজলৈ প্ৰীতি আৰু শুভেচ্ছাৰে—

আং হ'লে Bodoland Autonomous Council জানায়থো গ'ছ' গ'থাৰায় আচা লাথিৱাই। ঈশ্বৰা Bodoland Autonomous Council থো ধনে-ধান্যে বুংফৱনানৈ হ'দং। বিনি গাছবো নথৰ্ৰা মনোবাঞ্ছা ফুন্ নাথোং। জাইগাথো চান্তি আৰ নিৰাফত্তানি বাৱি বালাক নানৈ দ'য় থাংদো। বিনি দৈদিনগ্ৰা ফোৰৰো চান্তি আৰ' হানায়নি বাৰ্ত্তাবাহী হিছাপেই প্ৰতিষ্ঠিত বালাম। বেথো থামনা থানামনানৈ আং আংনি বক্তব্যথো ফ'জ'ব্বায়। ৰাইজনো অ'ন্নাই আৰ' চিবিনাই হ'ৰনানৈ

গ'জ'ন্ থং

## ভাৰত ত্যাগ আন্দোলনৰ সোণালী জয়ন্তী অনুষ্ঠান

জামুগুৰি, ১৯ নৱেম্বৰ, ১৯৯২

শ্ৰদ্ধেয় ৰাইজ,

দেশবাসীয়ে সদায়েই স্মৰণ কৰি আহিছে আমাৰ বিশাল দেশখনৰ ঐতিহ্যপূৰ্ণ ইতিহাসৰ কাহিনীবোৰ। যিবোৰ কাহিনীৰ বুকুত সজীৱ হৈ আছে আমাৰ দেশ আৰু জাতিটোৰ মহত্বপূৰ্ণ ত্যাগৰ আদৰ্শসমূহ। আমাৰ দেশৰ স্বাধীনতা লাভৰ বাবে যি সুদীৰ্ঘ সংগ্ৰাম দেশৰ আগণন জনতাই গভীৰ স্বদেশ প্ৰেমৰ উপলব্ধিৰে সূচনা কৰিছিল সেয়া আজি আমাৰ বাবে আৰু উত্তৰ পুৰুষৰ বাবে ইতিহাস হৈ ৰ'ল। সেই চিৰ স্মৰণীয় ইতিহাসে দেশবাসীক সকীয়াই দিছে স্বাধীনতাৰ মহান অৰ্থ আৰু গভীৰ প্ৰেমৰ উপলব্ধিক। যাৰ বাবে যুগে যুগে আমাৰ দেশৰ স্বাধীনতা সংগ্ৰামৰ শত শত বীৰ শ্বহীদৰ আদৰ্শপূৰ্ণ স্মৃতিক আকোঁৱালি দেশবাসীয়ে পৱিত্ৰভাৱে শ্ৰদ্ধা জনাই আহিছে। এনেকৈয়ে সেই

শ্বহীদসকলৰ পুণ্য স্মৃতিৰ বাটেদি কোটি কোটি জনতাই দেশ আৰু জাতিৰ মহান স্বাধীনতাৰ বাবে ঐক্য, শান্তি-প্ৰগতিৰ এখন সমৃদ্ধিশালী ভাৰত ৰচনাৰ ক্ষেত্ৰত অৰিহণা যোগাই আহিবলৈ সক্ষম হৈছে।

স্বাধীনতা সংগ্ৰামৰ জোৱাৰে সমগ্ৰ ভাৰতবাসীকে উদ্বুদ্ধ আৰু উত্তাল কৰি তোলাৰ ক্ষণতে আমাৰ অসমতো হেজাৰ হেজাৰ জনতাই স্বদেশ প্ৰেমৰ চিন্তা আৰু চেতনাৰে স্বাধীনতা সংগ্ৰামত জাঁপিয়াই পৰিল। পৰাধীন ভাৰতক শৃংখল মুক্ত কৰিবলৈ হেজাৰ অসমীয়াৰ স্বাধীনতা পিয়াসী মনেপ্ৰাণে সমগ্ৰ অসমভূমিক উত্তাল কৰি তুলিলে। আমি গৌৰৱেৰে স্মৰণ কৰি আহিছো স্বাধীনতা সংগ্ৰামৰ ইতিহাসত জিলিক থকা আমাৰ বীৰবীৰাঙ্গানাসকলৰ আত্মত্যাগৰ আদৰ্শ আৰু স্বদেশ প্ৰেমৰ উজ্বল দৃষ্টান্তক।

দেশৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাসৰ আটাইতকৈ উজ্বল অধ্যায় বিয়াল্লিছৰ ভাৰত ত্যাগ আন্দোলনে অসমীয়া জাতিৰ প্ৰাণক বাৰুকৈয়ে কঁপাই তুলিছিল। স্বাধীনতা সংগ্ৰামৰ ইতিহাসৰ এই অধ্যায়ৰ কালছোৱাতে আমাৰ বীৰ-বীৰাঙ্গানা শ্বহীদসকলৰ মহান ত্যাগৰ আদৰ্শই অসম আৰু অসমীয়া জাতিটোক এক উচ্চ আসনত প্ৰতিষ্ঠা কৰিলে। সেইবাবেই, স্বাধীনতা সংগ্ৰামৰ অগ্ৰণী নেতা গান্ধীজীৰ নেতৃত্বত গঢ়ি উঠা বিয়াল্লিছৰ ভাৰত ত্যাগ আন্দোলনত অসমৰ ভূমিকা অত্যন্ত গুৰুত্বপূৰ্ণ আৰু উল্লেখনীয় হিচাপে চিহ্নিত হ'ল।

শদিয়াৰ পৰা ধুবুৰীলৈকে সমগ্ৰ অসমবাসীৰ প্ৰাণত জ্বলি উঠা বিয়াল্লিছৰ ভাৰত ত্যাগৰ আন্দোলনৰ প্ৰচণ্ড বহ্নি শিখাই আৱৰি ধৰিলে। 'কৰিম কিম্বা মৰিম'—এনে জলন্ত আদৰ্শ লৈ এইখন শোণিতপুৰ জিলাৰ বিভিন্ন স্থানত বিয়াল্লিছৰ ভাৰত ত্যাগ আন্দোলনত যিসকল বীৰ-বীৰাঙ্গানাই আত্মত্যাগৰ আদৰ্শৰে দেশৰ চিৰবাঞ্চিত স্বাধীনতা প্ৰাপ্তিৰ পথ সুগম কৰি তুলিলে সেইসকলৰ পবিত্ৰ স্মৃতিৰাজিক আজি গভীৰ শ্ৰদ্ধাৰে সুঁৱৰিছোঁ।

এই কথা উল্লেখ নকৰিলেও হয় যে বিয়াল্লিছৰ ভাৰত ত্যাগ আন্দোলনৰ ইতিহাসত শোণিতপুৰ জিলাখনৰ নাম চিৰস্মৰণীয় হৈ আছে। প্ৰাচীন অসমৰ ঐতিহ্যৰ সাক্ষী স্বৰূপ এই শোণিতপুৰ

জিলাখনতেই বিয়াল্লিছৰ কালছোৱাত দেশৰ স্বাধীনতা লাভৰ দুবাৰ স্পৃহাত অধিক সংখ্যক অসম মাতৃৰ সুযোগ্য সন্তান তথা বীৰ-বীৰাঙ্গনাই দেশ প্ৰেমৰ আদৰ্শৰে মৃত্যুকো জিনি অমৰ শ্বহীদ হ'ল।

শত শ্বহীদৰ ত্যাগৰ তেজেৰে ৰাঙলি হোৱা শোণিতপুৰ জিলাৰ স্বাধীনতাকামী বীৰাঙ্গনা শ্বহীদ পাট গাভৰু কনকলতাৰ ত্যাগৰ আদৰ্শক কোনো কালে মচিব নোৱাৰে। কলংপুৰৰ বৰঙাবাৰী গাঁৱৰ পাট গাভৰু কনকলতাই দেশাত্মবোধেৰে বিয়াল্লিছৰ গণ আন্দোলনত যোগ দিলে। দেশমাতৃৰ উদাত্ত আহ্বানত এই গৰাকী গাভৰুৱে বীৰাঙ্গনাৰ সাজেৰে হাতত স্বাধীন ভাৰতৰ ত্ৰিৰংগ পতাকা লৈ স্বাধীনতাৰ হকে গহপুৰ থানাত ত্ৰিৰংগ পতাকা উত্তোলন কৰিবলৈ গৈ মৃত্যুক সাৱতি ল'লে। সেই পবিত্ৰ দিনটো আছিল ১৯৪২ চনৰ বিছ ছেপ্তেম্বৰ। গহপুৰ থানা দখল কৰাৰ কাৰ্য্যসূচীৰে কলাবাৰীৰ ফালৰ পৰা প্ৰায় চাৰি হেজাৰ আৰু বৰঙাবাৰীৰ ফালৰ পৰাও প্ৰায় চাৰি হেজাৰ জনতাই সমদল যাত্ৰা কৰি আগবাঢ়িল। মৃত্যু বাহিনীৰ নেতৃত্বত থকা কনকলতাই পিচলৈ উভতি নাচালে। পৰাধীন ভাৰতৰ বৃটিছৰ পুলিচ বাহিনীৰ বন্দুকৰ গুলীত কনকলতাৰ প্ৰাণহীন দেহ মাটিত বাগৰি পৰিল। সেই একেই ঘটনাতে আন এগৰাকী যুৱক মুকুন্দ কাকতিয়েও মৃত্যু বৰণ কৰি অমৰ শ্বহীদ হৈ ৰ'ল।

গহপুৰ থানাৰ মজিয়াত সংঘটিত '৪২-ৰ গণ আন্দোলনৰ মৰ্মস্পৰ্শী কনকলতা ঘটনাত আৰু মুকুন্দ কাকতিয়ে আত্মত্যাগ আৰু স্বদেশ প্ৰেমৰ মহান আদৰ্শৰে ভাৰত ত্যাগ আন্দোলনৰ ইতিহাসৰ পৃষ্ঠাত নিজৰ নাম যুগমীয়া কৰি ৰাখিলে আৰু অসম মাতৃৰ মুখ উজ্বলাই তুলিলে।

শোণিতপুৰ জিলাৰ এখন সৰু চহৰ ঢেকীয়াজুলি ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাসত জিলিকি থকা এক উজ্বল নাম। এই ঢেকীয়াজুলিতে ৰচনা হৈছিল বিয়াল্লিছৰ ভাৰত ত্যাগ আন্দোলনৰ অসমৰ নতুন ইতিহাস। সেই চনৰে বিছ ছেপ্তেম্বৰৰ পবিত্ৰ দিনটোত চতিয়া, বৰবিল, নাহৰবাৰী, জহামৰী আদি বিভিন্ন গাওঁ অঞ্চলৰ পৰা অহা প্ৰায় ছয় হেজাৰ স্বাধীনতা সংগ্ৰামী জনতাই সমবেত হৈ আগুৱাই আহিছিল ঢেকীয়াজুলি পুলিচ থানাত জাতীয় পতাকা

উত্তোলন কৰিবলৈ। হেজাৰ জনতাৰ হাতে হাতে স্বাধীনতাৰ ত্ৰিৰংগ পতাকা আৰু কণ্ঠত উচ্চাৰিত হৈছিল দেশ মুক্তিৰ গান। জাতিৰ স্বাধীনতাৰ হকে জীৱন পণ কৰা সমবেত জনতাৰ ওপৰত বৃটিছৰ পুলিচ বাহিনীয়ে লাঠি চালনা আৰু গুলী চালনা কৰাৰ ফলত সেই পবিত্ৰ দিনটোত মনবৰ নাথ, মণি কছাৰী, মহীৰাম কোঁচ, থুনুলী নাথ, মংগল কুৰ্মী, লেৰেলা কছাৰী, ৰতন কছাৰীকে ধৰি কেইবা গৰাকী নিৰ্ভীক লোকে প্ৰাণ আহুতি দি চিৰকালৰ বাবে দেশবাসীৰ মনত চিৰ নমস্য শ্বহীদ হ'ল।

বিয়াল্লিছৰ ভাৰত ত্যাগ গণ আন্দোলনত গুৰুত্বপূৰ্ণ ভূমিকা লোৱা শোণিতপুৰ জিলাৰ চৌপাশৰ গাওঁ আৰু চহৰ অঞ্চলৰ হেজাৰ হেজাৰ জনতাই নিৰ্ভীক সাহস আৰু দেশাত্মবোধৰ যি জলন্ত পৰিচয় দাঙি ধৰি অসম মাতৃৰ গৌৰৱ বঢ়ালে সেয়া জাতিৰ চিৰ সঞ্চিত ইতিহাসৰ সম্পদ হৈ ৰ'ল। গহপুৰ আৰু ঢেকীয়াজুলি থানাৰ চোহদত পৰাধীন ভাৰতৰ বৃটিছ সেনানীয়ে যি নিৰ্মম আৰু অমানুষিক ঘটনা সংঘটিত কৰিলে সেই বাহিনীৰ বুকুত সজীৱ হৈ আছে দেশৰ স্বাধীনতাৰ উদাত্ত আহ্বনৰ প্ৰতি থকা অসমীয়া জাতিৰ বীৰত্বৰ জলন্ত স্বাক্ষৰ আৰু অবিচলিত আদৰ্শৰ প্ৰতি গভীৰ আত্ম উপলব্ধি।

এইখন শোণিতপুৰ জিলাৰ চৌদিশৰ অঞ্চলসমূহৰ সাধাৰণ ৰাইজে সেই তাহানিতেই উপলব্ধি কৰিব পাৰিছিল দেশৰ স্বাধীনতাৰ মহান তথা পবিত্ৰ অৰ্থৰ কথা। এয়া আমাৰ জাতিটোৰ সকলোৰে বাবে সবাতোকৈ গৰ্বৰ কথা যে আমাৰ সৰ্বসাধাৰণে মুক্তিৰ কাৰণে, স্বাধীনতাৰ বাবে হেলাৰঙে আত্ম বিসৰ্জন দিবলৈ কুণ্ঠাবোধ নকৰে আৰু এই জনতাই তেতিয়াই এখন শক্তিশালী স্বাধীন ভাৰত নিৰ্মাণৰ বাবে মাৰবান্ধি থিয় দিব জানিছিল।

আমাৰ বিশাল দেশ ভাৰতৰ ইতিহাস গঢ়িছে সৰ্বসাধাৰণ ৰাইজে আৰু এই ৰাইজৰ অসীম শক্তিৰ বুকুত লুকাই আছে দেশ আৰু জাতিৰ ভৱিষ্যতৰ শুভ দিনবোৰ। আমি কামনা কৰোঁ—দেশ আৰু জাতিৰ শান্তি, কল্যাণ আৰু প্ৰগতিৰ পথৰ হেঙাৰ স্বৰূপ সকলো অশুভ শক্তিৰ বিৰুদ্ধে থিয় হ'ব পাৰিলে আমি আমাৰ শুভ দিনবোৰৰ মাজত সুখ-শান্তি-সমৃদ্ধিৰে জীয়াই থাকিব পাৰিম।

আজি বিয়াল্লিছৰ ভাৰত ত্যাগ আন্দোলনৰ কালৰ যিসকল বীৰ-বীৰাঙ্গানাই জীৱন উচৰ্গা কৰি স্বাধীনতা কাঢ়িয়াই আনিলে সেইসকলৰ পুণ্য আত্মাৰ শান্তিৰ বাবে আমি পবিত্ৰভাবে সুঁৱৰিছোঁ। সেইসকলৰ স্বদেশ প্ৰেমৰ উজ্বল আদৰ্শখিনি এই বিশাল দেশখনৰ মহান জাতিটোৰ বাবে অনুপ্ৰেৰণাৰ অক্ষয় সম্পদ। আহক, আমি সকলোৱে আমাৰ প্ৰাচীন ঐতিহ্যৰ সাক্ষী স্বৰূপ স্বাধীনতাৰ ইতিহাস সোঁৱৰণ কৰি ঐক্য আৰু সংহতিৰ ভেটিত শান্তি, কল্যাণ আৰু সমৃদ্ধিৰ দেশ আৰু জাতি গঢ়াৰ বাবে প্ৰতিশ্ৰুতিবদ্ধ হওঁ।

## ডিব্ৰুগড় বিশ্ববিদ্যালয়ত কেশৱ দেৱ মালব্য আসন উদ্বোধন, গণিত আৰু পৰিসংখ্যা বিভাগৰ ভৱন উদ্বোধন আৰু পৰিচালনা অধ্যয়ন বিভাগৰ ভৱনৰ আধাৰশিলা স্থাপন অনুষ্ঠানত

ডিব্ৰুগড় ৩ ফেব্ৰুৱাৰী, ১৯৯২

আজি আমাৰ বাবে এয়া অতি আনন্দৰ কথা যে অইল ইণ্ডিয়া লিমিটেডে ৰাজ্যখনৰ শৈক্ষিক উন্নয়নৰ ক্ষেত্ৰত বৰঙণি যোগাবলৈ বিশেষ ধৰণে আগবাঢ়ি আহিছে আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ত পৰিচালনা অধ্যয়ন বিভাগৰ ভৱন নিৰ্ম্মাণ আৰু ভূবিজ্ঞান অধ্যয়নৰ বাবে স্বৰ্গীয় কেশৱ দেৱ মালব্যৰ স্মৃতিত নতুন আসন এখন স্থাপন কৰিবলৈ লৈছে। এনে সমাজহিতকৰ কামৰ দ্বাৰা প্ৰতিষ্ঠানটোৱে নিজৰ বদান্যতা আৰু সামাজিক দায়বদ্ধতাৰ সুন্দৰ চানেকি দাঙি ধৰিছে।

ভাৰতৰ এগৰাকী আগশাৰীৰ নেতা, মুক্তি যুঁজাৰু আৰু প্ৰাক্তন কেন্দ্ৰীয় মন্ত্ৰী স্বৰ্গীয় কেশৱ দেৱ মালব্য ডাঙৰীয়াই স্বাধীনতাৰ পিছতে আমাৰ দেশত তেল সম্পদৰ উদঘাটন আৰু বিকাশৰ ক্ষেত্ৰত যি গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল, তেখেতৰ

সেই অৱদানৰ প্ৰতি স্বীকৃতি জনাই তেখেতৰ স্মৃতিত ডিব্ৰুগড় বিশ্ববিদ্যালয়ত ভূবিজ্ঞান অধ্যয়নৰ বাবে আসন এখন প্ৰতিষ্ঠা কৰিবলৈ লোৱাটো আমাৰ ৰাজ্যখনৰ বাবে বিশেষভাৱে তাৎপৰ্য্যপূৰ্ণ আৰু গুৰুত্বপূৰ্ণ। এচিয়াৰ ভিতৰতেই সৰ্বপ্ৰথম তেল উৎপাদন-কাৰী অঞ্চল হিচাবে জনাজাত আমাৰ ৰাজ্যখনত ভূবিজ্ঞান অধ্যয়নৰ বাবে উন্নত সুবিধাৰ অভাৱ বহুদিন অনুভৱ কৰি থকা হৈছে। সেই অভাৱ এই আসনখন স্থাপনৰ দ্বাৰা বহু পৰিমাণে পূৰণ কৰিব পৰা হব বুলি আমি আশা কৰো। শিক্ষা আৰু গবেষণা উভয় ক্ষেত্ৰতেই ইয়াৰ দ্বাৰা ৰাজ্যখন উপকৃত হব পাৰিব বুলি আমাৰ বিশ্বাস। বিশেষকৈ আমেৰিকা যুক্তৰাষ্ট্ৰত প্ৰচলিত ব্যৱস্থাৰ আধাৰত যি ধৰণে এই আসনখন পৰিচালনা কৰিব খোজা হৈছে তাৰ দ্বাৰা জ্ঞান আৰু অভিজ্ঞতাক কামত লগাবলৈ ব্যৱহাৰিক দিশতো সহায় পোৱা হব। তেল সম্পদৰ উদঘাটন আৰু আহৰণত নতুন জ্ঞান আৰু অভিজ্ঞতাৰ সংযোজন ঘটাব পৰা যাব।

বৰ্ত্তমান সময়ত আমাৰ দেশত পৰিচালনা অধ্যয়ন বা 'মেনেজমেণ্ট ষ্টাডিজ' পাঠ্যক্ৰমৰ সমাদৰ তথা উপযোগিতা বাৰুকৈয়ে বাঢ়ি উঠিছে। দেশত শিল্প, উদ্যোগ, ব্যৱসায় আদি যিমানেই বাঢ়ি উঠিছে, সিমানেই সেইবোৰক আধুনিক বিজ্ঞান সন্মত প্ৰণালীৰে পৰিচালনা কৰাৰ আৱশ্যকতাও বাঢ়ি উঠিছে। অধ্যয়নৰ এই ক্ষেত্ৰটোৱে আমাৰ ৰাজ্যখনত এতিয়ালৈকে বিশেষ গা কৰি উঠিব পৰা নাই। দেশৰ উদ্যোগ প্ৰতিষ্ঠান আদিত নিযুক্তি পাবৰ বাবে অসমৰ থলুৱা যুৱক-যুৱতীক পৰিচালনা বিষয়ত শিক্ষিত কৰি উপযুক্তকৈ গঢ়ি তোলাৰ বাবেও ৰাজ্যৰ ভিতৰত এনে সুবিধা অতি তাকৰ। অথচ, ক্ৰমাগত-ভাৱে আমাৰ ৰাজ্যখনতো শিল্প-উদ্যোগৰ বিস্তাৰ হবলৈ লৈছে। ভালেকেইটামান বৃহৎ উদ্যোগ সদ্যহতে স্থাপনৰ পথত আছে। ঔদ্যোগিক বাতাবৰণ এটা গঢ়ি তোলাৰ বাবে ৰাজ্য চৰকাৰে যথেষ্ট গুৰুত্বসহকাৰে প্ৰচেষ্টা চলাইছে। ভালেমান উদগনিমূলক ব্যৱস্থাও হাতত লৈছে। চাকৰিয়েই হওঁক বা স্বনিয়োজনেই হওঁক—উদ্যোগ, ব্যৱসায় পৰিচালনা কৰাৰ ক্ষেত্ৰত আধুনিক বিজ্ঞানসন্মত শিক্ষাৰ অতি প্ৰয়োজন। এই পৰিপ্ৰেক্ষিতত, 'মাষ্টাৰ অব মেনেজমেণ্ট' ডিগ্ৰীৰ বাবে এই বিশ্ববিদ্যালয়ত 'মেনেজমেণ্ট ষ্টাডিজ' পাঠ্যক্ৰম

আৰম্ভ কৰিবলৈ লোৱাত মই অতি সুখী হৈছো। অষ্টম পৰিকল্পনাৰ ভিতৰত অন্তৰ্ভুক্ত কৰাৰ কাৰণে বিশ্ববিদ্যালয় অনুদান আয়োগ ( UGC ) আৰু অল ইণ্ডিয়া কাউন্সিল ফৰ টেকনিকল এডুকেচনলৈ যি অৰ্থ মঞ্জুৰীৰ প্ৰস্তাৱ পঠিওৱা হৈছে, সেই বাবদ প্ৰয়োজনীয় অনুমোদন শীঘ্ৰে লাভ কৰিব পৰা যাব বুলি আমি আশা ৰাখিছো।

নতুনকৈ খুলিব লোৱা এই বিভাগৰ ভৱনটো নিৰ্মাণৰ কামত সহায় কৰিবলৈ অইল ইণ্ডিয়া লিমিটেড আগবাঢ়ি অহাত আমি সন্তোষ পাইছো। মই সম্পূৰ্ণ আশাবাদী যে এই পৰিচালনা পাঠ্যক্ৰমৰ যোগেদি উদ্যোগ, ব্যৱসায় আদি পৰিচালনাৰ ক্ষেত্ৰত থলুৱা মানৱ সম্পদৰ বিকাশত আমি আগবাঢ়ি যাব পাৰিমহঁক আৰু আমাৰ যুৱক-যুৱতীয়ে এই শিক্ষা গ্ৰহণ কৰি নিযুক্তিৰ ক্ষেত্ৰত তথা উদ্যোগ স্থাপনৰ জৰিয়তে স্বাৱলম্বী হোৱাত সহায় পাব।

আনহাতে, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ গণিত আৰু পৰিসংখ্যা বিভাগৰ নৱনিৰ্ম্মিত ভৱনটোৰ উদ্বোধনে এই গুৰুত্বপূৰ্ণ বিভাগটোৰ ক্ষেত্ৰত থকা এটা বহুদিনীয়া অভাৱ পূৰণ কৰিলে। এইটোও নিসন্দেহে এক সুখৰ কথা। ইয়াৰ আনুমানিক নিৰ্ম্মাণ ব্যয় ৪৫·২০ লাখ টকাৰ একাংশ বিশ্ববিদ্যালয় অনুদান আয়োগে দিছে বুলি মোক জনোৱা হৈছে। ভৱনটো যাতে সম্পূৰ্ণকৈ সাজি উলিয়াব পৰা যায়, তাৰ বাবে চৰকাৰৰ তৰফৰ পৰা যথোচিত সাহায্য আগবঢ়াবলৈ চেষ্টাৰ ত্ৰুটি কৰা নহ'ব। ইয়াৰ লগতে থকা কম্পিউটাৰ কেন্দ্ৰটোকো প্ৰয়োজনীয় সা-সুবিধাৰে উন্নত কৰিবলৈ আৰু গণিত আৰু পৰিসংখ্যা বিভাগত শেহতীয়াকৈ ওলোৱা পাঠ্যক্ৰম সমূহ প্ৰৱৰ্ত্তন কৰিবলৈকো চেষ্টা কৰা উচিত। বিশ্ববিদ্যালয়ে এনে উদ্যোগ হাতত ললে তাত সহায় কৰিবলৈ চৰকাৰ সদায় আগ্ৰহী হৈ থাকিব।

অইল ইণ্ডিয়া লিমিটেড এক ঐতিহ্যপূৰ্ণ প্ৰতিষ্ঠান। দেশৰ অৰ্থনীতিত এই প্ৰতিষ্ঠানে অপৰিসীম বৰঙণি যোগাই আহিছে। লগতে আমাৰ ৰাজ্যখনলৈও ইয়াৰ প্ৰভূত বৰঙণি আছে। ড্ৰিলিঙৰ ক্ষেত্ৰত বিশ্বৰ ভিতৰতে অতিকৈ উল্লেখযোগ্য সফলতা অইল ইণ্ডিয়া লিমিটেডে লাভ কৰাৰ গৌৰৱ অৰ্জন কৰিছে। এচিয়াৰ ভিতৰতে সৰ্বপ্ৰথম আৰু আটাইতকৈ দীঘল ১৪00 কিলোমিটাৰ দৈৰ্ঘ্যৰ সম্পূৰ্ণ স্বয়ংক্ৰিয় ট্ৰাংক পাইপলাইন স্থাপন কৰিও কৃতিত্ব দেখুৱাইছে।

প্ৰাকৃতিক গেছৰ ভিত্তিত এচিয়াৰ ভিতৰতে প্ৰথমটো বিদ্যুৎ উৎপাদন কেন্দ্ৰ স্থাপন কৰি, খাৰুৱা তেলৰ আহৰণত উন্নত কাৰিকৰী কলা কৌশল সংযোজন কৰিও তেল উদ্যোগৰ ক্ষেত্ৰত বিশ্বৰ ভিতৰতে কৃতিত্ব আৰু দক্ষতাৰ পৰিচয় আহিছে। অসমৰ ৰাইজে এই প্ৰতিষ্ঠানটোৰ পৰা আৰু বহু বেচি আশা কৰিছে। ৰাজ্যখনৰ আৰ্থ সামাজিক ক্ষেত্ৰত অইল ইণ্ডিয়াই অধিকতৰ বৰঙণি যোগোৱাটো ৰাইজে আশা কৰিছে। বিশেষকৈ আমাৰ ৰাজ্যখনত নতুনকৈ যিটো গেচ ক্ৰেকাৰ প্ৰকল্প স্থাপন কৰিবলৈ আগবঢ়া হৈছে তাৰ বাবে প্ৰাকৃতিক গেছৰ যোগান অইল ইণ্ডিয়া লিমিটেডেই দিব লাগিব। প্ৰস্থাৱিত এই গেঁছ ক্ৰেকাৰ প্ৰকল্পটো সম্পূৰ্ণ হৈ উঠিলে অসমৰ অৰ্থনৈতিক বিকাশৰ ক্ষেত্ৰত নতুন দিশ উন্মোচিত হ'ব। অৱশ্যে এই কথা ঠিক যে গেছ ক্ৰেকাৰ প্ৰকল্পটোত আৰু নুমলীগড়ত হবলগীয়া নতুন তেল শোধনাগাৰটোত থলুৱা নিবনুৱাৰ বাবে যথেষ্ট নিযুক্তিৰ থল ওলাব যদিও ৰাজ্যখনত যিমান নিবনুবা আছে তাৰ তুলনাত তেনে নিযুক্তিৰ সংখ্যা অতি কম হব। কিন্তু প্ৰত্যক্ষ নিযুক্তি নহ'লেও পৰোক্ষ ভাৱে নিযুক্তিৰ বহু সুবিধা ওলাব। গেছ ক্ৰেকাৰ প্ৰকল্পটোৰ যোগেদি নিৰ্গত হবলগীয়া বিভিন্ন উপাদান বোৰৰ ভিত্তিত বহুতো ক্ষুদ্ৰ আৰু মজলীয়া শাখা-উদ্যোগ গঢ়ি উঠিব পাৰে। শিক্ষিত নিবনুৱা সকলে তেনে উদ্যোগ গঢ়ি তুলি স্বনিয়োজন লাভ কৰিবলৈ আগবাঢ়ি আহিব লাগিব। তদুপৰি, অইল ইণ্ডিয়া, অ-এন-জি-চি আৰু ৰাজ্যখনৰ তেল শোধনাগাৰ সমূহেও ভালেমান ব্যৱসায়িক সা-সুবিধা আগবঢ়াই শিক্ষিত নিবনুৱা সকলক আত্মসংস্থাপন লাভৰ বাট মোকোলাই দিয়াৰ থল আছে। থলুৱা শিক্ষিত নিবনুৱা যুৱক-যুৱতীয়ে এনেকৈ ক্ষুদ্ৰ আৰু মজলীয়া খণ্ডৰ উদ্যোগত যাতে সংস্থাপিত হব পাৰে, সেই উদ্দেশ্যে তেল উদ্যোগৰ সৈতে জড়িত আটাইবোৰ প্ৰতিষ্ঠানেই বিশেষ প্ৰচেষ্টা হাতত লোৱা উচিত। তাৰ বাবে এই আটাইবোৰ প্ৰষ্ঠানলৈ মই আহ্বান জনাও। কিয়নো, তাৰ যোগেদি আমাৰ নিবনুৱা সমস্যা লাঘৱ কৰাত যথেষ্ট সহায় পোৱাতো হবই, তাৰ উপৰিও ৰাজ্যখনৰ শিল্পায়ণতো সহায় পোৱা যাব আৰু ৰাজ্যখনৰ উন্নয়ন তথা জনসাধাৰণৰ জীৱনৰ মান বঢ়াই তোলাতো ই অৰিহণা যোগাব।

ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ বাবে আজিৰ দিনটো স্বাভাৱিকতে অতি আনন্দৰ দিন। গণিত আৰু পৰিসংখ্যা বিভাগৰ নৱনিৰ্মিত ভৱনটিৰ উদ্বোধন, পৰিচালনা অধ্যয়ন বিভাগ ভৱনৰ আধাৰশিলা স্থাপন আৰু কেশৱ দেৱ মালব্য আসন উদ্বোধন এই তিনিওটা কামেই বিশ্ববিদ্যালয়খনৰ উন্নয়নৰ ক্ষেত্ৰত একো একোটা বলিষ্ঠ পদক্ষেপ। এই শুভ উপলক্ষ্যত মই বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষসমন্বিতে শিক্ষক-শিক্ষয়িত্ৰী সকল আৰু ছাত্ৰ-ছাত্ৰী সকললৈ আন্তৰিক অভিনন্দন জ্ঞাপন কৰিছো। আমাৰ ৰাষ্ট্ৰীয় শিক্ষানীতিত শিক্ষাৰ সকলো স্তৰে পৰা অসমতা আৰু বৈষম্য সমূহ দূৰ কৰাত গুৰুত্ব দিয়া হৈছে। দেশৰ সামাজিক, সাংস্কৃতিক, ঐতিহাসিক প্ৰমূল্য আৰু পৰম্পৰাসমূহৰ প্ৰতি সচেতনতা জগাই তুলিবলৈ, বৈজ্ঞানিক দৃষ্টি-ভংগী প্ৰদান কৰি মানসিক উৎকৰ্ষ সাধন কৰিবলৈ, সামাজিক আৰু নৈতিক উৎকৰ্ষ সাধনৰ জৰিয়তে ছাত্ৰ-ছাত্ৰী সকলক উপযুক্ত নাগৰিক হিচাপে গঢ়ি তুলিবলৈ ৰাষ্ট্ৰীয় শিক্ষানীতিয়ে উদগনি দিছে। দেশৰ ঐক্য-সংহতি অখণ্ডতা অক্ষুণ্ণ ৰাখি দেশখনক বিকাশৰ সকলো দিশতে আগবঢ়াই নিব পৰাকৈ দেশৰ ভৱিষ্যতস্বৰূপ ছাত্ৰ-ছাত্ৰী সকলক উপযুক্ত কৰি গঢ়ি তোলাত আমাৰ শিক্ষানীতিয়ে জোৰ দিছে। এই নীতিক সফলভাৱে বাস্তবায়িত কৰিবলৈ হ'লে শিক্ষক-শিক্ষয়িত্ৰী, ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱক আটায়ে সহযোগ কৰিব লাগিব। এই দিশত আটায়ে মনোনিবেশ কৰিব বুলি মই ভাবো আৰু এই মৰ্মে আটাইলৈ অনুৰোধো জনাও। আশাকৰো, আপোনালোক আটাইৰে সহযোগিতাত ৰাজ্যখনত স্থায়ী শান্তি প্ৰতিষ্ঠা কৰিবলৈ আৰু সজোৰে উন্নয়নৰ ধাৰা আগবঢ়াই লৈ যাবলৈ আমি সক্ষম হ'ম হ'ক। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উত্তৰোতৰ উন্নতি মই কামনা কৰিছো। অইল ইণ্ডিয়া লিমিটেডেও আহিব লগীয়া দিনবোৰত অধিক সফলতা অৰ্জন কৰিব বুলি আৰু ৰাজ্যখনৰ বিকাশত অধিক গুৰুত্বপূৰ্ণ তথা অৰ্থবহ অৰিহণা আগবঢ়াব পাৰিব বুলি অন্তৰেৰে আশা কৰিছো। আটাইলৈ পুনৰ মোৰ শুভেচ্ছা আৰু ধন্যবাদ জনাইছো।

## সদৌ অসম চৰকাৰী পেঞ্চনাৰ সন্থাৰ বিংশতিতম অধিবেশন

তেজপুৰ—১৮ মে, ১৯৯২

চৰকাৰী পেঞ্চনাৰ সন্থাৰ বিংশতিতম্ অধিবেশন উপলক্ষে আজি এই তেজপুৰ চহৰৰ সুন্দৰ পৰিবেশত বয়স আৰু অভিজ্ঞতাই পুষ্ট কৰা ৰাজ্যৰ অৱসৰ প্ৰাপ্ত কৰ্ম্মচাৰীসকলৰ পুৰঠ ব্যক্তিত্বৰ গহীন সান্নিধ্য লাভৰ সুযোগ পাই এক নিবিড় সুখানুভূতিৰে মোৰ মন ভৰি উঠিছে। জীবনৰ দীঘলীয়া ঘাই সময়ছোৱা জনসাধাৰণৰ সেৱাতেই কটাই উঠি চৰকাৰী চাকৰিৰ পৰা অবসৰ লোৱা পেঞ্চনাৰ সকল দৰাচলতে আমাৰ সমাজৰ বিজ্ঞ, অভিজ্ঞ আৰু সন্মানিত শ্ৰেণীৰ ভিতৰতেই পৰে। চাকৰি কালৰ দীৰ্ঘ-দিনৰ অভিজ্ঞতাই যিদৰে তেখেতসকলক পৈনত কৰি তোলে, ঠিক তেনেদৰেই জীৱনৰ বিভিন্ন ঘাট-প্ৰতিঘাট অতিক্ৰম কৰি অহাৰ বিচিত্ৰ অভিজ্ঞতাইও তেখেতসকলক জ্ঞান-বুদ্ধিৰে পৰিপক্ক কৰি তোলে। তেখেতসকলৰ জ্ঞান-অভিজ্ঞতা, স্থিৰ চিত্তৰ সৌম্যতা, বিচাৰ-বুদ্ধিৰ তীক্ষ্নতা আমাৰ সমাজৰ বাবে অমূল্য সম্পদ। চৰকাৰী চাকৰিৰ যোগেদি জীৱনৰ সুদীৰ্ঘ ঘাই কালছোৱাত ৰাইজলৈ তেখেতসকলে যি সেৱা আগবঢ়াইছে, তাৰ দ্বাৰা তেখেতসকলে ৰাইজৰ উপকাৰ সাধাৰ লগতে নিজৰ জীৱনকো ধন্য কৰিছে। কিয়নো প্ৰত্যক্ষভাৱে ৰাইজৰ সেৱাত নিজকে নিয়োজিত কৰিব পৰাত এক বিমল আনন্দ আছে। তেনে আনন্দৰ যোগেদি এক সাৰ্থক, পৰিপূৰ্ণ জীৱনৰ অনুভূতি আপোনালোক আটায়েই লাভ কৰক—এয়ে মোৰ অন্তৰৰ কামনা। আপোনালোকৰ সেৱাৰ বিনিময়ত চৰকাৰেও আপোনালোকৰ প্ৰতি যথাযোগ্য প্ৰতিদান আগবঢ়াই অহাত কোনোদিনে কুণ্ঠাবোধ কৰা নাই। অৱসৰ প্ৰাপ্ত কৰ্ম্মচাৰীসকলৰ সৰ্বাংগীন কল্যাণৰ প্ৰতি চকু দিয়াটো চৰকাৰৰ অৱশ্য-কৰ্ত্তব্য। কল্যাণকামী ৰাষ্ট্ৰ হিচাপে আমাৰ দেশত এয়া এক এৰাব নোৱাৰা দায়িত্ব আৰু সেয়েহে আমাৰ ৰাজ্যখনতো পেঞ্চনাৰ সকলৰ কল্যাণৰ ক্ষেত্ৰত বিশেষ গুৰুত্ব দিয়া হৈছে।

এই প্ৰসংগতে মই বৰ্ত্তমান আমাৰ ৰাজ্য চৰকাৰে পেঞ্চনাৰ সকলৰ

কল্যাণৰ অৰ্থে হাতত লোৱা ব্যৱস্থাৱলীৰ বিষয়ে উন্নুকিয়াব খুজিছো। পোনতেই মই জনাব খোজো যে ১৯৬৪ চনৰ পৰিয়াল পেঞ্চন আঁচনিখনৰ সা-সুবিধাসমূহ ১৯৬৪ চনৰ আগতেই অৱসৰ লোৱা কৰ্ম্মচাৰীসকললৈ আৰু সেই চনৰ আগতেই চাকৰি কৰি থকা অৱস্থাতেই মৃত্যুবৰণ কৰা কৰ্ম্মচাৰীসকলৰ ক্ষেত্ৰতো প্ৰযোজ্য হোৱাকৈ সম্প্ৰসাৰিত কৰা হৈছে। আনহাতে, চাকৰি কৰি থকা অৱস্থাতে মৃত্যুবৰণ কৰা কৰ্ম্মচাৰীসকলৰ পৰিয়ালবৰ্গলৈ 'প্ৰভিজনেল' পৰিয়াল পেঞ্চন আদায় দিয়াৰ ব্যৱস্থা ১৯৮৫ চনৰ পৰা আৰম্ভ কৰা হৈছে।

পেঞ্চনৰ ক্ষেত্ৰত বিনিময় কৰা অংশ (commuted portion of pension) বিনিময়ৰ তাৰিখৰ পৰা ১৪ বছৰৰ পিছত পুনৰ প্ৰতিষ্ঠা কৰাৰ ব্যৱস্থা কৰা হৈছে। এই সুবিধাটিয়ে ৫৫ বছৰ বয়সত আৰু ৫৮ বছৰ বয়সত অৱসৰ গ্ৰহণ কৰা সকলৰ মাজত থকা বৈষম্য আতৰ কৰিছে।

গড়কাপ্টানি ইত্যাদি বিভাগৰ কৰ্ম্মচাৰীসকলৰ পেঞ্চনৰ বাবে সেৱা-কালৰ হিচাপৰ ভিতৰত 'ওৱৰ্ক চাৰ্জ' সময়খিনিকো অন্তৰ্ভুক্ত কৰাৰ দিহা কৰা হৈছে।

প্ৰাক্তন সেনাবাহিনীৰ লোকে ৰাজ্য চৰকাৰৰ চাকৰিত সোমাওতে দৰমহা নিৰ্দ্ধাৰণৰ বেলিকা সেনাবাহিনীৰ পেঞ্চনৰ সীমা শিথিল কৰা হৈছে।

অৱসৰপ্ৰাপ্ত শিক্ষক / প্ৰাদেশীকৃত বিদ্যালয়ৰ কৰ্ম্মচাৰীসকলৰ বাবে প্ৰভিজনেল পেঞ্চন / পৰিয়াল পেঞ্চনৰ সময়-সীমা ২৬-২-৯৩ তাৰিখলৈকে বঢ়াই দিয়া হৈছে।

পেঞ্চনাৰ আৰু পৰিয়াল পেঞ্চন পাওঁতাসকললৈ মৰগীয়া সকাহৰ নিৰিখ ( Dearness relief ) ১-৭-৯১ তাৰিখৰ পৰা বঢ়াই দিয়া হৈছে। পেঞ্চনাৰ সকলৰ স্বাস্থ্য-সকাহৰ নিৰিখ ( Medical relief) ১-২-৯১ তাৰিখৰ পৰা বলবৎ হোৱাকৈ দুশ টকালৈ বৃদ্ধি কৰা হৈছে।

পেঞ্চনাৰ সকলৰ সুবিধাৰ কাৰণে অসমত ছটা ৰাজহুৱা খণ্ডৰ বেংকৰ জৰিয়তে পেঞ্চন আদায় দিয়াৰ ব্যৱস্থা প্ৰৱৰ্ত্তন কৰা হৈছে। ষ্টেট বেংক অব ইণ্ডিয়া, ইউনাইটেড বেংক অব ইণ্ডিয়া, ইউকো বেংক,

পঞ্জাব নেচনেল বেংক, চেণ্ট্ৰেল বেংক অব ইণ্ডিয়া আৰু এলাহাবাদ বেংকৰ যোগেদি অসমত পেঞ্চনৰ ধন আদায় দিয়া হৈ আছে। মেঘালয়ত থাকিবলৈ লোৱা অসম চৰকাৰৰ পেঞ্চনাৰসকলৰ বাবে উক্ত ৰাজ্যত ইউনাইটেড বেংক অব ইণ্ডিয়া আৰু বেংক অব বৰোদাক এই কামৰ ভাৰ দিয়া হৈছে। আনহাতে, মেঘালয় আৰু অৰুণাচল প্ৰদেশৰ যিসকল পেঞ্চনাৰে অসমত বসবাস কৰি আছে তেওঁবিলাকৰ সুবিধাৰ্থে ৰাজহুৱা খণ্ডৰ বেংকৰ যোগেদি একে ধৰণেই পেঞ্চন আদায়ৰ সুবিধা দিয়া হৈছে।

পেঞ্চনাৰ সকললৈ আগবঢ়োৱা সকাহৰ ধন মহাগাণনিকৰ আজ্ঞা-পত্ৰ অবিহনেই লব পৰাৰ সুবিধা আমাৰ ৰাজ্যত আগবঢ়োৱা হৈছে, তেনে ধন আদায়ৰ ক্ষেত্ৰত বিলম্ব নাইকিয়া কৰিবলৈ।

পেঞ্চন আৰু পৰিয়াল পেঞ্চন, উভয় ক্ষেত্ৰতে পুনৰ নিৰ্দ্ধাৰণৰ বেলিকা (computation of pension and family pension) তেনে পুনৰ নিৰ্দ্ধাৰণ যাতে ট্ৰেজাৰী আৰু বেংকৰ পৰ্য্যায়তে কৰিব পৰা যায়, সেই উদ্দেশ্যে ১-১-৮৯ তাৰিখৰ পৰা বলবৎ হোৱাকৈ সংশোধিত ব্যৱস্থা ইতিমধ্যেই কৰা হৈছে। মহাগাণনিকৰ আজ্ঞাপত্ৰ অবিহনেই সোনকালে আৰু সহজে ধনাদায়ৰ সুবিধাৰ্থে 'ৰেডি ৰেক'নাৰ' এখনো প্ৰস্তুত কৰি সংশ্লিষ্ট সকলোৰে মাজত বিতৰণ কৰা হৈছে। সময়ে সময়ে দি থকা সকাহবোৰৰ ধনৰ গণনাৰ সুবিধাৰ্থে পেঞ্চনাৰ আৰু পৰিয়াল পেঞ্চন পাওঁতাসকলৰ ব্যৱহাৰৰ বাবেও এনেকুৱা আন এখন 'ৰেডি ৰেক'নাৰ' প্ৰস্তুত কৰি উলিওৱা হৈছে।

অৱসৰ প্ৰাপ্ত শিক্ষক আৰু প্ৰদেশীকৃত বিদ্যালয়সমূহৰ কৰ্ম্মচাৰী-সকলৰ পেঞ্চনৰ বিষয়টো তদাৰক কৰিবলৈ অসমত এটি পেঞ্চন সঞ্চালকালয় খোলা হৈছে।

এইবোৰৰ উপৰিও অসম চৰকাৰী পেঞ্চনাৰ সন্থাৰ এটি নিজা ঘৰ গুৱাহাটীত নিৰ্ম্মাণ কৰাৰ বাবে অলপতে ৰাজ্য চৰকাৰে তিনি লাখ টকাৰ এককালীন সাহায্য আগবঢ়াইছে। এই একে উদ্দেশ্যে ৰাজ্য চৰকাৰে সন্থালৈ গুৱাহাটীত মাটিৰ ব্যৱস্থাও কৰি দিছে।

মই আগতেই কৈ আহিছো যে পেঞ্চনাৰ সকলৰ জ্ঞান-অভিজ্ঞতা আমাৰ সমাজৰ বাবে অমূল্য সম্পদ। অৱসৰৰ পাছত তেখেতসকলে অধিকতৰ বহল পৰিবেশত সেই জ্ঞান-অভিজ্ঞতাক কামত লগাব

পাৰে। সেইটো আমাৰ সমাজেও তেখেতসকলৰ পৰা আশা কৰে। আমাৰ জনসাধাৰণৰ নৈতিক, সামাজিক, অৰ্থনৈতিক বা সাংস্কৃতিক সকলো দিশতে বাঞ্চিত বিকাশ লাভৰ প্ৰচেষ্টাত আপোনালোকৰ পৰিপক্ক বিচাৰ-বুদ্ধিয়ে শুদ্ধ পথ-নিৰ্দ্দেশনা দিব পাৰে। এই প্ৰসঙ্গতে বৰ্ত্তমানে আমাৰ ৰাজ্যখনত দেখা দিয়া সামাজিক অস্থিৰতা আৰু যুৱ-সমাজৰ একাংশৰ মাজত গঢ়লৈ উঠা হিংসাৰ প্ৰৱণতাৰ বিষয়টোৰ প্ৰতি আপোনালোকৰ দৃষ্টি আকৰ্ষণ কৰিব খুজিছো। আপোনালোকে জানেই যে অসমৰ সমাজ বা সংস্কৃতিত হিংসাৰ স্থান কোনোকালে নাছিল। সেয়েহে এনে এক অপসংস্কৃতিয়ে গা কৰি উঠাটো আমাৰ সমাজৰ যাৰ্উতিযুগীয়া প্ৰমূল্যসমূহৰেই পৰিপন্থী। এই হিংসাৰ অপসংস্কৃতিৰ গৰাহৰ পৰা যুৱসমাজৰ সেই অংশটিক উদ্ধাৰ কৰাত আপোনালোকে বিশেষ ভূমিকা গ্ৰহণ কৰিব পাৰে। বহুদিন শান্তিৰ মুখ নেদেখা ৰাজ্যখনলৈ শান্তিৰ পৰিবেশ এটা ঘূৰাই অনাৰ বৰ্ত্তমানৰ প্ৰচেষ্টাতো আপোনালোকে এক কাৰ্যকৰী ভূমিকা গ্ৰহণ কৰিব পাৰে আৰু তেনে কৰাৰ নিতান্ত প্ৰয়োজনো হৈছে। সমাজৰ প্ৰতি এনে ধৰণৰ দায়বদ্ধতাসমূহৰ প্ৰতি সচেতন হৈ থাকি বিজ্ঞ, অভিজ্ঞ, প্ৰবীন নাগৰিক হিচাপে ৰাজ্যখনত শান্তিৰ পৰিবেশ পুনৰ প্ৰতিষ্ঠা কৰাত, বিভিন্ন শ্ৰেণীৰ ৰাইজৰ মাজত ঐক্য-সংহতি বজাই ৰখাত আৰু সকলো দিশতে ৰাজ্যখনৰ উন্নয়নৰ গতি খৰতকীয়া কৰি তোলাত বিশেষ ভূমিকা গ্ৰহণ কৰি যাবলৈ আপোনালোকলৈ মই অনুৰোধ জনাও। আপোনালোকৰ আটাইৰে সুখ-শান্তি, সু-স্বাস্থ্য আৰু দীৰ্ঘজীৱন কামনা কৰিছে। সদৌটিলৈ মোৰ আন্তৰিক শুভেচ্ছা আৰু ধন্যবাদ নিবেদন কৰিছো।

## ভাৰতৰত্ন বাবাচাহেব ড· ভীমৰাও আম্বেদকাৰৰ সোঁৱৰণত ভাৰত চৰকাৰৰ বিজ্ঞাপন আৰু দৃশ্যপ্ৰচাৰ সঞ্চালকালয়ে আয়োজন কৰা প্ৰদৰ্শনীৰ উদ্বোধনী অনুষ্ঠান

ৰেলৱে ইন্সটিটিউট, পানবাজাৰ গুৱাহাটী ৪-২-৯২

ভাৰতৰত্ন বাবাচাহেব ডঃ ভীমৰাও আম্বেদকাৰ ভাৰতীয় জাতীয় জীৱনত এক চিৰনমস্য নাম। আজি তেখেতৰ পুণ্য স্মৃতিত

আয়োজিত এই অনুষ্ঠানত মোৰ বক্তব্য ৰখাৰ আৰম্ভনিতে মহান নেতা গৰাকীৰ প্ৰতি গভীৰ আন্তৰিক শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰিছো। আজিৰ পৰা প্ৰায় এশ বছৰ আগতে কুসংস্কাৰ, ধৰ্ম্মান্ধতা আৰু অজ্ঞানতাৰ অন্ধকাৰেৰে ভৰা মধ্য ভাৰতৰ এখন গাঁৱত এটি নীচকুলীয়া পৰিয়ালত জন্মগ্ৰহণ কৰা আম্বেদকাৰে সৰুৰে পৰাই তাহানিৰ সমাজ-ব্যৱস্থাৰ অন্যায়, অনাচাৰ, অসমতা আদি দেখি-শুনি সেইবোৰ আতৰাই এখন সুস্থ সমাজ গঠনৰ সপোন দেখিছিল। বুদ্ধি-মত্তা আৰু কৰ্ম্মদক্ষতাৰ বলত এনে এক অসাধ্য সাধনৰ লক্ষ্যত উপনীত হবলৈ ভাৰতবাসীৰ বাবে এক প্ৰশস্ত পথ তেৱেঁই মুকলি কৰি থৈ গ'ল। বোম্বেৰ এলফিনষ্টোন হাইস্কুলৰ পৰা যেতিয়া তেওঁ মেট্ৰিক পাছ কৰিছিল, তেতিয়া তেওঁক হেনো সম্বৰ্দ্ধনা জনোৱা হৈছিল। কাৰণ, অস্পৃশ্য সম্প্ৰদায়ৰ এজন ল'ৰাই মেট্ৰিক পাছ কৰাটো সেই সময়ত বৰ ডাঙৰ কথা আছিল। এনে পৰিপ্ৰেক্ষিতত তেওঁৰ নিচিনা এজন ল'ৰাই পিছলৈ যে লণ্ডন, কলম্বিয়া, নিউইয়ৰ্ক আদি বিদেশৰ প্ৰখ্যাত বিশ্ববিদ্যালয়ৰ পৰা এম এ, পি-এইচ-ডি, এম-এচ-চি, ডি-এচ-চি, বাৰ-এট-ল আদি উপাধি লাভ কৰিবলৈ সক্ষম হৈছিল, সেইটো একমাত্ৰ তেওঁৰ নিজস্ব প্ৰতিভা আৰু দৃঢ়তাৰ বাবেই সম্ভৱ হৈছিল। তেওঁৰ জীৱন সচাঁকৈয়ে আছিল এক পৰিপূৰ্ণ জীবন ; ভাৰতৰ সকলো পিচপৰা সম্প্ৰদায়ৰ বাবে বিশেষকৈ, এক আদৰ্শস্থানীয় জীৱন।

ওৰেটো জীৱন তেখেতে ভাৰতৰ দলিত, অৱহেলিত, অনুন্নত লোকসকলৰ উন্নয়নৰ কাৰণে অহোপুৰুষাৰ্থ কৰি গ'ল। ১৯২৩ চনত তেখেতে "বহিস্কৃত হিতকাৰিনী সভা" নামৰ অনুষ্ঠানৰ জন্ম দিয়ে আৰু তাৰ যোগেদি সেই শ্ৰেণীৰ জনসাধাৰণৰ মাজত শিক্ষাৰ বিস্তাৰ আৰু অৰ্থনৈতিক উন্নয়নৰ বাবে দেহে কেহে কামত লাগে। সেই কাম তেতিয়া অতি দুৰূহ আছিল। নীচকুলীয়া লোকসকলৰ বাবে মন্দিৰৰ দুৱাৰ বন্ধ আছিল, ৰাজহুৱা কুঁৱা বা পুখুৰীৰ পানী নিষিদ্ধ আছিল। বিদ্যালয়ত নাম ভৰ্ত্তি কৰা মানা আছিল। এই দলিত, অস্পৃশ্য সকলৰ মানৱ অধিকাৰ আৰ সমতা লাভৰ দাবীত সজোৰে অথচ অহিংস পদ্ধতিৰে তেখেতে জীৱন জোৰা সংগ্ৰাম চলাই গৈছিল। দলিত সকলৰ কাৰণে ৰাজনৈতিক অধিকাৰৰ

কাৰণেও তেখেতে যুঁজিছিল যদিও তেখেতে মনে-প্ৰাণে বিশ্বাস কৰিছিল যে কেৱল ৰাজনৈতিক ক্ষমতা পালেই দলিত সকলৰ সকলো সমস্যাৰ সমাধান হৈ নাযায়। সামাজিক আৰু অৰ্থনৈতিক উন্নয়নেহে তেওঁলোকক মুক্তিৰ সন্ধান দিব পাৰিব। তেখেতৰ সেই কথাষাৰিব প্ৰাসঙ্গিকতা আজিও বৰ্ত্তমান।

ডঃ আম্বেদকাৰ আছিল স্বাধীন ভাৰতৰ প্ৰথম আইন মন্ত্ৰী। স্বাধীন ভাৰতৰ সংবিধান ৰচনা কৰিবৰ কাৰণে গঠন কৰি দিয়া কমিটিৰ তেখেত আছিল চেয়াৰমেন। ১৯৪৮ চনত সংবিধান ৰচনাৰ কাম আৰম্ভ কৰি ১৯৪৯ চনত তাৰ খচৰাখন সম্পূৰ্ণ কৰি উলিয়ায় সংবিধানত তেখেতে অনুসূচিত জাতি, অনুসূচিত জনজাতি সমূহৰ কাৰণে সামাজিক ন্যায় আৰু সমতা প্ৰদান কৰি গৈছে। ডঃ আম্বেদকাৰ ডাঙৰীয়াই সদায় এই মত পোষণ কৰিছিল যে পৰম্পৰাগত ধৰ্ম্মীয় অন্ধবিশ্বাস আৰু কুসংস্কাৰ সমূহ পৰিত্যাগ কৰিব লাগে আৰু জ্ঞানৰ পোহৰত নতুন বিচাৰ ধাৰাৰে চালি-জাৰি চাব লাগে। সেয়েহে তেখেতে সকলোৰে কাৰণে সম্মান, একতা, স্বতন্ত্ৰতা, সমতা আদি নাগৰিকৰ অধিকাৰত বিশেষ জোৰ দি গৈছে। সামাজিক আৰ্থিক আৰু ৰাজনৈতিক জীৱনৰ সকলো ক্ষেত্ৰতে আম্বেদকাৰ গণতন্ত্ৰৰ পক্ষপাতী আছিল। তেখেতৰ মতে সামাজিক ন্যায়ৰ অৰ্থই হৈছে যিমান পাৰি সিমান বেচি মানুহৰ বাবে অধিকৰ পৰা অধিকতৰ সুখ-সমৃদ্ধি নিশ্চিত কৰা। তেখেতৰ গণতন্ত্ৰৰ ধাৰণাত প্ৰতিজন ব্যক্তিৰ গৰিমাতহে অধিক মহত্ব প্ৰদান কৰা দেখা গৈছিল। দেশখনৰ ঐক্য আৰু অখণ্ডতা সুদৃঢ় হৈ থকাটো তেখেতে বিচাৰিছিল। কিন্তু তাৰ লগে লগে সকলো ক্ষেত্ৰতে প্ৰতিখন ৰাজ্যৰ সৰ্ম্ববিকাশতো গুৰুত্ব দিছিল। তেখেতে কৈছিল যে ভাৰতীয় সমাজখন কেৱল জাতি-ধৰ্ম্ম-সম্প্ৰদায়ৰ দ্বাৰাই গঠিত হোৱা নাই। বিভিন্ন ভাষা-সাহিত্য আৰু সংস্কৃতিৰ সমন্বয়তহে গঠিত হৈছে। জাতি-ধৰ্ম্ম-সম্প্ৰদায়ৰ ভেদাভেদ সম্পৰ্কত তেখেতে কৈছিল যে এনে ব্যৱস্থা কোনো শ্ৰম-বিভাজনৰ আধাৰত বা প্ৰকৃতিদত্ত ক্ষমতাৰ ওপৰত আধাৰিত নহয়। কোনজন মানুহ কোন কামৰ উপযুক্ত হব, জন্মসূত্ৰেই তাক নিৰূপণ কৰিব নোৱাৰি। মানুহজনৰ মৌলিক ক্ষমতা আৰু প্ৰশিক্ষণহে এই ক্ষেত্ৰত ঘাই কথা। এনেধৰণে

বিজ্ঞান সন্মত ভাৱধাৰাৰে এক মহান ভাৰতীয় জাতি গঠনৰ তেখেতে পোষকতা কৰিছিল। সামাজিক ন্যায়, সমতা আৰু ব্যক্তি স্বাধীনতাৰ আধাৰত এক মহান ভাৰতীয় জাতি গঠনৰ প্ৰবক্তা, ভাৰতীয় সংবিধানৰ মুখ্য ৰচয়িতা ডঃ আম্বেদকাৰ ডাঙৰীয়াক মৰনোত্তৰ ভাৱে ১৯৯০ চনত "ভাৰতৰত্ন" উপাধিৰে বিভূষিত কৰি আমাৰ দেশে তেখেতৰ প্ৰতি প্ৰকৃত সন্মান প্ৰদৰ্শন কৰিছে। তদুপৰি ১৯৯০ চনৰ ১৪ এপ্ৰিল পৰা ১৯৯১ চনৰ ১৪ এপ্ৰিললৈকে এই এটা বছৰ তেখেতৰ জন্ম শতবাৰ্ষিকী উপলক্ষে 'সামাজিক ন্যায় বৰ্ষ" হিচাপে গোটেই দেশে পালন কৰি তেখেতৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিছে। এই মহান নেতাগৰাকীৰ আদৰ্শেৰে পৰিচালিত হৈ এখন সুস্থ সমাজ গঠনৰ কামত ব্ৰতী হবলৈ অসমৰ ৰাইজলৈ মই নিবেদন জনাওঁ। আজি এই অনুষ্ঠানৰ আয়োজন কৰাৰ বাবে আৰু ইয়াত যোগদানৰ সুযোগ দিয়াৰ বাবে উদ্যোক্তাসকললৈ মই ধন্যবাদ জনাইছো। এইখিনিতে কৈ, ডঃ আম্বেদকাৰৰ সোঁৱৰণত ভাৰত চৰকাৰৰ বিজ্ঞাপন আৰু দৃশ্য-প্ৰচাৰ সঞ্চালকালয়ে আয়োজন কৰা এই প্ৰদৰ্শনীখন মই আনুষ্ঠানিকভাৱে মুকলি কৰিলো।

## গুৱাহাটীৰ গীতা মন্দিৰ
## মহেন্দ্ৰ মোহন চৌধুৰী পুথিভঁৰাল উদ্বোধন

গুৱাহাটী—৬ মে, ১৯৯২

জয় জয়তে আপোনালোক আটাইলৈ মোৰ সশ্ৰদ্ধ প্ৰণাম নিবেদন কৰিছো। বৰ্তমানে মানুহৰ সমাজখনত বস্তুবাদী ভাৱধাৰা, বিষয় বাসনাৰ প্ৰভাৱ বাঢ়ি অহাৰ কাৰণে আধ্যাত্মিক চিন্তা-চৰ্চা আৰু নৈতিক প্ৰমূল্য সমূহৰ ক্ৰমাগত অৱক্ষয় পৰিলক্ষিত হৈছে। এনে এক সময়ত মানুহক শুদ্ধ, সনাতন পথৰ প্ৰতি আকৃষ্ট কৰি ৰখাৰ পবিত্ৰ উদ্দেশ্যে আমাৰেই এজন মহান নেতা প্ৰয়াত মহেন্দ্ৰ মোহন চৌধুৰী ডাঙৰীয়াৰ উদ্যোগত আৰু স্থানীয় ধৰ্ম্মপ্ৰাণ সজ্জনবৃন্দৰ প্ৰচেষ্টাত গুৱাহাটী মহানগৰীত গীতা সমাজ আৰু গীতা মন্দিৰৰ

স্থাপন অতিকৈ সুখ আৰু আনন্দৰ কথা। সংসাৰ মৰুভূমিত শান্তিৰ শীতল উদ্যান স্বৰূপ এই গীতা মন্দিৰে আমাৰ সমাজত উদ্বুদ্ধ কৰি ৰাখক—এয়ে আমাৰ একান্ত কামনা।

গীতা অকল হিন্দুসকলৰেই নহয় সমগ্ৰ মানৱ জাতিৰ বাবেই এখন পবিত্ৰ শাস্ত্ৰ। মানৱ জাতিৰ জীৱন-দৰ্শন, বিচাৰ-বিবেচনা আদি সকলো ক্ষেত্ৰতে শুদ্ধ পথৰ সন্ধান দিব পৰা গীতা শাস্ত্ৰ এনে এখন শাস্ত্ৰ যে ইয়াক মানৱ জাতিৰ দিগদৰ্শনকাৰী তত্বাৱলীৰ অমূল্য ভাণ্ডাৰ বুলি কব পাৰি। এই অনন্য গুণৰ বাবেই গীতাৰ বচন সমূহ মানুহৰ জীৱন আৰু সমাজৰ বাবে যুগ যুগ ধৰি পাথেয় হৈ আছে। গভীৰ অন্তদৃষ্টিসম্পন্ন অতীত ভাৰতৰ ঋষিমুনি সকলৰ যুগ-যুগৰ সাধনা লব্ধ জ্ঞানৰ সাৰভাগ ইয়াত থুপ খুৱাই থোৱা আছে। এই জ্ঞান চিৰন্তন সত্যৰ ওপৰত আধাৰিত সেয়েহে গীতাৰ বাণীৰ মৰ্ম্মও চিৰসত্য, সনাতন। মানুহৰ ব্যক্তিগত জীৱনতেই হওঁক বা সমাজ জীৱনতেই হওঁক—মাজে মাজে কিছুমান প্ৰশ্ন আহে, সংঘাট আহে, মানসিক অন্তৰ্দ্বন্দ আহে। উচিত কি, অনুচিত কি—ঠিৰাং কৰিব নোৱাৰি মানুহ বিপাণ্ডত পৰে। ঠিক তেনে সংকটৰ সময়তেই গীতাই আমাক শুদ্ধ পথৰ নিৰ্দ্দেশ দিয়ে। আবেগ বৰ্জিত হৈ নিৰপেক্ষ দৃষ্টিভংগীৰে সত্যক সাৱতি লবলৈ প্ৰেৰণা যোগায়। সচাঁকৈয়ে, যি কোনো পৰিস্থিতিতেই কৰ্ত্তব্য-অকৰ্ত্তব্যৰ জ্ঞান দিয়াত গীতাৰ দৰে শাস্ত্ৰ অতি বিৰল। গীতাই আমাক সংসাৰ ধৰ্ম্ম পৰিহৰি সন্ন্যাস ধৰ্ম্ম গ্ৰহণ কৰি ভগৱৎ সাধনাতেই ডুব গৈ থাকিবলৈ কোৱা নাই। বৰং সংসাৰ ধৰ্ম্ম আচৰণ কৰি যোৱাৰ পথত দেখা দিয়া বাধা-বিঘিনি, সংকট আদি অতিক্ৰম কৰিব পৰাৰ পথহে দেখুৱাইছে। নিষ্ঠা আৰু আদৰ্শ লৈ কিদৰে এক মানৱ-জনোচিত, পুৰুষোচিত, পৰিপূৰ্ণ জীৱন যাপন কৰিব পাৰি, তাৰেহে পথ নিৰ্দ্দেশ দিছে। সেই কাৰণেই ই এখন কালজয়ী শাস্ত্ৰ। মানৱ জীৱনৰ এন্ধাৰ বাটত যাউতিযুগীয়া আলোকস্তম্ভ ৰূপে সদায় ই পোহৰ বিলাই আহিছে আৰু থাকিবও। আমাৰ ভাৰতীয় জীৱনত গীতাৰ প্ৰভাৱ অতুলনীয়। সমগ্ৰ ভাৰতবাসীৰ মাজত একীভূত জীৱন অনন্য যোগসূত্ৰ হিচাবে গীতা শাস্ত্ৰ সদায় প্ৰেৰণাৰ উৎস হৈ ৰৈ আছে।

বৰ্ত্তমান সময়ত আমাৰ ৰাজ্যৰ সমাজখনতো কেতবোৰ অন্তৰ্দ্বন্দ্বই দেখা দিছে। সমাজৰ মানসিকতাত এক অস্থিৰতাই বিৰাজ কৰিছে। আৱেগৰ প্ৰাধান্যই যুক্তিক তল পেলাইছে। মুঠৰ ওপৰত আমাৰ সমাজ-জীৱনত এক সংকটৰ সৃষ্টি হৈছে। এই সময়ত বিশেষকৈ আমাৰ সকলোৰে বাবে গীতা-শাস্ত্ৰৰ প্ৰাসংগিকতা আকৌ এবাৰ অনুভূত হৈছে। এই সময়ত আৱেগ বৰ্জিত ভাৱে, উচিত-অনুচিত উপলব্ধি কৰাৰ সম্যক বিচাৰ-বুদ্ধিৰে সমস্যাৰ সকলো দিশ চালি-জাৰি চাই আগবঢ়াৰ মানসিকতা আহৰণ কৰিব পাৰিলেহে আমি সত্যত উপনীত হ'ব পাৰিমহঁক। তেতিয়া সামাজিক অস্থিৰতাৰো অৱসান ঘটিব, সকলো সংঘাট আৰু অন্তৰ্দ্বন্দ্বৰো ওৰ পৰিব। তেনে এক মনোভাৱেৰে আগবাঢ়িলেহে আমাৰ সমাজৰ সকলো সমস্যাৰ ক্ষেত্ৰতেই নিৰাময় সম্ভৱ হৈ উঠিব।

আজি এই গীতা মন্দিৰ প্ৰাংগনতেই আমাৰ প্ৰায়ত, নমস্য নেতা মহেন্দ্ৰ মোহন চৌধুৰী ডাঙৰীয়াৰ স্মৃতিত উৎসৰ্গিত পুথিভঁৰালটিৰ স্থাপন এই প্ৰসংগতেই অতি আদৰণীয় আৰু উচিত পদক্ষেপ হৈছে। আমাৰ সমাজক গীতাৰ মাহাত্ম্য, আদৰ্শ আৰু মৰ্ম্মবাণীৰে উজ্জীৱিত কৰি ৰখাত এই পুথিভঁৰালটিয়ে যে বিশেষ অৰিহণা যোগাব, তাত কোনো সন্দেহ নাই। স্বৰ্গীয় চৌধুৰী ডাঙৰীয়াৰ পৱিত্ৰ স্মৃতিৰ প্ৰতি মই গভীৰ আন্তৰিক শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিছো। তেখেতৰ কৰ্ম্মময় আৰু ধৰ্ম্মপ্ৰাণ জীৱনৰ আদৰ্শই পিছৰ চামকো উৎসাহ, অনুপ্ৰেৰণা যোগাই থাকিব। মই গীতা সমাজৰ বিষয় ববীয়াসকলকে ধৰি সমূহ সজ্জনবৃন্দলৈ আন্তৰিক ধন্যবাদ জনাইছো আৰু নৱ-প্ৰতিষ্ঠিত পুথিভঁৰালটিৰ উদ্দেশ্যৰ সাৰ্থকতা আৰু উজ্জ্বল ভৱিষ্যত কামনা কৰি শুভেচ্ছা আগবঢ়াইছো।

## Dibrugarh University
## ixth Convocation

Dibrugarh University—15th March, 1992

Hon'ble Chancellor, Respected Chief guest Dr. S. D. Sharma, Hon'ble Vice-President of India, Vice-Chancellor Sri Kamaleswar Bora, Members of the Executive Council,

Court, Academic Council, teachers, students, Degree holders, Ladies and Gentlemen.

I deem it a proud privilege to address this august gathering on the occasion of sixth convocation of Dibrugarh University today. I am thankful to the authorities of the Dibrugarh University and to the Vice-Chancellor, Sri Kamaleswar Bora, for inviting me to take part in this convocation. In fact this is my second visit to this university within a period of less than two months and I am very happy to witness the academic excellence of this centre for higher education.

May I first of all congratulate the Ph. D., M. Phil. Degree holders, post-graduates and graduates of the past three years on whom the degrees have ceremoniously been conferred today. I join with you on your academic accomplishments and thank on your choice of this university for higher education and research.

I pay my best tribute to a band of educationists with their farsighted vision which led to the birth of this university as on way back in 1965 for catering to the needs of the north-eastern-states in general and the upper Assam districts in particular. This institution as a teaching, residential and affiliating university was a undoubtedly born out of necessity and it has now amply proved its excellence in the field of teaching research and training over the past glorious twenty six years of existence.

The State Government is fully aware of the need of development of education from the primary stages to the university level and the thrust on the education policy has been put in accordance with the national education policy. A society marked by mass illiteracy cannot lead to a balanced development and this situation, if allowed to continue will only widen the gap between the have and have nots and the privileged and oppressed. We have therefore, streamlined

our education policy in such a way that the objective of eradication of illiteracy from the State is achieved within a time frame. We must put our efforts to fulfil the pledge of eradication of illiteracy.

The university system has also to discharge adequately its responsibilities to the entire education system and to the society as a whole. It must assume Extension as the third dimension of the institution of higher education besides Teaching and Research with equal emphasis. The Universities and Colleges with its institutional resources of knowledge and manpower should come forward to discharge its obligations towards the development of the community with particular reference to overall and diverse learning needs of the people of the community. I assure you to extend all necessary support in making the programme a success. What is needed is your active involvement in promoting a meaningful and sustained report between the universities and the community.

The educational scenario of Assam should be looked not in isolation but in the context of overall socio-economic scenario. During the British rule the State was lagging behind in terms of educational facilities compared to the development of other metropolitan centres of the country. In the post-independence period the Government took up this aspect on priority basis and the results have been achieved now. We have now three Universities, over 200 colleges for general education, three Medical colleges, three Engineering Colleges, two Agricultural Colleges, two Veterinary Colleges one Ayurbedic College, one Nurshing College, one Dental College, over, 3,000 High and Higher Secondary Schools over 6.000 Middle English Schools, over 30,000 L.P. Schools besides several institutions for professional educational at undergraduate level and teachers training Colleges. The Government does not feel complacent with

the present level of development in Educational field until ,the basic facilities for education are extended to every village and the required manpower is created through these institution. (A major portion of the State budget is allotted to the education with the aim of serving the people) With the setting up of the two proposed central universities, one at Borak Valley and the other at Tezpur, the scope for higher education, research will further be expanded in our State. The proposed I.I.T. will also provide opportunity to our youths for undergoing job oriented technical courses of study.

The university teachers have a significant role to play in the educational system as teaching at the higher education level is required not to impart in-depth, uptodate and relevant knowledge of the subject concerned to the student but also to develop in him critical and analytical abilities as well as the capability to relate knowledge to real life situations. With the explosion of knowledge, it is imperative for the student to be able to develop capabilities to acquire and process information, interpret it and choose what is most relevant in a particular situation. In this context may I sincerely appeal to the teaching community as well as the student of our State to accept campus education utilising our available resources.

I am happy to know that Dibrugarh University is actively engaged in research alongwith teaching and I take this opportunity in congratulating the teachers who despite their constraints carried forward the missionery zeal in serving the humanity. Dibrugarh University has not been an ivory tower instead is involved in transmitted knowledge to students drawn from all sections giving them exposure to the realities of life. I believe, you will keep this spirit in the coming days enjoying a special status among with universities of the country giving optimum return to the scarce resource spent on you.

I should request the student community to rise to the occasion and make themselvee prepared for building up a rich nation upholding our values which unite the country in diversity. It is very often felt that our boys excepting a few put a dismal performance in the national level competitive examinations and keep away from position, we look forward to be adorned by them. It is an appropriate occasion to make an indepth study of the causes of unsatisfactory performances of our boys and girls Should there be any deficiency in teaching, it is high time to set the things right, preparing them for facing the challanges and the students also shall have to work hard with devotion. The Government has also been providing necessary infrastructure for pre-recruitment trainning and guidance for students desiring to appear in Civil Sciences Examination We hope our boys and girls will be able to develop their skill to get themselves absorbed gainfully in diverse services both in the public and the private sector or self employment productive activities.

The locational advantage of Dibrugath University can be fully exploited by our students though their courses of study available here. It is heartening to note that of late the university has been able to develop a close interaction with industries of the region. This will open a new era in the development of the much needed Science and Technology for bringing about rapid development of the State.

The trouble torn State has by now returned to normalcy with the humming of activities in the field and factory, office and educational institution, trade and commerce, transport and communication due to your kind cooperation with the Government during the past months since the elected Government assumed office in June last year. It is our sacred duty to maintain this present violence free peaceful atmosphere conducive to development. As the biggest democratic country in the whole of Asia, it is our prime

duty to ensure unity and integrity of India. If unity does not remain; where will our democracy be? Violence has no place in democracy and I appeal to the coming generation to preserve the hard earned freedom of the country. We have launched a revolution in the field of education for speedy development within a time frame and the great responsibility in carrying on this enormous task lies on all of us. Let us concentrate on this campaign. I simply believe the universities will emulate the ideals of Gandhiji for strengthening our democracy, secularsim and socialism among our students who are the future builders of the nation. I congratulate the youths for devoting themselves in constructive works with a view of all round development of the State. Once again, I congratulate those who have received their degrees today and wish them all success in life,

I conclude with a famous saying of Swawi Vivekananda. ..."the world's basic need is not economic-political or cultural development but the goodness of man. It is man who makes wars, it is man who makes peace. It is man who makes laws, laws do not make man. What the world needs most is the right type of human beings." This should be the guiding principle of our educational institutions in producing true men.

Jai Hind.

## Annual General Meeting of the Assam Branch of Indian Tea Association

JORHAT—29th February, 1992

It gives me immense pleasure to be in your midst on the occasion of the Annual General Meeting of the Assam Branch of the Indian Tea Association.

Next to Oil, Tea is the most important industry in Assam which can play a vital role in the growth of the economy of the State. Since the establishment of the first Tea Company in the year 1839, the Tea Industry has completed more than 150 years of its existence employing nearly 5 lakh workers and throughout the period contributing significantly towards the overall export earnings of the country. Available records state that there are 845 gardens in Assam with 2,26,883 hectares of land under tea plantation against the total area of 27 lakh, 6 thousands hectares of Agricultural land which is available for cultivation. Hence, it is needless to point out that the economic growth of the State and a large section of its populace of its are inextricably linked with the growth of the Tea Industry.

Despite the fact the State in general and the Tea industry in particular had to pass through an unprecedented crisis in the recent past, the dedication and hard work of the personnels concerned with the tea-production who kept all along the wheels of the industry moving enabled it to tide over that difficult phase. Many of our friends in the Tea Industry had to become the targets of violence unleashed by the terrorists. I sincerely share your profound grief at the loss of some of your colloeagues and friends in the Industry. You are aware that the terrorists have ruthlessly killed some of my family members as well as party workers. The insane wave of violence and secessionism have inflicted irrepairable damage to the State as a whole.

The persistent efforts of the State Government to surmount the challenge and put the disarrayed State of affairs back to the rail have produced desired results.

To-day, the clouds of despair and uncertainity are gradually disappearing. We have rekindled the lights of hopes and faiths in the minds of the people. The long-felt need

to restore peace and stablity as a pre-condition for progress has been fulfilled. It is incumbent on all of us to make concerted endeavour to consolidate the gains achieved so far intensify our efforts to usher in an era of lasting peace and prosperity to the State.

Friends, we can't have some islands of progress and plenty in the oceans of poverty and backwardness. The colonial legacy of diverting resources from the State and turning a blind eye to her development as a matter of fact is a thing of the past. The various social welfare measures taken up by the A B I T A are unmistakeably steps in the right direction which amply demonstrate your keenness to accelerate the peace of development of our people. I hope, you will not only continue to pursue these objectives but also take concrete initiatives so as to allay the feelings of deprivation and neglect deeply entrenched in the minds of the people around you.

The State Government is at present confronting with the formidable task of providing employment to nearly 1 million youths of the State.

In this critical hour, the tea gradens as the biggest labour intensive sector must come forward with a helping hand in overcoming this enormous challenge.

It may be pointed out that although the area under tea graden increased substrntially, the average number of labourers employed in the tea gardens have not shown improvement over the years rather it has been sliding down to 4 lakhs 90 thousand in 1987 compared 5 lakhs 38 thousands in 1951. Thus, the ratio of labour per hectare which was 3.46 in 1951 has also come down to 2.16 in the year 1987.

The State Government with its limited resources have taken several steps to resettle this work force and reinhabilitate them. Also special schemes have been implemented

to ensure their socio-economic uplift. I would like to reiterate that the State Government is firmly committed to the cause of alround development of the tea garden labours. We have decided to bring the children of the tea garden labourers under the scheme of compulsory education. All primary schools in the garden areas will be provincialised. The Government is committed to provide housing facilities to the tea workers as soon as possible. Doctors will be appointed soon in the dispensaries located in the gardens. As already announced, Panchayats will be formed in all tea gardens of the State and these Panchayats will be endowed with adequate financial and other facilities. These measures together with the Government's Committment to the trade unions to enforce Minimum wages Act are the steps which will not only go a long way in alleviating some of the problems faced by the tea-tribes but also contribute ultimately towards creating a right ambience for the growth of the industry. It is an undeniable fact that in a sector like Tea industry, the humane factor plays a vital role in sustaining its uninterrupted growth. The aspirations and interests of this most important component have to be propely looked into while determining the future of the industry. We have to ensure that well laid out and well intentional provisions of various legislative measures are not violated. It is a matter of satisfaction that not only individual tea estates, but the tea industry as a whole have of late demonstrated a great measure of enthusiasm in taking up welfare schemes. This is indeed a welcome development. I hope, the A B I T A will continue to take lead in this regard.

I am aware of the difficulties encountered by the Tea industry in view of the fast changing global market scenario. Your target to achieve 1000 million Kg. by the year 2000, may appear unattainable. But given firm determination and support from all quarters, the country will certainly be able

to maintain its lead and reach the target ultimately. I assure you that on our part notwithstanding our socio-political and other compulsions we shall do all possible to extend necessary support in this regard.

The State Government's plan to elavate the existing Inland Container Depot which has been already approved by the Centre will go a long way in facilitating export of tea. Days are not far when Guwahati is going to become the World's biggest tea exporting centre.

## ৰাজহ বিষয়ৰ ওপৰত উপায়ুক্ত সকলৰ সন্মিলন

গুৱাহাটী ১১ নৱেম্বৰ, ১৯৯২

উপস্থিত ৰাজহ মন্ত্ৰীদেৱ, উপায়ুক্ত সকল আৰু মুখ্য সচিব প্ৰমুখ্যে বিষয়া সকল ঃ—

সকলোৰে জ্ঞাত যে ৰাজহ বিভাগৰ যোগে নিম্নতম্ চাহিদা আচঁনি বিতৰণ আদি জনকল্যাণ মূলক আচঁনি সমূহ কাৰ্য্যকৰি কৰা হয়। ভূমি যিহেতু সকলো উন্নয়নৰ প্ৰধান আহিলা, সেয়েহে ভূমি সম্বন্ধীয় আচঁনি সমূহৰ সফল ৰূপায়ণ হোৱা উচিত। মাননীয় প্ৰধান মন্ত্ৰীদেৱে চিলিং ৰাহি মাটিৰ বিতৰণৰ বিষয়টোত অগ্ৰাধিকাৰ দিছে। আমাৰ ৰাজ্যখনে যোৱা বছৰত বান্ধি দিয়া লক্ষ্য চৌব্বিছ হাজাৰ তিনি একৰ মাটিৰ বিপৰিতে চৌব্বিছ হাজাৰ চাৰিশ তিৰাশী একৰ ভূমি বিতৰণ কৰি কেন্দ্ৰীয় চৰকাৰৰ প্ৰশংসা লাভ কৰিছে। তেনেদৰে নিম্নতম্ চাহিদা আচঁনিৰ গৃহ নিৰ্ম্মাণ শিতানত শতকৰা এশ তেপন্ন ভাগ সফল ৰূপায়ণ কৰিবলৈ সক্ষম হৈছে। ইয়াৰ বাবে মই উপায়ুক্ত প্ৰমুখ্যে সকলো ৰাজহ বিষয়াক ধন্যবাদ জনালোঁ। আশাকৰো চলিত বছৰত এনে জনকল্যাণমূলক আচঁনি সমূহ আপোনালোকে আন্তৰিকতাৰে ৰূপায়ণ কৰিব। এইখিনিতে মই উনুকিয়াই থলো যে চিলিং ৰাহি মাটিৰ উপৰিও ভূদান,

গ্ৰামদান ভূমি, ধৰ্মীয় বা দাতব্য অনুষ্ঠানৰ পৰা অধিগ্ৰহণ কৰা মাটি জনজাতীয় বেষ্টনী এলেকাৰ চৰকাৰী মাটি আদিত বিতৰণৰ কাৰ্য্যসূচী সামৰি লোৱা উচিত। স্বাধীনতাৰ দিন ধৰি যোৱা ৪৫ বছৰে চিলিং আইনকে ধৰি বিভিন্ন শিতানত বিভিন্নধৰণৰ মাটি পট্টন দিয়া হৈছে। এই ভূমি পট্ট'নৰ পৰা কৃষক ৰায়তৰ কেনেভাৱে উন্নতি হৈছে আৰু পট্টন দিয়া মাটি কেনেভাৱে ব্যৱহৃত হৈছে সেই বিষয়ে এটি সমীক্ষাৰ প্ৰয়োজন হৈছে বুলি মই ভাবো। মাননীয় প্ৰধান মন্ত্ৰীদেৱে দঢ়াই দঢ়াই কৈছে যে ভূমি বিতৰণৰ লগতে কৃষক ৰায়তৰ মাজত বিতৰণৰ উপযোগীকৈ শুদ্ধ ভূমিলেখ্য নথি তৈয়াৰ কৰা উচিত। ভূমি সম্বন্ধীয় নথিৰ অদ্যাবধিকৰণত সমান গুৰুত্ব দিয়া উচিত; কিয়নো পট্টা বা জমাবন্দীৰ নকল আদিৰ ভিত্তি কৰিয়েই ঋণ আদি পাব পাৰি। চিলিং ৰাহি মাটিৰ এটা বৃহৎ অংশ বিভিন্ন আইন আদালতৰ বিচৰাধীন হৈ আছে। গোচৰ সমূহ খৰতকীয়াকৈ নিষ্পত্তি কৰাৰ বাবে আপোনালোক সকলোৱে যত্নপৰ হোৱা উচিত, যাতে সেইখিনি মাটিও বিতৰণ বাবে মুকলি হয়। ভূমি সম্বন্ধীয় এশ একুৰি সমস্যা লৈ গাওঁৰ ৰাইজ নগৰলৈ যায় আৰু গাঠিৰ ধন ভৰি আবেদন নিবেদন কৰে। মাটি সম্পৰ্কীয় সমস্যাবোৰ যাতে থলতে নিষ্পত্তি কৰিব পৰা হয় সেই উদ্দেশ্যে ৰাজ্যৰ বিভিন্ন স্থানত ইতিমধ্যে ৰাজহ আদালত পতা হৈছে। এই ৰাজহ আদালতৰ জৰিয়তে উত্তৰাধীকাৰী সূত্ৰে নামজাৰী, ম্যাদিকৰণ, আপোচ বাটোৱাৰা আদি বিষয়ত ৰাইজে সকাহ পাব বুলি মোৰ বিশ্বাস।

ভাৰত চৰকাৰৰ নিৰ্দ্দেশনা মতে শতকৰা চল্লিশ ভাগ পট্টন উপযোগী মাটি মহিলাৰ নামত পট্টা দিব লাগে। আনকি বাকী ষাঠি ভাগৰো পট্টা পৰিয়ালৰ স্বামী-স্ত্ৰীৰ উভয়ৰ নামতে যুটীয়া ভাৱে দিব লাগে।

শেষত এটা কথা কব খুজিছো, উন্নয়ণমূলক কাৰ্য্যসূচী সমূহ কেনেভাৱে ৰূপায়িত কৰা হয় ই এক চিন্তাৰ বিষয়। উপায়ুক্তসকলে জিলাৰ মুৰব্বী হিচাপে সংশ্লিষ্ট বিভাগ সমূহৰ মাজত সমন্বয় স্থাপন কৰাত সহায় কৰিব পাৰে বুলি মোৰ বিশ্বাস। এনেভাৱেহে গ্ৰাম্য উন্নয়ন আচঁনি সমূহ ৰূপায়ণ হোৱাত সহজ হব। লগতে

বাকীজায় গোচৰ আৰু ৰাজহ সংগ্ৰহ আদি কামত অধিক গুৰুত্ব দিব বুলি আশা ৰাখিলো ।

## Golden Jubilee Of Quit India Movement

Guwahati—March 14, 1922

It is my proud privilege to-day to be present in this august gathering of the freedom fighters but for whose sacrifices we would not have achieved independence. At the outset, I pay my respectful homage in memory of those great freedom fighters who laid down their lives for the cause of the country's independence. On this auspicious occasion I take pride in recalling the great contributions of Assam in India's freedom struggle. At the call of the father of the nation, Mahatma Gandhi, Assam plunged head-long into the national freedom struggle which gradually escalated into a wide spread mass movement leading to the Quit India movement of 1942, Under the leadership of eminent leaders like Lokapriya Gopinath Bordoloi, Bishnu Ram Medhi, Siddhi Nath Sarma, Debeswar Sarma, Maulana Taiyab Ullah, Fakhruddin Ali Ahmed, Lakshidhar Bora and many others inspired by their predecessors Karmavir Nabin chandra Bordoloi, Kuladhar Chaliha and Deshbhakta Tarun Ram Phukan, the people of Assam came out to the streets in overwhelming numbers shouting "Vande Mataram" to free the country with 'do or die' spirit. More than 24 persons embraced martyrdom in Assam during 1942 itself. They include Kanaklata Barua, Bhogeswari Phukanani, Kushal Konwar, Mukunda Kakati, Kalai Koch, Hemkanta Barua, Bolo Sut, Thanu Sut, Lakhi Hazarika, Kamala Miri, Nidhanu Rajbanshi, Hem Ram Pator, Gunabhi Bordoloi and Tilak

Deka and a few others. Hundreds of others were injured or maimed and many others suffered imprisonment. Finally, India attained independence in 1947 and Assam became a prestigious part of the independent Indian Union, successfuly foiling the Sinister Grouping Plan of the British whereby she was sought to be merged with Pakistan, thanks to the towering personality and genius or the great leader Lokapriya Gopinath Bordoloi, On this occasion, I would like to pay my respectful gratitude to the freedom fighters of Assam who have assembled here for their sacrifices and sufferings for the cause of our country's independence.

Keeping in view the sacrifices made by the freedom fighters those who were hanged and shot dead and permanently injured and suffered imprisonment or was physically disabled or were interned or externed or had to remained absconded for long to avoid arrest by the British Government, the State Government has also come forward to help those freedom fighters and their families To have a permanent record of the freedom fighters the Government constituted a committee in 1975 and the report of the committee has brought out the details of such freedom fighters. Further in line with the Central Government, Government has taken number of steps for welfare of the freedom fighters and their families. At present about 400 freedom fighters of the State are paid State Freedom Fighters Pension at the rate of Rs. 500.00 per month in due consideration of the sufferings/ sacrifices made by them during the freedom movement. In addition to this 1080 freedom fighters of the State are also drawing Central Freedom Fighters Pension at the rate of Rs. 750/-per month, The recipient of Central Freedom Fighters Pension are also being paid the State Freedom Fighters pension at the rate of Rs. 500/-p.m.

Besides this, Government has also taken up the following steps for welfare of the freedom fighters.

(1) The State F. F. Pension are being now transferred to the widows after death of the Freedom fighters and also to the unmarried daughters in case of death of the widow.

(2) Facilities for free treatment to the ailing freedom fighter of the State are in all the Medical College Hospitals of the State.

(3) The State Government also grants an ex-gratia grant subject to maximum of Rs. 10,000 for treatment of freedom fighters in case the required treatment is not available in the Medical College Hospitals of the State.

(4) Two seats in each of the Engineering Colleges/ Veterinary Colleges/Medical Colleges of the State are kept reserved for the children of the freedom fighters.

(5) The State Government is also extending financial help for construction of Meseum cum Guest House for Freedom Fighters at Guwahati.

We all know that in the last 45 years since independence the freedom fighters have been playing a leading role in the Society towards nation building. In the last few years, we have witnessed a number of threats towards the integrity of our nation. In our state also certain misguided youths have took up arms and demanded separation of the State from our country. In the situation I think, the freedom fighters have got an important role to play in the society to bringing back these youths to the national mainstream. I take this opportunity to pray to all the freedom fighters present here today to use their good influences in the society for maintaining the integrity of the country also peace and tranquility in the society,

JAI HIND

## আত্ম সমৰ্পণকাৰী আলফা যুৱক-যুৱতী সকলৰ পুনৰ সংস্থাপন আচনিৰ ৰূপায়ণ-শিৱসাগৰ জিলা

শিৱসাগৰ—ডিচেম্বৰ ১২, ১৯৯২

শ্ৰদ্ধেয় ৰাইজ,

১৯৯১ চনৰ জুন মাহত অসমত আমাৰ চৰকাৰ গঠন হোৱাৰে পৰাই ৰাজ্যখনত শান্তি স্থাপন কৰি অৰ্থনৈতিক ভাৱে ৰাজ্যখনক আগবঢ়াই নিয়াৰ ওপৰত গুৰুত্ব আৰোপ কৰা হৈছে। বৰ্ত্তমান আমাৰ ৰাজ্যখনৰ প্ৰধান সমস্যাই হ'ল নিবনুৱা সমস্যা। দেশৰ আইন শৃংখলাৰ সমস্যা বিলাকো নিবনুৱা সমস্যাৰ লগত ওতঃপ্ৰোতঃ ভাৱে জড়িত আছে।

আমাৰ বৰ সৌভাগ্যৰ কথা যে সংযুক্ত মুক্তি বাহিনীৰ বহুতো ডেকা গাভৰুৱে হিংসাৰ পথ পৰিহাৰ কৰি আত্ম সমৰ্পণ কৰিছে। এই যুৱক-যুৱতী সকলে দেশৰ ঘাই সুঁতিৰ লগত মিলি গৈ একোজন আদৰ্শ নাগৰিক হিচাবে জীৱন-যাপন কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিছে। এই যুৱক-যুৱতী সকলক নিজৰ ভৰিত ঠিয় হৈ চলিব পৰাকৈ পুনৰ সংস্থাপন কৰাৰ ব্যৱস্থা কৰিবলৈ চৰকাৰে চিন্তা কৰিছে আৰু দৃঢ়তাৰে আগবাঢ়িবলৈ স্থিৰ কৰিছে।

এই উদ্দেশ্য আগত ৰাখিয়েই যোৱা ১-৬-৯২ তাৰিখৰ পৰা এখন আঁচনি ৰূপায়ণ কৰা হৈছে। এই আঁচনি খন হল "১০০ শতাংশ বিশেষ বীজ ধন সাহায্য আঁচনি।" এই আঁচনিৰ জৰিয়তে একোজন যুৱক-যুৱতীয়ে বিত্তীয় অনুষ্ঠানৰ পৰা সৰ্বোচ্চ ১.৫০ লাখ টকা (ডেৰ লাখ টকা) ঋণ আৰু চৰকাৰৰ পৰা সৰ্বোচ্চ ৫০ হাজাৰ টকা বিত্তীয় অনুদান লৈ একোখন স্ব-নিয়োজন আঁচনি গ্ৰহণ কৰিব পাৰিব। অৰ্থাৎ একোজন যুৱক-যুৱতীয়ে সৰ্বোচ্চ ২ লাখ টকাৰ ভিতৰত উদ্যোগ, পৰিবহন, ব্যৱসায়, কৃষি, মীন পালন, পশুপালন, ৰেছম শিল্প আঁচনিৰ যি কোনো এখন আঁচনি সুবিধা অনুযায়ী গ্ৰহণ কৰি নিজকে স্থাপন কৰিবলৈ আগবাঢ়ি যাব পাৰিব। এই খিনিতে উল্লেখ কৰিব পাৰি যে উক্ত আঁচনি প্ৰকৃততে একোজন যুৱক-যুৱতীক ২ লাখ টকা চৰকাৰে দিয়াতে নুবুজাই। দৰাচলতে ২

লাখ টকাৰ ভিতৰতে একোজন যুৱক-যুৱতীয়ে সম্ভৱনাপূৰ্ণ আগতেই উল্লেখ কৰা যি কোনো আঁচনি গ্ৰহণ কৰি আঁচনি খনৰ মুঠ ধনৰ চাৰিভাগৰ তিনিভাগ ( ৩/৪ ) বিত্তীয় ঋণ আৰু চতুৰ্থাংশ ( ১/৪ ভাগ ) চৰকাৰী অনুদান লৈ আগবাঢ়িব পাৰিব। এই খিনিতে উল্লেখ কৰা ভাল হ'ব যে, কেইবাজনো যুৱক-যুৱতীয়ে লগ হৈ অংশীদাৰী ভিত্তিত ( Partnership ) নাইবা সমবায় সমিতি গঠন কৰি দুই লাখ টকাত কৈ বেছি টকাৰ কোনো প্ৰকল্প হ'ব পাৰিব। এনেধৰণৰ প্ৰকল্পৰ সৰ্বোচ্চ নিৰিখ অংশীদাৰ নাইবা সমবায় সমিতিখনৰ প্ৰাথমিক সদস্যৰ সংখ্যাৰ ওপৰত নিৰ্ভৰ কৰিব।

আমি বৰ আনন্দিত হৈছো যে আত্ম সমৰ্পণ কৰা যুৱক-যুৱতী সকলে এই আঁচনিৰ প্ৰতি ইতিবাচক সহাৰি আগবঢ়াইছে আৰু অসমৰ বিভিন্ন জিলাত এই আঁচনিৰ কামে যথেষ্ট অগ্ৰগতি লাভ কৰিছে।

এই আঁচনি খন ৰূপায়ণ কৰা হয় এনে ধৰণে ঃ

(ক) প্ৰথমতে প্ৰত্যেক জিলাত ঔদ্যোগিক অভিযান আৰম্ভ কৰি যুৱক-যুৱতী সকলক এই আঁচনিৰ উদ্দেশ্য বিশদ ভাৱে বুজাই দিয়া হয়। লগতে যুৱক-যুৱতী সকল প্ৰকৃততে কি আঁচনিৰ প্ৰতি আগ্ৰহান্বিত তাক নিৰ্ণয় কৰা হয়।

(খ) দ্বিতীয় পৰ্য্যায়ত যুৱক-যুৱতী সকলে আগ্ৰহ দেখুওৱা আঁচনিৰ প্ৰতি লক্ষ্য ৰাখি প্ৰশিক্ষণৰ ব্যৱস্থা কৰা হয়।

(গ) প্ৰশিক্ষণৰ পাছত প্ৰত্যেক যুৱক-যুৱতীৰ কাৰণে একোখন সম্ভৱনাপূৰ্ণ আঁচনি তৈয়াৰ কৰা হয়।

ইতিমধ্যে লক্ষীমপুৰ, ধেমাজী, বৰপেটা, ডিব্ৰুগড়, তিনিচুকিয়া, শিৱসাগৰ, যোৰহাট, গোলাঘাট, শোনিতপুৰ আৰু মাজুলীত ঔদ্যোগিক আৰু প্ৰশিক্ষণৰ কাম সম্পূৰ্ণ হৈছে। বাকী নলবাৰী আৰু বঙ্গাইগাওঁ জিলাত ঔদ্যোগিক অভিযান সম্পূৰ্ণ হৈছে। প্ৰশিক্ষণৰ কাম সোনকালেই আৰম্ভ কৰা হ'ব।

আমাৰ অসমৰ ইতিমধ্যে উল্লেখ কৰা জিলা কেইখনত মুঠ ২৮৩০ জন আত্মসমৰ্পণকাৰী "আলফা" যুৱক-যুৱতীয়ে ঔদ্যোগিক অভিযানত অংশ গ্ৰহণ কৰে, এই সকলৰ ভিতৰত উদ্যোগ স্থাপনত ৪৫২ জনক, ব্যৱসায়ৰ বাবে ৬৫২ জনক, পৰিবহনৰ বাবে ৯৭৮

জনক, কৃষিৰ বাবে ২৯৮ জন, পশুপালন বাবে ২০৬ জন, মীন পালনৰ বাবে ২২৫ জন আৰু ৰেছম প্ৰতিষ্ঠানৰ বাবে ৫ জন যুৱক-যুৱতীৰে আঁচনি গ্ৰহণ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিছে। ইয়াৰে ইতিমধ্যে উদ্যোগত ৩০১ জন, ব্যৱসায় আৰু পৰিবহনত ১৩৫৬ জন, কৃষিৰ বাবে ৩১৬ জন, মীন পালনৰ বাবে ২০২ জন, পশুপালনৰ বাবে ১৭২ জন সৰ্বমুঠ ২৩৪৭ জন আত্মসমৰ্পণকাৰী "আলফা" যুৱক-যুৱতীয়ে প্ৰশিক্ষণ গ্ৰহণ কৰিছে। এই সংক্ৰান্তত উল্লেখ কৰিব পাৰি যে ১৩ জন যুৱক-যুৱতীক মীন পালনৰ প্ৰশিক্ষণৰ বাবে অসমৰ বাহিৰত অন্ধ্ৰ প্ৰদেশলৈ পঠোৱা হৈছে। ইতিমধ্যে বেলেগ বেলেগ জিলাত বিভিন্ন বিষয়ৰ প্ৰায় ১৫০০ আঁচনি যুগুত কৰি বিত্তীয় প্ৰতিষ্ঠানলৈ পঠাবলৈ যো-জা কৰা হৈছে।

এই খিনিতে উল্লেখ কৰিব পাৰি যে উক্ত আঁচনিৰ সফল ৰূপায়ণ কৰিবলৈ ৰাজ্য চৰকাৰৰ প্ৰায় ১৪ কোটি টকা ব্যয় হব আৰু বিত্তীয় প্ৰতিষ্ঠান সমূহে প্ৰায় ৪২ কোটি টকা ঋণ হিচাবে আগবঢ়াব লাগিব। ইতিমধ্যে ৰাজ্যচৰকাৰে এই আঁচনিৰ কাৰণে চলিত বিত্তীয় বছৰত ১১ কোটি টকা অনুমোদন দিছে আৰু ইয়াৰে ৪ কোটি টকা ইতিমধ্যে জিলাৰ বিভিন্ন উপায়ুক্ত সকলৰ হাতত আঁচনিৰ লগত জড়িত অনুদানৰ কাৰণে দিয়া হৈছে। শিক্ষাগত অৰ্হতা থকা কেইজনমান আত্ম-সমৰ্পণ কৰা যুৱকক চাকৰিতো নিয়োগ কৰা হৈছে।

আমাৰ বৰ সৌভাগ্যৰ কথা যে অসমৰ দুটা বৃহত বিত্তীয় প্ৰতিষ্ঠান "অসম বিত্তীয় নিগম" আৰু Assam Co-operative Apex Bank-য়ে কিছু আঁচনি গ্ৰহণ কৰি আত্ম সমৰ্পণকাৰী "আলফা" সকলক বিত্তীয় ঋণ দিবলৈ আগবাঢ়ি আহিছে। ইতিমধ্যে যোৰহাটত এই দুয়োটা বিত্তীয় প্ৰতিষ্ঠানে কেইজনমান আত্ম সমৰ্পণকাৰী "আলফা"ক বিত্তীয় ঋণ আগবঢ়াই বিনিয়োজন আঁচনি অনুসৰি সংস্থাপিত হবলৈ সহায় কৰিছে। আজি শিৱসাগৰতো এই দুয়োটা প্ৰতিষ্ঠানৰ সহায়তেই আমি কেইজনমান আত্মসমৰ্পণকাৰী যুৱকক পুনৰ সংস্থাপন কৰিবলৈ পাই মই নঠে সুখী হৈছো। মই আশা ৰাখিছো এই যুৱক সকলে বিত্তীয় ঋণ আৰু চৰকাৰী অনুদানৰ সদ্ ব্যৱহাৰ কৰি নিজকে আত্ম প্ৰতিষ্ঠা কৰিব আৰু বাকী যুৱক-যুৱতী সকলৰ কাৰণেও পথ প্ৰদৰ্শক হ'ব।

## নাট্য-প্ৰভাকৰ শ্ৰীসত্য প্ৰসাদ বৰুৱাৰ ৭৫তম জন্মজয়ন্তীতে সম্বৰ্ধনা সভা

### গুৱাহাটী ২৯ অক্টোবৰ, ১৯৯২

নাট্য প্ৰভাকৰ শ্ৰীসত্য প্ৰসাদ বৰুৱাৰ ৭৫ বছৰ পূৰ্ণ হোৱা উপলক্ষে আয়োজন কৰা এই সভাত যোগদান কৰিবলৈ পাই মই আনন্দিত হৈছো। শ্ৰীবৰুৱাৰ দৰে এগৰাকী গুণী-জ্ঞানী লোকক এনেদৰে ৰাজহুৱা সম্বৰ্ধনা জনোৱাটো উচিত কাম হৈছে। মই উদ্‌যাপন সমিতিৰ সভ্য-সভ্যা সকলক ইয়াৰ বাবে শলাগ লৈছো। শ্ৰীবৰুৱাৰ লগত মোৰ চিনাকী বহু দিনৰ। তেখেত এজন প্ৰতিভাবান নাট্যকাৰ, মঞ্চ-অভিনেতা আৰু নাট পৰিচালক। নাটক বিষয়ত তেখেতৰ অধ্যয়ন গভীৰ। নাটতত্ত্বৰ কেইবাখনো মূল্যবান পুথি ৰচনা কৰি তেখেতে পাণ্ডিত্যৰ পৰিচয় দিছে। এজন বিশিষ্ট নাট্যকাৰ ৰূপে তেখেতে এখন আছুতীয়া আসন লাভ কৰিছে। অসমৰ সকলোৱে তেখেতক জানে আৰু তেখেতৰ ৰচনা সমূহৰ খবৰ ৰাখে। প্ৰায় ৪০ খন পুথিৰ তেখেত লেখক। ইয়াৰে ৩০ খনৰো অধিক হৈছে মঞ্চ সফল ছপা নাটক। অসমৰ প্ৰায়বোৰ নাটশালাত এইবোৰ নাটক অভিনীত হৈছে আৰু দৰ্শকৰ সমাদৰ লভিছে। চাকৈ-চকোৱা, শিখা, জ্যোতিৰেখা, নায়িকা-নাট্যকাৰ, জবালা, মৃণাল মাহী আদি ১৯ খন মৌলিক নাটক তেখেতে ৰচনা কৰিছে। ১৪ খন অনুবাদ নাটকৰ ভিতৰত ৰজা ইডিপাচ, বনহংসী, ওথেলো, মেকবেথ প্ৰভৃতি লেখত লবলগীয়া নাট। ইয়াৰ বাহিৰেও তেখেতে এলানি চুটিনাট লেখি কৃতিত্ব লাভ কৰিছে। নাটকৰ মাজতে তেখেতে মানৱ জীৱনৰ বিচিত্ৰতা দাঙি ধৰিছে। এগৰাকী জীৱন-ধৰ্মী নাট্যকাৰ ৰূপে তেখেত সু-প্ৰতিষ্ঠিত। তেখেতৰ নাটকত সমাজ-জীৱনৰ নানা বৈষম্য, অসংগতি আৰু ব্যভিচাৰ ধৰা পৰিছে। মনস্তাত্ত্বিক জটিল সমস্যাক তেখেতে নায়িকা-নাট্যকাৰৰ দৰে সাৰ্থক আৰু জনপ্ৰিয় নাটকৰ বিষয় বস্তু ৰূপে বাছি লৈছে। মানৱ মনৰ ক্ৰিয়া প্ৰতিক্ৰিয়াৰে তেখেতৰ নাট্যকৰ্ম সমৃদ্ধ আৰু মনোগ্ৰাহী। শ্ৰীবৰুৱা এজন সুদক্ষ অভিনেতা। মণিৰাম দেৱান, ৰজা ইডিপাচ, মহামতি লেনিন আদি সু-বিখ্যাত চৰিত্ৰবোৰ অভিনয় কৰি তেখেতে

মঞ্চ জগতত যশস্যা আৰ্জিছে। মই গম পাইছো শ্ৰীবৰুৱাই অভিনয় কৰা মঞ্চ নাটকৰ সংখ্যা ৬০/৭০ খন মান হব। প্ৰত্যেকখন নাটকেই বহুবাৰ প্ৰচাৰিত হৈ জনপ্ৰিয়তা লাভ কৰিছিল। অসমৰ নাট্য জগতৰ সৈতে তেখেত ১৯৩৫ চনৰে পৰা জড়িত আৰু সেইদিন ধৰি আজিলৈকে নাটকৰ লগত একাণপতীয়াকৈ লাগি থাকি নাট্যকাৰ, অভিনেতা, পৰিচালক, সমালোচক আৰু নাট্যতত্ত্ববিদ ৰূপে অৰিহণা আগবঢ়াই অসমৰ নাট্য আন্দোলনক আগবঢ়াই নিছে। এনে এজন গুণী ব্যক্তিক সম্বৰ্ধনা জনাবলৈ পাই আপানালোকৰ লগতে ময়ো আনন্দ পাইছো। মই ভাবো, ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাই আধুনিক অসমীয়া নাটকৰ যি উল্লেখযোগ্য বিবৰ্তন ঘটাইছিল, সেই বিবৰ্তনৰ গতিবেগ পৰবৰ্তী কালত যি সকল অসমীয়া নাট্যকাৰ যেনে—প্ৰবীন ফুকন, সাৰদা বৰদলৈ, অতুল চন্দ্ৰ হাজৰিকা, প্ৰভাত শৰ্মা, চন্দ্ৰ ফুকন, শ্ৰীলক্ষ্যধৰ চৌধুৰী প্ৰভৃতিয়ে একনিষ্ঠভাৱে আগবঢ়াই নিছিল সেই সকলৰ মাজতে এজন বলিষ্ঠ নাট্যকাৰ হৈছে আজিৰ সন্মানীত নাট্য শিল্পী শ্ৰীসত্য প্ৰসাদ বৰুৱা। শ্ৰীবৰুৱা হৈছে ভাৰতীয় নাট্যধাৰা আৰু পশ্চিমীয়া নাট্যধাৰাৰ সু-সংযত সমন্বয় ৰক্ষা কৰোতা এজন প্ৰগতিশীল মানৰ দৰদী নাটকাৰ। অসমৰ থলুৱা নাট্য ৰীতিক আধুনিক দৰ্শকৰ মনোগ্ৰাহী কৰি তুলিবলৈ তেখেতে সদায়ে আগ্ৰহ দেখুৱাই আহিছে। তেখেতে লেখা নাটক আৰু অভিনয় প্ৰসংগ, নাট্য চিন্তা, মঞ্চ-প্ৰতিভা বাৰটোল্ট ব্ৰেখ্ট আদি পুথিত এই বিষয়ে ইংগিত আছে। নাটকৰ বাহিৰেও শ্ৰীবৰুৱা এগৰাকী আগশাৰীৰ সমালোচক আৰু প্ৰাবন্ধিক।

কোৱা প্ৰয়োজন যে শ্ৰীসত্য প্ৰসাদ বৰুৱা অসমৰ সাংস্কৃতিক সঞ্চালকালয়ৰ প্ৰথম গৰাকী সঞ্চালক। আকাশবাণীতে কিছুদিন কাম কৰাৰ পাছত তেখেতে অসম চৰকাৰৰ জন সংযোগ বিভাগৰ যুটীয়া সঞ্চালক হৈ ১৯৭০ চনত সেই বিভাগৰে সঞ্চালক ৰূপে কৃতকাৰ্যতাৰে দায়িত্ব পালন কৰে। পাছত, তেখেতক সেই সময়ত নতুনকৈ স্থাপন কৰা সাংস্কৃতিক সঞ্চালকালয়ৰ সঞ্চালক ৰূপেও দায়িত্ব ভাৰ পালন কৰিবলৈ দিয়া হয়। ১৯৭৪ চনত তেখেতে চৰকাৰী চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে। মই তেখেতক চাকৰি জীৱনত ঘনিষ্ঠভাৱে লগ পাইছিলোঁ আৰু তেখেতৰ কৰ্ম প্ৰেৰণা দেখি মুগ্ধ

